# অবিনাশী

সংস্কৃত ৰচনা

ড০ বিশ্বনাৰায়ণ শাস্ত্ৰী

অসমীয়া অনুবাদ

ড০ নৰেন্দ্ৰ নাথ শৰ্মা

চন্দ্ৰ প্ৰকাশ

পানবজাৰ, গুৱাহাটী-১

**'AVINASHI', : A Historical novel in Sanskrit by Dr. Biswanarayan Shastri, M. A. D. Litt and Translated into Assamese by Dr. Narendra Nath Sharma, M. A. Ph. D; published by M/s Chandra prakash, Panbazar Guwahati-1 1997.**

**Price : Rs – 5000 (fifty) only**

---

প্ৰকাশক

চন্দ্ৰ প্ৰকাশ, পানবজাৰ

গুৱাহাটী-১

দূৰভাষ-৫১১৯৪৬

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ ১৯৯৭ চন।

বেটুপাত ঃ শ্ৰীকিৰণ শংকৰ ৰয়।

মূল্য ঃ ৫০.০০ টকা।

ডি. টি. পি.

ভট্ট ডি টি পি

মুদ্ৰক ঃ

আদ্যাশ্ৰী প্ৰেছ

কলিকতা-৬

# অনুবাদকৰ একেষাৰ

ড° বিশ্বনাৰায়ণ শাস্ত্ৰীৰ ঐতিহ্যাসিক সংস্কৃত উপন্যাস "অবিনাশি" সাহিত্য অকাডেমীত ভাৰতীয় ভাষাপৰিষদ (কলিকতা) আৰু উত্তৰ প্ৰদেশ সংস্কৃত অকাডেমী আদিৰ দ্বাৰা পুৰস্কৃত হোৱাৰ পিছত ভাৰতীয় কেইবাটিও ভাষালৈ অনূদিত হোৱা বুলি জানি অসমীয়া ভাষালৈয়ো অনুবাদ কৰিবলৈ লোৱা হ'ল। উপন্যাসখন প্ৰচিন অসমৰ এটি গৌৰৱপূৰ্ণ অধ্যায়ৰ আধাৰত ৰচিত বুলিয়েই অনুবাদকৰ আগ্ৰহ আৰু প্ৰবল হ'ল। এই কাম হাতত লৈ পিছত দেখা গ'ল যে অনুবাদ কাৰ্য সিমান সহজ নহয়। বিশেষকৈ সংস্কৃত ভাষাৰ পৰা অনুবাদ কৰা খুবেই কঠিন। ইয়াত মূল ৰচনাৰ গাম্ভীৰ্য্য ৰক্ষা কৰাৰ উপৰিও অনূদিত ভাষা জড়তাহীন, সহজ, সৰল আৰু জতুৱা ঠাঁচৰ হ'ব লাগে। সেইকাৰণে চাৰিওফালৰ পৰাই অনুবাদকৰ হাতভৰি বন্ধা; তেওঁ এখোজ আগুৱাবও নোৱাৰে, পিছুৱাবও নোৱাৰে। তেওঁ কেৱল কথা বস্তুৰ উপস্থাপন কৰিয়েই ক্ষান্ত থাকিব নোৱাৰে; তাৰ লগতে মূলৰচনাৰ বৰ্ণনাৰীতি, প্ৰকাশভঙ্গী, শব্দচয়ন আৰু মন্থন কাল অনুধাবন কৰাৰ উপৰিও লেখকৰ মনোবৃত্তিও অনুকৰণ কৰিব লাগে। তেতিয়াহে সেই অনুবাদ মূলানুগ আৰু পাঠকৰ হৃদয়সংবাদী হব বুলি আশা কৰিব পাৰি।

এই উপন্যাস অনুবাদ কৰোতে যথাসম্ভৱ এইবোৰ দিশলৈ চকু দিয়া হৈছে। ঠায়ে ঠায়ে দুই এটি সংস্কৃতীয়া শব্দ প্ৰয়োগ কৰিলেও অনুবাদত বাক্যৰ গঠন পাৰ্য্যমানে জতুৱা অসমীয়া কৰিবলৈ চেষ্টা কৰা হৈছে। মূলগ্ৰন্থৰ যত পাণ্ডিত্যগন্ধী শাস্ত্ৰীয় বিষয়ৰ অৱতৰণা কৰা হৈছে— অনুবাদত তেনে আলোচনা পাৰ্য্যমানে এৰাই চলা হৈছে। বিশেষকৈ যত বৌদ্ধদৰ্শণ সম্পৰ্কীয় আলোচনাৰে বৰ্ণনা আছে অনুবাদত সেই অংশ বাদ দিয়া হৈছে।

এই উপন্যাসখনিৰ নামকৰণ সম্পৰ্কেও এষাৰ কথা কোৱা উচিত হব। মূল উপন্যাসৰ নাম আছিল—অবিনাশি সংস্কৃতব্যাকৰণৰ নিয়ম অনুসৰি এই নামকৰণ কৰা হৈছে। অসমীয়া ভাষাত এনে কোনো নিয়ম নাই। সেইকাৰণে অনুবাদত ইযাৰ নাম "অবিনাশী" ৰূপে ৰখা হ'ল।

আশাকৰোঁ অসমীয়া পাঠকে উপন্যাসখনি সাদৰে হাতত তুলি লব আৰু তেতিয়াহে এই অনুবাদকৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিব পাৰিম।

শ্ৰীনৰেন্দ্ৰ নাথ শৰ্ম্মা

ৰুক্মিনীনগৰ
সূৰ্য্যকান্ত বৰুৱা পথ
(২নং উপপথ), গুৱাহাটী-৬
শ্ৰীপঞ্চমী, ২৪/১/৯৬ ইং

ৰাতি পুৱাও পুৱাও হৈছে। এতিয়াও দশোদিশ পোহৰ হৈ উঠা নাই। সূৰ্য্যৰ কিৰণ ঘাট মেলি ওলোৱা যেন কোনোমতে ধৰিব পাৰি। এই সময়তে দৈনন্দিন অভ্যাসমতে মাধৱী চৈত্ৰ সংক্ৰান্তি স্নানৰ বাবে কৰতোয়াৰ ঘাটলৈ আহিছে। মহাকালৰ মন্দিৰৰ ওচৰতেই কৰতোয়াৰ সেই নিৰ্জন ঘাট। অলপ দূৰৈৰ আন ঘাটবোৰত দূৰ দূৰণিৰপৰা অহা জনতাৰ কোলাহল শুনা গৈছে। পৌণ্ড্ৰবৰ্দ্ধনৰ আবাল-বৃদ্ধ-বনিতা সকলোৱে একেলগে কৰতোয়াৰ নিৰ্মল পানীত স্নান কৰিবলৈ আহিছে। তেওঁলোকৰ স্তুতিপাঠৰ ধ্বনি কাণত পৰিছে —

"হে পতিত পাৱনী সৰিৎশ্ৰেষ্ঠা শুভদা কৰতোয়া !
তোমাৰ নিৰ্মল জলেৰে আমাক দুষ্কৃতিৰপৰা উদ্ধাৰ কৰা।"

গাত কাপোৰেৰে সৈতে স্নান কৰা কিছুমান লোকে তিলোদকেৰে দেৱতা আৰু পিতৃ-পুৰুষৰ তৰ্পণ কৰিছে। অন্য কিছুমানে আকৌ নাইলৈকে পানীত নামি হাতযোৰকৈ সূৰ্য্যক প্ৰণাম কৰিছে —

"নমঃ সৱিত্ৰে জগদেকচক্ষুষে
জগৎপ্ৰসূতি-স্থিতিনাশহেতৱে ...

মাধৱী নিজৰ চিন্তাত বিভোৰ হৈ আছে। চাৰিওফালৰপৰা অহা তুমুল শব্দৰাশি মাধৱীৰ কাণত সোমোৱা নাই। বোৱতী নৈখনৰ সোঁতলৈ চাই চাই মাধৱীয়ে নিজৰ মনতে চিন্তা কৰিবলৈ ধৰিলে।

—এয়া দক্ষিণ সাগৰগামিনী কৰতোয়া নদী। বৰ্ষাকালত বিশাল আকাৰ ধাৰণ কৰা আৰু শৰৎ কালত ক্ষীণ ৰূপ লোৱা এই নৈখন বৈ দক্ষিণ সাগৰত পৰিছেগৈ। আজি যেনেকৈ বৈ আছে, বহু বছৰৰ আগতে শ্ৰেষ্ঠী বসুমিত্ৰই যেতিয়া প্ৰথমে মোক ইয়ালৈ লৈ আহিছিল, তেতিয়াও এই নৈখন এনেদৰেই বৈ আছিল। ইমান বছৰৰ পিছতো কৰতোয়াৰ কোনো পৰিবৰ্তন চকুত পৰা নাই। সেই একেই পানী, একেই সোঁত, সেই একেই গতি, সেই শেলুৱৈবোৰ আৰু নৈৰ পাৰৰ কদম গছবোৰৰ পকশ লৈ অহা একে বতাহ ... কিন্তু মই ? মইতো তেনেকৈ একে হৈ থকা নাই। এসময়ৰ বালিকা মই এতিয়া যৌৱনত ভৰি দি ওঠৰ বছৰীয়া হৈছোঁহি। কিমান বছৰ যে বাগৰি গ'ল ? কিমান বসন্ত, কিমান শৰৎ পাৰ হ'ল ? এক, দুই, তিনি .... ন, দহ ..:... । আচৰিত ! মই ইয়াত থাকোঁতেই মোৰ দহোটা বছৰ চকুৰ নিমিষৰ দৰে পাৰ হৈ গ'ল। তাম্ৰলিপ্তিৰ বহুদক গাঁৱৰ কথা মোৰ এতিয়াও মনত পৰে। মোৰ দেউতাৰ মৃত্যুত মাতৃয়ে সহমৰণ আকোঁৱালি ললে। পিতৃ-মাতৃৰ অতি মৰমৰ একমাত্ৰ

পুত্ৰ মোৰ ভাই শ্ৰুতশীলৰ তেতিয়া উপনয়ন হৈছে মাত্ৰ। পিতৃ-মাতৃৰ মৃত্যুত শোকাকুল হৈ পৰা আমি দুয়োটাকে খুড়াদেৱে নিজৰ ঘৰলৈ আনিছিল। হায়! সেই সময়ৰ দুখ-কষ্টৰ কথা এতিয়াও মোৰ মনত পৰে। দন্দুৰী খুড়ীয়ে বিনা জগৰতে কথাই কথাই মোৰ-ওপৰত খং কৰিছিল আৰু খুড়ীৰ লগনীয়া কথাত খুড়াদেৱে শ্ৰুতশীলক ঘৰৰ পৰা খেদি দিছিল। ছল-চেমু উলিয়াই মিছা অভিযোগ উত্থাপন কৰি খুড়ীয়ে আমাক অশেষ কষ্ট দিছিল। হায়! কিমান দুখ-কষ্ট সহিলোঁ।

... এতিয়া শ্ৰুতশীল ক'ত মই নাজানো। সি জানো জীয়াই আছে? মৰিল নেকি? নহয় নহয়, সি জীয়াই আছে; নিশ্চয় জীয়াই আছে। সি এতিয়া চেঙেলীয়া ডেকা হব পায়? সি বাৰু ক'ত? মৃত্যুৱে বা ক'ত? ....মই কোন? ক'ৰপৰা আহিছোঁ? কোন মোৰ পিতৃ? মোৰ মাতৃয়েই বা কোন? কোনেও নাজানে। মানুহে কেৱল জানে —মই মহাকালৰ বধূ। মহাকাল মোৰ স্বামী, প্ৰভু, ভৰ্ত্তা, প্ৰিয়তম। মহাকালেই সদায় মোৰ আৰাধনীয়, তোষণীয়। মই তেওঁকেই মোৰ জীৱন-যৌৱন নিৱেদন কৰিব লাগিব; তেওঁকেই মোৰ প্ৰেম অৰ্পণ কৰিব লাগিব। মহাকালকেই সদায় মোৰ অন্তৰৰ ভক্তি নিৱেদন কৰিব লাগিব; তেওঁৰ প্ৰতিয়েই মোৰ অনুৰাগ প্ৰকাশ কৰিব লাগিব। .... মানুহ হৈয়ো মই দেৱকন্যাৰ দৰে মহাকালৰ পত্নীৰ মৰ্য্যাদা লাভ কৰিছোঁ নে বাৰু? দেৱত্বনো কি? মনুষ্যত্বৰ উৰ্দ্ধত। নহয়, নহয়। এতিয়াও মই আগৰ দৰেই হৰ্ষ-শোকৰ বশীভূতা, মানসিক নিৰ্য্যাতনত সদায় নিপীড়িতা মানৱী। কোমল হাঁহি, সুমধুৰ গীত আৰু চিত্ত চঞ্চল কৰা নৃত্যেৰে সদায় মই মহাকালৰ ওচৰত আত্মনিৱেদন কৰোঁ। তথাপি সেই কালপ্ৰিয়নাথৰ লগত মোৰ অন্তৰৰ ভাৱ-বিনিময় ঘটা নাই, প্ৰণয়ালাপো হোৱা নাই ....। মহাকাল সদায় গছৰ মুঢ়াৰ (স্থাণু) দৰে নিশ্চল, মহাকালে মোৰ ফালে এবাৰো নাচায়, দৃঢ় আলিঙ্গনেৰে মোক আকোঁৱালি নধৰে। সেই বিৰূপাক্ষই (মহাকাল) মোৰ কোৱাভাতুৰীৰ নিচিনা বগচুৱা ওঠলৈ এবাৰো দৃষ্টিপাত নকৰে ... মোৰ অন্তৰৰ আকৃতি বৃথা। মোৰ বেদনা মই নিৱেদন কৰিব নোৱাৰোঁ। মই দান কৰি আছোঁ, প্ৰতিদান পোৱা নাই; প্ৰতিদান বিচৰাৰ অধিকাৰো মোৰ নাই। মই প্ৰাৰ্থনা জনাই আছোঁ, প্ৰাৰ্থনাৰ সমিধান নাই .....

আনফালে, মই মুখ ফুটাই নকলেও কুমাৰে মোৰ অন্তৰৰ কামনা-বাসনা বুজি পায়। মিচিকিয়া হাঁহি মাৰি সতৃষ্ণ নয়নেৰে তেওঁ মোৰ মুখলৈ চাই থাকে। তেওঁৰ মুখৰ এষাৰ-দুষাৰ কথাতে তেওঁ মোৰ মনত প্ৰগল্ভ হৈ পৰা যেন লাগে। তেওঁক দেখা পোৱাৰেপৰা মোৰ মন বৰ চঞ্চল হৈ পৰিছে।

কিয় ? মহাকালৰ চিন্তা কৰোঁতে মই কুমাৰকে যে অন্তৰত দেখা পাওঁ । এইটো কেনে অশোভনীয় কথা ! শয়নে-সপোনে, ভোজন, দেবাৰ্চন, নৃত্য-গীত সকলো সময়তে কুমাৰৰ মনোমোহা ৰূপে মোৰ অন্তৰত ভুমুকি মাৰি মোক সন্ততে আকুল কৰি তোলে ।

হে মদনভস্মকাৰী মহাদেৱ ! মোৰ কামভাৱ দূৰ কৰা, মোক শান্তি দিয়া, ধৈৰ্য্য ধৰিবলৈ শক্তি দিয়া ...

আচাৰ্য্যই কৈছিল- 'অবিনাশী প্ৰেম বিনাশশীল মানৱক দিব নোৱাৰি ।' মহাকাল অবিনাশী, তেওঁলৈকে মোৰ প্ৰেমাঞ্জলি যাচিছোঁ । ...নহয়, মই মানুহক বৰণ নকৰোঁ ; কিন্তু মোৰ মন যে কুমাৰৰ দৰ্শনৰ বাবে অতিশয় ব্যাকুল হৈ পৰিছে । মই এতিয়া কি কৰোঁ ? মোৰ হিয়াখন ফাটি যাব খুজিছে । 'মহাকালৰ প্ৰতি মোৰ ভক্তি অব্যাভিচাৰী আৰু তেওঁলৈ মোৰ প্ৰেম অনাবিল হৈ থাকিব' বুলি মই পূৰ্বতে প্ৰতিজ্ঞা কৰি থৈছোঁ । গতিকে মই এতিয়া সেই প্ৰতিজ্ঞা কেনেকৈ ভঙ্গ কৰোঁ? –হে মদনদৰ্পহাৰী ! তুমিয়েই একমাত্ৰ গতি, তুমিযেই মোৰ একমাত্ৰ আশ্ৰয় ।"

এই দৰে নিজে নিজে কৈ চকু-পানী টুকি কঁপি কঁপি মাধৱী ঘাটৰ খটখটিত বহিল । দুয়োখন হাতেৰে মুখখন ঢাকি কিছুপৰ নীৰৱে থাকি চকুলো মচি মাধৱীয়ে আকৌ মহাকালৰ মন্দিৰৰ শিখৰত থকা পতাকাখনলৈ দৃষ্টি নিক্ষেপ কৰিলে । মাধৱীৰ দৃষ্টি ক্ৰমে মন্দিৰৰ শিখৰৰপৰা কলশ আৰু আমলকত পৰিল । শেষত মাধৱীয়ে মন্দিৰৰ গাত দৃষ্টিপাত কৰিয়েই মন্দিৰৰ ভিতৰত থকা মহাকালক চকুৰ আগত দেখাৰ দৰে অপলক দৃষ্টিৰে চাই ৰ'ল ।

এই দৰে থাকোঁতে কিমান সময় যে অতিবাহিত হ'ল – মাধৱীয়ে জনা নাছিল । ইপিনে স্নানৰ সময়ো পাৰ হৈ গৈছে, সেই কথাও তাইৰ মনলৈ অহা নাছিল । দূৰ দাঙি নদীৰ প্ৰবাহিত নীলাভ সোঁতলৈ চাই থাকোঁতে মাধৱীৰ মনত দুনাই চিন্তাই ভুমুকি মাৰিলে ।

'......মহাকাল সনাতন । কৰতোয়া দক্ষিণ সাগৰ অভিমুখে চিৰকাল প্ৰবাহিত । এই নৈখন বৈ হে আছে, উভতি নাহে । ... নিশ্চয় সমুদ্ৰৰ আৰ্কষণ মহৎ । ...কিন্তু মহাকালে কিয় বাৰু মোক সেইদৰে আৰ্কষণ নকৰে ? মই সনাতনী নহওঁ, চিৰন্তনীও নহওঁ । মোৰ জীৱন-যৌৱন, বয়স সকলো ক্ষণভঙ্গুৰ ।

চিৰজন মহাকালক মই মোৰ ৰূপজ্জ্বৰ যৌৱনেৰে কেনেকৈ পৰিতৃপ্ত কৰিম ? মৃত্যুঞ্জয়ে মোক জানো অমৰত্ব দান কৰিব? নহয়, কেতিয়াও মোক অমৰত্ব নিদিয়ে । আজিলৈকে কাকো দিয়া নাই । কুমাৰ মোৰ সমানৰ্বয়া, তেওঁৰ শৰীৰ বিনাশী ; কিন্তু তেওঁৰ আত্মজ প্ৰেম অবিনাশী । তেওঁকেই মই বৰণ কৰিম । তেৱেঁই মোৰ স্বামী ; মহাকাল নহয় । মহাকাল এটুকুৰা শিল ; মহাকাল কেতিয়াও মোৰ স্বামী হ'ব নোৱাৰে ..."

মুহূৰ্ত্তৰ ভিতৰতে মাধৱীৰ সম্বিৎ ঘূৰি আহিল । তাই স্মৰণ কৰিলে ।

—মই ব্যভিচাৰিণীয়ে এইবোৰ কি কলকিছোঁ । পাপ আঁতৰ হওক । মহাকালৰ পত্নীয়ে এনে চিন্তা মনলৈ অনা অনুচিত । হে প্ৰভু মহাকাল ! মোৰ চপলতা ক্ষমা কৰা । ...হায় ! কুমাৰক পাহৰাটো যে মোৰ পক্ষে অতিশয় কষ্টদায়ক । কি কৰোঁ ? এই কষ্টৰ হাত সাৰিবলৈ কৰতোৱাৰ বুকুত নিজকে বিলীন কৰি দিম নেকি ? তেনে কৰিলে কুমাৰৰ কি হ'ব ? কুমাৰৰ কাৰণেইতো মই জীয়াই আছোঁ ... মই জীয়াই আছোঁ আৰু জীয়াই থাকিব লাগিব ....

এনে সময়তে দীঘল দীঘলকৈ খোজ দি আচাৰ্য্য দেৱস্বামী গা-ধুবলৈ বুলি তাত আহি উপস্থিত হ'ল । মাধৱীক ঘাটৰ খট-খটিত বহি থকা দেখি আচাৰ্য্যই সুধিলে ।

—"আই তুমি এতিয়াও স্নান কৰা নাই? তুমি কিয় চিন্তা কৰিছাঁ ? গুৰুৰ অনুগ্ৰহত সকলো সুসম্পন্ন হ'ব । বৃথা চিন্তা এৰা । লৰালৰি কৰা । স্নানৰ সময় পাৰ হৈ গৈছে । আজি তুমি মহাকালক পুষ্পাঞ্জলি দিব লাগিব । আজি তোমাৰ দহ বছৰৰ অন্তত দহ বছৰীয়া ব্ৰত উদযাপনৰ দিন । আহাঁ ।"

এই বুলি কৈ আৰ্চায্য দেৱস্বামী গা ধুবলৈ পানীত নামিল । সূৰ্যোদয়ৰ সময়ত মাধৱীৰ চকুৱে-মুখে ফুটি উঠা বিকলতা তেওঁ লক্ষ্য কৰিব পৰা নাছিল, মুখৰ বিবৰ্ণতাও তেওঁৰ চকুত পৰা নাছিল । যদিহে তেওঁ দেখিলেহেতেঁন, তেনেহলে নিশ্চয় বিস্ময়াভিভূত হ'লহেতেন ।

মাধৱীয়ে লৰালৰিকৈ কৰতোৱাত ঘুৰ মাৰিলে । তাৰ পিছত বঙ্কিম আভাৰে জিলিকি থকা এযোৰ পাটকাপোৰ পিন্ধি বসন্ত কালৰ পুষ্পসম্ভাৰেৰে অলংকৃতা হৈ মাধৱী হাতত কনক ধতুৰা এপাহ লৈ লয়-লাস গতিৰে মন্দিৰৰ ভিতৰ সোমাল । মাধৱীক তেতিয়া ফুলেৰে উপচি পৰা আৰু ফুলৰ ভৰত অলপ

হালি পৰা খোজ কাঢ়ি যোৱা এডাল লতা যেন হে দেখা গৈছিল। ইতিমধ্যে দেৱস্বামী মন্দিৰলৈ আহি মহাকালৰ সন্মুখত ধ্যানমগ্ন হৈ আছিল। ধ্যানৰ পিছত দেৱস্বামীয়ে চাউল, দূৰ্বা, আৰু কৰবী ফুলৰ অৰ্ঘ্য প্ৰণামপূৰ্বক মহাকালক নিবেদন কৰিলে আৰু লগে লগে শিৱৰ মহিমা-সূচক স্তোত্ৰ আবৃত্তি কৰিলে—

"জটা কটাহ-সম্ভ্ৰমন্ নিলিম্পনিৰ্ঝৰী
বিলোল-বীচিবল্লৰী বিৰাজমান মূৰ্দ্ধনি......

ইতিমধ্যে মহাকালৰ কাষ চাপি মাধৱীয়ে হাতত অনা কনক ধতুৰা ফুল লিঙ্গৰ মূৰত অৰ্পণ কৰিলে। মুহূৰ্ত্ততে পাষাণৰ কাঠিন্য সহিবলৈ টান পায়েই যেন ফুলপাহ লিঙ্গৰ মূৰৰপৰা বাগৰি গৌৰী-পীঠত পৰিল। সাষ্টাঙ্গে প্ৰণিপাত কৰি থকা মাধৱীয়ে তালৈ লক্ষ্য কৰা নাছিল ; কিন্তু ফুলপাহ বাগৰি পৰা দেখি দেৱস্বামী অমঙ্গলৰ আশঙ্কাত শঙ্কিত হৈ উঠিল।

সৰ্বাঙ্গ সুন্দৰী মাধৱীৰ মূৰত হাত দি দেৱস্বামীয়ে তেওঁক আশীৰ্বাদ দিলে।

—উঠা আই ! তোমাৰ ব্ৰত আজি সমাপ্ত হ'ল। চোৱা, মহাকাল তোমাৰ প্ৰতি সুপ্ৰসন্ন। মহাকাল দেৱাদিদেৱ। মহাকালেই তোমাৰ ভৰ্ত্তা, স্বামী, প্ৰভু আৰু প্ৰিয়তম। তুমি মহাকালৰ পত্নী। দহ বছৰ পূৰ্বে তোমাক মহাকালৰ পত্নীৰূপে বৰণ কৰা হৈছিল। আজি তোমাৰ দহ বছৰীয়া ব্ৰতৰ সমাপ্তি হ'ল।"

মাধৱীয়ে আজি দহ বছৰে এই কথাবাৰ সদায় শুনি আহিছে। শুনি শুনি তাই একে ধাৰণা কৰি আহিছে। আজি আচাৰ্যৰ উপদেশ শুনি মহাকালক স্বামীৰূপে চিন্তা কৰোঁতে মাধৱীৰ মনৰ নৱদ্বাৰ বন্ধ হ'লেও কোনোবা পথেদি আহি ৰূপ-যৌৱন-সম্পন্ন কুমাৰহে মাধৱীৰ মনো মুকুৰত প্ৰতিবিম্বিত হ'ল। উপহাসৰ ছলেৰে মাধৱীয়ে নিজৰ মনতে চিন্তা কৰিবলৈ ধৰিলে —'মই মহাকালৰ পত্নী, কাৰো কন্যা নহয়, কাৰো বাই-ভণী নহয়, কাৰো প্ৰিয়তমাও নহয় — পত্নীত্বৰো অধিকাৰ মোৰ নাই, মই কেৱল মহাকালৰ বধূ। দেৱতাৰে সৈতে বাৰু মানুহৰ মিল ক'ত? ক'ত অচেতন পাষাণখণ্ড আৰু উদ্ভিন্নযৌৱনা বিষয়েন্দ্ৰিয়-পৰায়ণা মহঁয়েই বা ক'ত? আচৰিত কথা নহয়নে যে আচাৰ্য দেৱস্বামীয়েও চেতন-অচেতনৰ পাৰ্থক্য নাজানে? নহ'লেনো মোক মহাকালৰ পত্নী বোলা কথা কেনেকৈ সম্ভৱপৰ হয়? ধৰ্ম-কৰ্মত বিশ্বাসীসকলৰ চিৰাচৰিত অন্ধবিশ্বাস যাতে অটুত থাকে, সেই উদ্দেশ্যেই মোক মহাকালৰ পত্নী বুলি কোৱা হৈছে। আচলতে মই দেৱদাসী, বাৰবনিতা। মই গণিকাবৃত্তি আচৰণ কৰিব লাগিব। হে প্ৰভু মহাকাল! মোক এনে জঘন্য কামত নিযুক্ত নকৰিবা। মই চিৰদিন তোমাকেই সেৱিম। তুমিয়েই মোৰ সৰ্বস্ব।'

এই দৰে খোকাথুকি মাতেৰে কৈ সাষ্টাঙ্গে ভূমি স্পৰ্শ কৰি হাত দুখন আগবঢ়াই দি মাধৱীয়ে মহাকালক প্ৰণাম কৰিলে।

"কৃশপৰিণতিচেতঃ ক্লেশবশ্যং ক্ব চেদং
ক্ব চ তব গুণসীমোল্লঙ্ঘিনী শশ্বদৃদ্ধিঃ...

এই স্তৱ আবৃত্তি কৰি মাধৱীয়ে সদায় মহাকালৰ আৰাধনা কৰি আহিছে আৰু আজিও তাকে কৰিলে।

## ২

কৰতোৱা নদীৰ পাৰতেই প্ৰাচীন মহাকালৰ মন্দিৰ অৱস্থিত। দূৰ-দূৰণিৰপৰা মহাকালৰ দৰ্শনৰ অৰ্থে তালৈ মানুহ আহে। আচাৰ্য্য দেৱস্বামীক ৰজাই মহাকালৰ পূজাৰীৰূপে নিযুক্ত কৰিছে। মন্দিৰৰ প্ৰাঙ্গণতেই তেওঁ বাস কৰে। পঁচিশ জনমান ব্ৰাহ্মণ আৰু অন্য লোকো মহাকালৰ সেৱাত নিযুক্ত হৈ পৰিয়ালবৰ্গৰে তাতেই থাকে। নিতৌ ৰাতিপুৱাতে দেৱস্বামীয়ে কৰতোয়াত স্নান কৰি ষড়ক্ষৰ স্তোত্ৰ (শিৱৰ স্তুতি) পাঠ কৰি বীজমন্ত্ৰেৰে মহাকালৰ পূজা-অৰ্চনা কৰে। তাৰ পিছত উপস্থিত ভক্তবৃন্দই গাখীৰ আৰু পানী লিঙ্গত ঢালি বেলপাত আৰু পুষ্পাঞ্জলিৰে মহাকালৰ পূজা কৰে। গধূলিও ৰাতি পুৱাৰ দৰেই ভক্তসকলৰ পূজা-অৰ্চনা চলে। তাৰ পিছত দেৱদাসীসকলৰ নৃত্য আৰম্ভ হয়। ৰূপ-যৌৱন-সম্পন্না নৃত্যনিপুণা যুৱতীসকলে নৃত্য কৰি মহাকালৰ ওচৰত আত্মনিবেদন কৰে। হাস্য আৰু লাস্যেৰে হাব-ভাব প্ৰকটিত কৰি দেৱদাসীসকলে নাচি নাচি আশুতোষ শিৱক সন্তুষ্ট কৰে আৰু লগতে ভক্তসকলকো আনন্দ দিয়ে। এওঁলোক আটায়ে মহাকালৰ পত্নী; এওঁলোকে আন স্বামী বৰণ কৰিব নোৱাৰে। মহাকাললৈ উৎসৰ্গীকৃত এই দেৱদাসীসকল ধনী নাগৰিকসকলৰ উপভোগ্যা।

এসময়ত বণিক বসুমিত্ৰ নামৰে বেহাবেপাৰ কৰিবলৈ মহাকালৰ মন্দিৰলৈ আহিছিল। ইয়াৰ আগেয়েও তিনিবাৰমান তেওঁ তালৈ আহিছিল বাবে দেৱস্বামী আৰু অন্যান্য ব্ৰাহ্মণসকলে তেওঁক চিনি পায়। চীনদেশীয় পাটৰ কাপোৰ, কস্তুৰী আৰু অগৰু চন্দন প্ৰভৃতিৰ বেহাবেপাৰ কৰা শ্ৰেষ্ঠী বসুমিত্ৰই কলাৱিদ্যাত নিপুণা যুৱতীও এখন দেশৰপৰা আন এখন দেশলৈ ক্ৰয়-বিক্ৰয়ৰ বাবে অনা-নিয়া কৰে। পৌণ্ড্ৰবৰ্দ্ধনৰপৰা গান্ধাৰলৈকে বাণিজ্যৰ জৰিয়তেই তেওঁৰ সৰ্বত্ৰ গতি। পাৰস্যৰ বংক্ষুনদীতো তেওঁৰ বেপাৰৰ নাও চলে বুলি শুনা যায়। নানা ঠাইৰপৰা অনা যুৱতী তেওঁ সোণৰ মোহৰৰ বিনিময়ত ৰাজ-অন্তঃপুৰলৈ পঠিয়ায়। কেতিয়াবা আকৌ দেৱমন্দিৰলৈকো এওঁলোকক নিয়া হয়।

শ্ৰেষ্ঠী বসুমিত্ৰ মহাকালক দৰ্শন কৰাৰ পিছত আৰ্চাৰ্য্য দেৱস্বামীক দেখা কৰাৰ মানসেৰে মন্দিৰ-প্ৰাঙ্গণত উপস্থিত হ'ল। সমুদ্ৰগৃহত বন্ধু বসুমিত্ৰক দেখি আৰ্চাৰ্য্যই কালপাত্ৰ অনুসাৰে যথোচিত অভ্যৰ্থনাৰে তেওঁক সন্তুষ্ট কৰি কুশল-মঙ্গল সুধিলে। তাৰ পিছত আৰ্চাৰ্য্যই ক'বলৈ ধৰিলে।

—শ্ৰেষ্ঠী ! মহাকালৰ সেৱা কৰি মই প্ৰৌঢ় অৱস্থাৰপৰা এতিয়া বাৰ্দ্ধক্যত উপনীত হৈছোঁহি। তুমি আনি দিয়া যুৱতীসকলে নৃত্যগীতেৰে মহাকালক তুষ্ট কৰি জনতাকো আনন্দ দি আহিছে। নাগৰিকসকলে কলানিপুণা সেই যুৱতীবৃন্দৰ সাহচৰ্য্য কামনা কৰে। তেওঁলোক মন্দিৰৰ বিজয়পতাকাস্বৰূপ ; কিন্তু ব্যক্তিগত ভাৱে মই ইয়াৰপৰা অকণো তৃপ্তি পোৱা নাই। চুপহি নিছিগা, অনাঘ্ৰাত ফুল এপাহি মহাকালক দিবলৈ মোৰ প্ৰবল ইচ্ছা। বিশেষকৈ এক গৌড়ী কন্যা (আঠবছৰীয়া) দেৱাদিদেৱ মহাদেৱক অৰ্পণ কৰাৰ মোৰ প্ৰবল বাসনা। সেই কন্যাটিক বাল্যকালৰেপৰাই চৌষষ্টি কলাবিদ্যা আৰু তপশ্চৰ্য্যা বিষয়ত শিক্ষা দিব লাগিব। তাৰ পিছত বয়স হ'লে কন্যাটিক দেৱাদিদেৱ শিৱক প্ৰথমতে অৰ্পণ কৰিব লাগিব। গতিকে উচ্চ কুলোদ্ভৱা সৰ্বলক্ষণ-সম্পন্না এজনী আঠবছৰীয়া বা ন বছৰীয়া ছোৱালী মোক দিয়া।"

তাকে শুনি ক্ষন্তেক মৌন হৈ থাকি শ্ৰেষ্ঠীয়ে ক'বলৈ ধৰিলে।

—এনে ৰত্ন বৰ দুৰ্লভ আৰু ইয়াৰ সংগ্ৰহো অতি কঠিন। বাৰু, মহাদেৱৰ অনুগ্ৰহ হ'লে মই সকলোপ্ৰকাৰে চেষ্টা কৰি চাম। অহা শৰৎকালত মই ইয়ালৈ আহিম। তেতিয়াই মই তেনেকুৱা কন্যা এটিয়ো লগত লৈ আহিম।"

এই বুলি কৈ শ্ৰেষ্ঠীয়ে আৰ্চাৰ্য্যক অভিবাদন জনাই তাৰপৰা প্ৰস্থান কৰিলে। তেওঁ যোৱাৰ পিছত দেৱস্বামীয়ে 'কেতিয়া নো তেওঁ উভতি আহিব, কেতিয়া শৰৎ আহিব' বুলি চিন্তা কৰি থাকিবলৈ ধৰিলে। সেই সময় বেছি দীঘলীয়া নহলেও অপেক্ষা কৰি থকা বাবে তেওঁৰ কাৰণে বহুত দীঘলীয়া যেন ধাৰণা হ'ল।

ইয়াৰ পিছত হেমন্ত আহিল, শীত আৰু বসন্ত পাৰ হ'ল। গ্ৰীষ্ম বৰ্ষাত পৰিণত হ'ল। বৰ্ষাও পাৰ হৈ গ'ল। এদিন শৰৎ আহিল। এই শৰতৰ দ্বিতীয় মাহতে শুভ্ৰ পতাকা-লাঞ্ছিত বণিক বসুমিত্ৰৰ নৌ-শ্ৰেণী কৰতোয়াৰ বুকুত দেখা গ'ল। সেই নাওবোৰৰে এখনত মাধৱী নামৰ এজনী আঁঠবছৰীয়া ছোৱালীয়ো আছে। বসুমিত্ৰই খুব যত্নেৰে তাইক নিজৰ কোঠাতে সেৱিকা ৰেৱতীৰ লগতে থাকিবলৈ দিছে। মাধৱীৰ শুশ্ৰূষাত নিযুক্ত হৈ ৰেৱতীয়ে প্ৰতিদিনে কৰ্পূৰ-মিশ্ৰিত

কুঁজৰীয়া পানীৰে তাইৰ গা ধুৱায় । গাৰ ছাল যাতে মসৃণ হয়, তাৰ বাবে সদায় মাধৱীৰ গাত সুগন্ধি অনুলেপন ঘঁহে । নাৰীলৈ অহা দিনৰেপৰাই বেত্ৰৱতীয়ে সদায় তাইৰ আলপৈচান ধৰি আহিছে । শৰীৰ-চৰ্চা, যত্ন আৰু যথেষ্ট শয়ন-ভোজনেৰে মাধৱীয়ে দিনে দিনে পদুমৰ পাহিৰ দৰে কমনীয় কান্তি ধাৰণ কৰিছে । তাইৰ দেহৰ তেনে ৰূপ দেখি বসুমিত্ৰ অতিশয় আনন্দিত । বণিকে নিজকে ধন্য মানিছে ।

মহাকালৰ মন্দিৰৰ ওচৰ পাই এদিন সন্ধ্যা হোৱাৰ পাছত বসুমিত্ৰই মাধৱীৰে সৈতে কোনেও নেদেখাকৈ দেৱস্বামীৰ ঘৰত প্ৰৱেশ কৰিলে । সেই সময়ত আচাৰ্য্যই সন্ধ্যা -পূজা সমাপ্ত কৰি চোতালৰ মূৰত থকা সমুদ্ৰগৃহৰ ভিতৰতে অকলে বহি আছিল । বসুমিত্ৰক প্ৰৱেশ কৰা দেখি আচাৰ্যই তেওঁক সাদৰ আহ্বান জনাই ক'লে ।

—আহা বসুমিত্ৰ, আহাঁ, ইয়াতে বহাঁ ।"

বসুমিত্ৰই আচাৰ্য্যৰ ওচৰলৈ গৈ প্ৰণাম জনাই ক'লে ।

—মাধৱী নামৰ এই কন্যাটিক আপোনাৰ হাতত অৰ্পণ কৰিলোঁ । মহাকালৰ প্ৰীতিৰ অৰ্থে এওঁক গ্ৰহণ কৰক ।"

মাধৱীক চন্দ্ৰকলাৰ দৰে বাঢ়ি অহা দেখি দেৱস্বামীয়ে অতিশয় তৃপ্তিৰে ক'বলৈ ধৰিলে ।

—শ্ৰেষ্ঠী ! তুমি তোমাৰ প্ৰতিশ্ৰুতি পালন কৰিলা । কিন্তু এওঁকনো তুমি ক'ত পালা ? এওঁৰ বয়সেই বা কিমান ?"

বসুমিত্ৰই ক'বলৈ ধৰিলে ।

—সকলোখিনি শুনক । তাম্ৰলিপ্তিত বহুদক নামেৰে এখন গাঁও আছে । তাতে দেৱমিত্ৰ নামেৰে এজন বাজসনেয়ী শাখাৰ বেদজ্ঞ ব্ৰাহ্মণে বাস কৰিছিল । কালক্ৰমত তেওঁৰ মৃত্যু হ'ল । তেওঁলোকৰ আঠবছৰীয়া কন্যা মাধৱীয়ে খুড়াকৰ ঘৰত দুখেৰে কালাতিপাত কৰি আছিল । মই কহত অৰ্থৰ বিনিময়ত আপোনাৰ আদেশ পালন কৰি এই সুলক্ষণী কন্যাটিক লৈ আহিছোঁ ।"

আচাৰ্যই মিচিকিয়া হাঁহিৰে ক'লে ।

—জানিছোঁ, কনকচম্পাৰ বৰণৰ এই ছোৱালীজনী গৌৰী (আঠবছৰীয়া) যেন দেখা যায় । বসুমিত্ৰ, তুমি মোক কৃতাৰ্থ কৰিলা । মাধৱীক মহাকালৰ বধূৰূপে

মই সকলো কলাতে পাৰ্গত কৰিম । মাধৱী এই মন্দিৰৰ অলংকাৰ-স্বৰূপ হ'ব । বাক, এশ সোণৰ মুদ্ৰাৰ বিনিময়ত তোমাৰ এই ক্লেশ সাৰ্থক হওক । মহাকালে তোমাৰ মঙ্গল কৰক । এশ সোণৰ মুদ্ৰাৰে ভৰি থকা এই মোনাটো গ্ৰহণ কৰা । মহাকাল তোমাৰ সহায় হওক ।"

—'আচাৰ্য্যই যি ভাল দেখে' —বুলি কৈ শ্ৰেষ্ঠী ধনৰ মোনাটো লৈ নিজৰ নাৱলৈ উলটি গুচি গ'ল ।

পিছদিনা ৰাতিপুৱা দেৱস্বামীয়ে মাধৱীক কৰতোৱাত গা-পা ধুৱাই মহাকালৰ মন্দিৰলৈ আনিলে । তাইক ওচৰতে বহুৱাই তেওঁ নিজে মহাদেৱৰ পূজা-অৰ্চনা কৰিলে । পূজাৰ শেষত মাধৱীৰ কপালত ৰঙা চন্দনৰ ফোঁট দি দেৱস্বামীয়ে. গম্ভীৰ অথচ মধুৰ স্বৰেৰে ক'বলৈ ধৰিলে ।

—আই মাধৱী, এয়া তোমাৰ সন্মুখত মহাকালৰ ৰূপ ধাৰণ কৰি দেৱাদিদেৱ মহাদেৱ স্বয়ং বিৰাজমান । দেৱাদিদেৱৰ চৰণত তুমি নিজকে সমৰ্পণ কৰিব লাগিব । তেৱেঁই তোমাৰ স্বামী, প্ৰভু আৰু প্ৰিয়তম । মহাকালক তুমি স্বামীৰ দৃষ্টিৰে চাবা । কোনো মানুহকেই তুমি কায়মনোবাক্যে কামনা কৰা অনুচিত । মহাকাল অবিনাশী, তেওঁকেই তোমাৰ অবিনাশী প্ৰেম নিবেদন কৰিব লাগিব, আন কোনো মৰণশীল মানুহক নহয় । মহাকালেই তোমাৰ সহায় । মহাকালৰ ওচৰত আত্মসৰ্মপণ কৰি তুমি মৃত্যুৰপৰা অমৃতলৈ যোৱা । প্ৰতিদিনে মই মহাকালৰ পূজা কৰাৰে সময়ত তুমি মোৰ কাষত ইয়াতে আসনত বহি মহাকাললৈ চাই থাকিবা আৰু নৃত্য-গীতেৰে তেওঁক আৰাধনা কৰিবা । তুমি নৃত্য-গীত শিকিব লাগিব । আজি শুভাৰম্ভ কৰা এই ব্ৰতৰ দহবছৰ পাছত বসন্তকালৰ মদন-ত্ৰয়োদশীত সমাপ্তি ঘটিব । তেতিয়া চন্দ্ৰও সম্পূৰ্ণ হৈ চিত্ৰা নক্ষত্ৰৰ সৈতে মিলিত হ'ব আৰু তোমাৰো নৃত্যানুশীলন সাৰ্থক হ'ব ।"

দেৱস্বামীয়ে এই দৰে কোৱাত মাধৱীয়ে তেওঁক প্ৰণাম কৰিলে । দেৱস্বামীয়ে মাধৱীক দাঙি দুই বাহুৰে সাবটি ধৰি কিছুসময় বৈ থাকিল । মাধৱীয়ে তেখেতক তাইৰ স্বৰ্গীয় পিতাকৰ দৰেই ভাবি চকুপানী টুকি টুকি হঠাতে ক'বলৈ ধৰিলে ।

—দেউতা, মই নিৰাশ্ৰয়া । আপোনাকেই মই পিতা বুলি ভাবিছোঁ । আপোনাৰ ৰুচি অনুসৰি মোক শিক্ষা দিয়ক ।"

আচাৰ্য্যই মাধৱীৰ পদুমপাহিৰ দৰে মুখখনি অলপ ওপৰলৈ তুলি ধৰিলে । আকৰ্ণ-বিস্তৃত চকুজুৰিৰে সুন্দৰ মুখখনলৈ আৰু নীলাভ নয়নযুগললৈ চাই চাই

আচাৰ্য্যই মাধৱীক নিজৰ কন্যা বুলিয়েই ভাবি ল'লে । নিজে সন্তানহীন হ'লেও তেওঁ অপত্যস্নেহত আপ্লুত হৈ অস্ফুট স্বৰেৰে ক'লে ।

—আই তুমি স্নেহধন্যা । অতিশীঘ্ৰেই তুমি মহাকালৰ কৰুণা লাভ কৰিবা । তুমি মহাকালৰ বধূ, তোমাৰ শৰীৰ প্ৰস্ফুটিত আমৰ মুকুলৰ দৰে হওক, তোমাৰ অঙ্গ-প্ৰত্যঙ্গ প্ৰফুল্লিত ফুলৰ দৰে বিকশিত হওক । পানীত পদুম-কলিবোৰ বতাহত যি নৃত্যভঙ্গিমাৰে নাচি থাকে তোমাৰ চৰণেও সেই নৃত্যভঙ্গিমা গ্ৰহণ কৰক ।"

অলপ বৈ তেওঁ আকৌ ক'বলৈ ধৰিলে ।

—মাধৱী ! তোমাৰ তপস্যা দীৰ্ঘলীয়া হ'ব । প্ৰতিদিনে তুমি তোমাৰ দৈনন্দিন কৰ্ম যত্নেৰে, শ্ৰদ্ধাৰে, লাজেৰে, ভয়েৰে পালন কৰিব লাগিব ; আচৰণ কৰিব লাগিব । এই কাৰ্য্য কেতিয়াও অৱহেলা কৰিব নালাগিব আৰু দৈনন্দিন কাৰ্য্যৰ প্ৰতি কোনো প্ৰকাৰে ঔদাসীন্যও দেখুৱাব নালাগিব । ইয়াৰ আগেয়ে মই ললিতাক দহ বছৰ নৃত্য শিক্ষা দিছোঁ । নৃত্য প্ৰতিযোগিতাত ললিতাই সকলোকে পৰাজয় কৰি মুখ্য নটীৰূপে এটিয়াও আছে । তুমি তাইৰেই স্থানাভিষিক্তা হবা । মহাকালেই তোমাৰ একমাত্ৰ আশ্ৰয় ।"

এই বুলি কৈ দেৱস্বামীয়ে মহাকালক প্ৰণাম জনালে । মাধৱীয়েও তেওঁক অনুসৰণ কৰিলে ।

দেৱস্বামীয়ে মাধৱীৰ দিনচৰ্য্যা নিৰূপণ কৰি দিলে । সূৰ্যোদয়ৰ আগতেই মাধৱীয়ে শয্যাত্যাগ কৰিব, তাৰ পাছত দাঁত ঘঁহিব আৰু কৰতোয়াত স্নান কৰিব । স্নানৰ পাছত পাটকাপোৰৰ সাজ-পোছাক পিন্ধি সীমিত পৰিমাণৰ প্ৰসাধন ব্যৱহাৰ কৰিব, আৰু মালা পিন্ধি ধূপ জ্বলাব । আৰ্চিত নিজৰ মুখ চাই আনন্দমনেৰে মহাকালৰ পূজা-অৰ্চনা কৰি আত্মনিৱেদন কৰিব । তাৰ পাছত নৃত্যানুশীলন হ'ব ।

মাধৱীৰ দিনচৰ্য্যা আৰম্ভ হ'ল । আচাৰ্য্য দেৱস্বামীয়ে নিতৌ ভঙ্গী-মুদ্ৰাৰে মাধৱীক নৃত্যশিক্ষা দিয়ে । ঢোলবাদক জয়দেৱে ঢোল বজায় । নৃত্যানুশীলনত দুঘন্টা অতিবাহিত হোৱাৰ পাছত ৰাতিপুৱাৰ ভোজন । তাৰ পিছত সংস্কৃত অধ্যয়ন । ক্ৰমে পুৰাণ, ইতিহাস, কাব্য আৰু নাটকৰ অধ্যয়ন । দুপৰীয়া কেতিয়াবা অগৰু চন্দনৰ তেল বা গৰুৰ ঘিঁউৰে গা-মালিচ । তাৰ পাছত স্নান-ভোজন । ভোজনৰ পাছত কিছুসময় বিশ্ৰাম । আবেলি পৰত আকৌ প্ৰসাধন ব্যৱহাৰ

কৰি ধাত্ৰী ৰেৱতীৰ সৈতে কলাচৰ্চা । তাৰ পাছত ভাটো-শালিকা আদিক মাতকথা শিকোৱা নাইবা কটি অনুসৰি উদ্যানত ইতস্ততঃ ভ্ৰমণ । গধূলি আকৌ দেৱদাসীসকলৰ নৃত্যাৰম্ভৰ আগেয়ে মহাকালৰ বন্দনা । মন্দিৰৰ পৰা আহি আকৌ নৃত্যশালাত নৃত্যানুশীলন ।

আচাৰ্যই মাধৱীক নাট্যশাস্ত্ৰ পঢ়ায় । জয়দেৱে বাদ্য বজায় আৰু মাধৱীয়ে নাচে । ৰাতিৰাকালত ৰাতি আকৌ কৰ্পূৰমিশ্ৰিত পানীৰে স্নান । গাত বিৰিণাৰ অনুলেপন আৰু ফেনোৱা তেল ঘঁহি শৰীৰ সুঠামকৰাৰ প্ৰচেষ্টা চলে ।

মাধৱীয়ে দহবছৰ ধৰি প্ৰতিদিনে এই দিনচৰ্য্যা অনুসৰণ কৰি আহিছে । লাহে লাহে বালিকা মাধৱী কিশোৰী হ'ল । কৈশোৰ অতিক্ৰম কৰি মাধৱীয়ে এতিয়া নৱযৌৱন লাভ কৰিছে । অহা চ'ত মাহৰ সংক্ৰান্তিৰ দিনা মাধৱীৰ ব্ৰত উদ্‌যাপন হ'ব আৰু সেইদিনাই তাইৰ দহবছৰীয়া তপস্যাৰো পৰিসমাপ্তি ঘটিব । তাৰ পাছত আকৌ মদন-ত্ৰয়োদশীৰ দিনা নৃত্য-প্ৰতিযোগিতা হ'ব । সেই নৃত্য-প্ৰতিযোগিতাত মাধৱীৰ জয় অনিবাৰ্য্য । তাৰ পাছত মাধৱীয়ে মুখ্য নটীৰূপে সৰ্বশ্ৰেষ্ঠ স্থান লাভ কৰিব । এইদৰে যেতিয়া সকলো কাম কাজ চলি আছিল, তেনে সময়তে ৰাজপুৰুষৰ দ্বাৰা অনুসৃত দুজন ৰাজকুমাৰ তালৈ আহিল ।

**　　**　　**

এদিনাখন প্ৰাগজ্যোতিষাধিপতি সুস্থিতবৰ্মাই গুপ্তচৰৰ মুখৰপৰা শুনিবলৈ পালে যে গৌড়ৰ অধিপতিয়ে ৰণ-লিপ্সাত অভিযান আৰম্ভ কৰিব খুজিছে । অচিৰেই তেওঁ প্ৰাগজ্যোতিষপুৰ জয় কৰিবলৈ চতুৰঙ্গবলেৰে পূব দিনে আগ বাঢ়ি আহিব । তাকে শুনি সুস্থিতবৰ্মা নিজৰ ক্ষীণস্বাস্থ্য আৰু শত্ৰুৰ শক্তিসামৰ্থ্যৰ কথা চিন্তাকৰি খুব বিচলিত হৈ পৰিল । তেওঁৰ মনত গভীৰ চিন্তাই দেখা দিলে । ইতিপূৰ্বে মালৱাধিপতি মহাসেনগুপ্তই গৌড় জয় কৰি পৌণ্ড্ৰবৰ্দ্ধন নামৰ ভূখণ্ড নিজৰ অধিকাৰভুক্ত কৰি লৈছিল । সেই ৰাজ্যখণ্ড বংশ পৰম্পৰাক্ৰমে নৰক-বংশীয় ৰজাসকলৰ ৰাজ্যৰেই অন্তৰ্ভুক্ত হৈ আছিল । দৈৱ-দুৰ্বিপাকত এসময়ত গৌড়ৰ ৰজাই অধিকাৰ কৰিছিল । তাৰ পাছত মালৱদেশৰ ৰজাই গৌড় আক্ৰমণ কৰি সেই ভূখণ্ড নিজৰ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে । সুস্থিতবৰ্মাই শুনিবলৈ পাইছিল যে জয়নাগ স্বৰ্গী হোৱাত শশাঙ্ক নামে প্ৰসিদ্ধ নৰেন্দ্ৰগুপ্ত গৌড়ৰ অধিপতি হৈ দিনে দিনে সৈন্যবল আৰু ধনবলেৰে ক্ৰমে অধিক বলৱান হৈ পৰিছে ।

তেওঁ সম্ভৱতঃ ৰাজ্যৰ একাংশ এৰি দি মালৱৰাজৰ লগত "ভূমিদান সন্ধি" কৰি কামৰূপ জয় কৰিবলৈ ইচ্ছা কৰিছে। গুপ্তচৰ বিলাকে কৈছে যে মিত্ৰ,কোষ,ৰাষ্ট্ৰ আৰু দুৰ্গবলেৰে শশাঙ্ক বলীয়ান হৈ পৰিছে। তেওঁ নিজেই শক্তিশালী,এতিয়া মালৱৰ সহায়ত আকৌ অধিক শক্তিশালী হৈ উঠিছে ....

ৰজাই চিন্তা কৰিবলৈ ধৰিলে।

—এই অৱস্থাত মোৰ পক্ষে কি কৰা উচিত ? বহু বছৰ ব্যাপি চলি থকা যুদ্ধ আৰু নতুন নগৰ নিৰ্মাণত ৰাজভঁৰাল উদং হ'ল, সৈন্য-সামন্ত হ্ৰাস পালে। প্ৰবল শত্ৰুৰ লগত সন্ধি কৰা উচিত নে যুদ্ধ কৰা কৰ্ত্তব্য ? 'শক্তিহীনে সন্ধিকৰা উচিত আৰু পৰাক্ৰমীয়ে যুদ্ধ কৰা উচিত' বুলি কৌটিল্যই উপদেশ দিছে। মোৰ শত্ৰু প্ৰবল, ইফালে মই শক্তিহীন ; গতিকে সন্ধি কৰাই মোৰ পক্ষে উচিত হ'ব। নহয়, গোড়াধিপতিৰ লগত কেতিয়াও সন্ধি কৰিব নোৱাৰি। কৰ দি বশ্যতা স্বীকাৰ নকৰিলে গৌড়াধিপতিয়ে কেতিয়াও সন্ধি নকৰে। হায় ! এনে চিন্তা মোৰ পক্ষে কেনে কষ্টদায়ক ! সমগ্ৰ পৃথিৱী পালন কৰোঁতা নৰকৰ বংশধৰসকলৰ এই ৰাজ্যখন কি শত্ৰুৰ হস্তগত হ'ব ? বিষ্ণুৰ ঔৰসজাত ভূমি পুত্ৰ নৰক। সেই ভৌম বংশীয় ৰজাসকলে এতিয়া গৌড়ৰ চাৰণ হৈ জয়গান গাই ফুৰিব লাগিব ? নহয়, হব নোৱাৰে, কেতিয়াও এনে কাৰ্য্য হব নোৱাৰে। ভূতিবৰ্মাৰ পৰিনাতি সুস্থিতবৰ্মা এতিয়াও জীয়াই আছে। মোৰ প্ৰপিতামহ ভূতিবৰ্মাদেৱে অকলেই 'পঞ্চগৌড়' জয় কৰিছিল ......

...দুৰ্ভাগ্যক্ৰমে পৌণ্ড্ৰবৰ্দ্ধন হস্তচ্যুত হৈছে যদিও প্ৰাগজ্যোতিষপুৰ যি কোনো উপায়েৰে ৰক্ষা কৰিবই লাগিব। মই জীয়াই থকালৈকে গৌড়সৈন্য কেতিয়াও কৰতোয়া পাৰ হ'ব নোৱাৰে। মোৰ সৈন্যবল পৰ্য্যাপ্ত নহয়, তথাপি সংশপ্তক বাহিনীৰ দৰে আমৰণ সমৰাভিযান কৰাৰ বাহিৰে মোৰ গত্যন্তৰ নাই। এই সময়ত মোক পাচফালৰপৰা আক্ৰমণ কৰোঁতাও কোনো নাই, সহায় কৰোঁতাও কোনো নাই। যদি গৌড়ৰ শত্ৰু মৌখৰীৰাজ মোৰ মিত্ৰ হয় ? হবও পাৰে, যিহেতু শত্ৰুৰ শত্ৰু কৃত্ৰিম মিত্ৰ হয়। কি উপায়েৰেনো ৰাৰু মৌখৰীৰাজক মোৰ অনুকূল কৰোঁ ? দূত পঠিয়ালে পলম হ'য়। কালক্ষয়। তেতিয়ালৈকে গৌড়সৈন্যই অপেক্ষা নকৰিব বুলিয়েই মোৰ ধাৰণা। ৰাৰু, শীঘ্ৰেই উপঢৌকনেৰে তেওঁৰ ওচৰলৈ দূত পঠিয়াই দিওঁ। কিন্তু দূত ঘূৰি অহালৈ বাট চাই নাথাকোঁ। বাট চাই থাকোঁতে যদি গৌড়সৈন্যই বাটত কোনো প্ৰতিবন্ধক নোপোৱাকৈ প্ৰাগ্‌জ্যোতিষ পায়হি, তেন্তে সেই অৱস্থা বৰ দুৰ্ভাগ্যজনক হ'ব। তেতিয়া কোনো উপায়েৰে ৰৰ্ষৰত সোমোৱা শত্ৰুক খেদিব নোৱাৰিম। তথাপি দূত পঠিয়াবই

লাগিব । সেই সময়ছোৱাত যুদ্ধত লিপ্ত হৈ শত্ৰুপক্ষক বিভ্ৰান্ত কৰি অন্যফালে পঠাবলৈ মই সমৰ্থ হ'ম । মোৰ ৰাজ্যৰ প্ৰজাবৃন্দ প্ৰায়েই অস্ত্ৰ পৰিচালনাত পাৰ্গত আৰু তেওঁলোক সকলোৱে বিভিন্ন বৃত্তি অৱলম্বন কৰি খেল-পাতি বাস কৰিছে । মোৰ নগৰখন পৰ্বত, অৰণ্য আৰু নদী-দুৰ্গৰে সুৰক্ষিত । মই শত্ৰুৰ আক্ৰমণ প্ৰতিহত কৰিবলৈ সদায় সচেষ্ট । গতিকে অধিক শক্তিশালীৰ লগত যুদ্ধত প্ৰবৃত্ত হোৱাটো 'ভবিৰে হাতীক খেলাৰ নিচিনা' — এই নীতিকথাবাৰত সম্প্ৰতি গুৰুত্ব আৰোপ নকৰি ৰণ-যাত্ৰা কৰাহে মোৰ পক্ষে উচিত হ'ব । শত্ৰুসৈন্য কৰতোয়া পাৰ হ'লে প্ৰবল হ'ব, গতিকে মহানন্দা উপত্যকাতেই আমি শত্ৰুৰ সন্মুখীন হ'ব লাগিব । মেঘমুক্ত শৰৎকালতেই বিনামেঘে বজ্ৰপাতৰ দৰে আমাৰ যুদ্ধ যাত্ৰা আৰম্ভ হওক ।'

এইদৰে চিন্তা কৰি থাকোঁতেই গুল্মৰোগত আক্ৰান্ত ৰজাৰ পীড়া বাঢ়িবলৈ ধৰিলে । কোনোমতে নিজকে চম্ভালি যেতিয়া ৰজাই দুৱৰীক মাতিছিল, ঠিক সেই সময়তে প্ৰধানমন্ত্ৰী আৰ্যগুণ আহি তাত উপস্থিত হ'ল । তেওঁ আহিয়েই ৰজাক প্ৰণাম কৰি আসন গ্ৰহন কৰিলে আৰু স্নেহমধুৰ কণ্ঠেৰে ৰজাৰ কুশল-বাৰ্ত্তা সুধিলে । ৰজাই তেওঁৰ প্ৰশ্ন শুনিয়ো নুশুনা যেন দেখুৱাই আকৌ তেওঁকেই সুধিলে ।

—কালসৰ্পৰূপ গৌড়াধিপতিয়ে যে আমাক দংশন কৰিবলৈ উদ্যত হৈ ফণা মেলি আহিছে, গুপ্তচৰসকলে সেই কথা আপোনাক জনাইছেনে ?"

—হয় জনাইছে । এই মুহূৰ্ত্ততে মই সকলো কথা জানিব পাৰি মহাৰাজক অতি শীঘ্ৰে জনাবলৈ ইচ্ছা কৰি দেশ-কাল-পাত্ৰ বিচাৰ নকৰি ইয়াত উপস্থিত হৈছোঁহি । সুখৰ কথা মহাৰাজে সেই বাৰ্ত্তা আগেয়ে শুনিছে । কিন্তু মহাৰাজক অতিশয়ে অসুস্থ যেন দেখা গৈছে ।"

—গৌড়াধিপতি দিগ্বিজয় কৰিবলৈ প্ৰাগজ্যোতিষৰ ফালে আহিছে বুলি শুনি কোনেনো ধৈৰ্য্য ধৰি থাকিব পাৰে ? এই পৰিস্থিতিত কোননো শান্তিৰে থাকিব পাৰে ? এনে এটা ভীষণ বাৰ্ত্তা শুনি অসুস্থ হোৱাটোৱেই স্বাভাৱিক পৰিণতি । শত্ৰুৱে সসৈন্যে আহি কৰতোয়াৰ পাৰ পাইছেহি বুলি জনোৱা বাৰ্ত্তাই যদি প্ৰাগজ্যোতিষাধিপতিক আকুল নকৰে, তেনেহলে তেওঁৰ নৰকৰ বংশত জন্মগ্ৰহণেই নিষ্ফল হ'ব । শত্ৰু সমৰ-সজ্জাৰে সুসজ্জিত, আমি কিন্তু এতিয়ালৈকে হাত-সাৱটি বহি আছোঁ । মই ক'ব পৰা নাই আমাৰ কি হ'ব ? মই ভাবিছোঁ নিশ্চয় শত্ৰুৱে বিৰাট সৈন্যবলেৰে সিংহনাদ কৰি আগবাঢ়ি আহিছে । এৱা মই শত্ৰুৰ গৰ্জন যেন শুনিবলৈ পাইছোঁ । আপোনালোকেও কাণ দি শুনক;

শুনিব । শুনিছেনে ? তেওঁলোকৰ পদাঘাতত ধৰণী তলমল হৈ পৰিছে । চাৰিওফালে অৰাতিৰ পতাকাৰ শাৰী দেখা গৈছে । আপুনি দেখা নাই নে ? শত্ৰুৱে চাৰিও ফালৰপৰাই আমাক গ্ৰাস কৰিব খুজিছে ? হায়, কি দুৰ্ভাগ্য ! আমাৰ দেশৰ মাটি আমাৰ তেজেৰেই ৰাঙলী হবনে ? মই কিয় জীয়াই আছোঁ ? অকীৰ্ত্তি মৰণতকৈয়ো কষ্টকৰ ! ....ৰণ বা মৰণেই একমাত্ৰ গতি । কুমাৰক সিংহাসনত বহুৱাই মই নিজেই ৰণাঙ্গণলৈ যাওঁ । 'কাৰ্য্যৰ সাধন, কিম্বা শৰীৰ পতন —এয়ে মোৰ সংকল্প ।"

গুপ্তৰোগাক্ৰান্ত ৰজা চিন্তাত ব্যাকুল হৈ এইদৰে বহুত বলকি খুব দুৰ্বল হৈ পৰিল । তেওঁক কোনোমতে আশ্বাস দি আৰ্য্যগুপ্তে প্ৰকৃত পথ অনুসৰণ কৰি ক'বলৈ ধৰিলে ।

—মানুহৰ ভাগ্য ৰথৰ চকাৰ দৰেই সুখ-দুখত ঘূৰে । বিপদত ধৈৰ্য্যই ধীৰতাৰ লক্ষণ । গতিকে বিপদৰ প্ৰতিকাৰৰ অৰ্থে মহাৰাজ আৰু আমি সকলোৰে দুৰ্ভাৱনা পৰিত্যাগ কৰি উৎসাহ অৱলম্বন কৰা বাঞ্ছনীয় । শত্ৰুভয় পৰিত্যাগ কৰি ধৈৰ্য্য অৱলম্বন কৰা কৰ্তব্য । অতিশয় অসুস্থ হৈ পৰা মহাৰাজৰ ৰণযাত্ৰা উচিত নহ'ব । গতিকে —"

—তেনেহ'লে কনিষ্ঠ কুমাৰ ভাস্কৰকেই মই সেনাপতি পদত অভিষিক্ত কৰোঁ । অস্ত্ৰ-শস্ত্ৰত নিপুণ, শাৰীৰিক সৌষ্ঠৱ, শক্তি, ৰূপ আৰু বলৱত্তাৰে আন সকলোকে চেৰ পেলোৱা ভাস্কৰক শত্ৰুৱে সহজে বলে নোৱাৰে বুলি কুমাৰামাত্যই মোক জনাইছে । গতিকে গৌড়ৰ বিৰুদ্ধে এই অভিযানত তেওঁৱেই সেনাপতি হওক ।"

ৰজাই ক'লে ।

—মহাৰাজে উচিত কথাকেই কৈছে । কিন্তু এটি আশংকাই মোক দ্বিধা-গ্ৰস্ত কৰিছে । কাৰণ জ্যেষ্ঠ কোৱঁৰ সুপ্ৰতিষ্ঠিত বৰ্মাই এনে কাৰ্য্যত মনত আঘাত পাব পাৰে । গতিকে দুয়োজনকেই সমানে জড়িত কৰিব লাগে, যাতে দুয়োজনে সমানে বৃষভৰ সৌফালৰ আৰু বাওঁফালৰ শিঙৰ দৰে থাকি মহাৰাজৰ সেৱা [illegible]ৰ পাৰে আৰু লগতে ভৱিষ্যতেও যাতে ৰাজ্যখন সুৰক্ষিত হয় ।"

—হয় হয় ! দূৰদৃষ্টিসম্পন্ন মন্ত্ৰীমহোদয়ে মোক ভাল উপদেশ দিছে । শত্ৰুৰ সজ্জাৰ কথা শুনি মই কাৰ্য্যাকাৰ্য্য নিশ্চয় কৰিব নোৱাৰা হৈছোঁ । আমাৰ [illegible]বল যথেষ্ট নে ? আমাৰ হাতী, ঘোঁৰা, ৰথ আৰু পদাতিসেনা সাজু হৈ [illegible]নে ?"

—শত্ৰুৰ অভিযানৰ আশঙ্কা কৰি মই আগতেই গজাধ্যক্ষ, অশ্বাধ্যক্ষ আৰু সেনাধ্যক্ষক আদেশ দিছোঁ, —'তেওঁলোক আটায়ে নিজৰ কৰ্তব্যত সতৰ্ক হৈ থাকক।' তেওঁলোক সাজু হৈ আছে বুলি মহাৰাজে বিশ্বাস কৰিব পাৰে। অৱশ্যে বহুত কথাই শত্ৰুৰ অভিযানৰ ওপৰত নিৰ্ভৰ কৰিছে। জয়ৰ আশাত গৌড়াধিপতিয়ে কিমান সৈন্য-সামন্তৰে সুসজ্জিত হৈ আহিছে, মই প্ৰকৃততে নাজানো। গুপ্তচৰে মোক কৈছে যে অশ্বাৰোহী, গজাৰোহী আৰু পদাতিসৈন্যেৰে গৌড়াধিপতি নিজেই ৰণাঙ্গণত নামিবহি। যিয়েই নহওক, শত্ৰুৰ ভূমিতেই তেজৰ নৈ ব'ব, আমাৰ পবিত্ৰ মাতৃভূমিত নহয়।"

—তেনেহ'লে দুই-তিনিদিনৰ ভিতৰতেই কুমাৰদ্বয়ে হাতী, ঘোঁৰা আৰু সৈন্য-সামন্তৰে যুদ্ধযাত্ৰা কৰক। এই কাৰ্য্যত কিয় অযথা বিলম্ব কৰিব লাগে ?"

তাকে শুনি প্ৰধানমন্ত্ৰী আৰ্য্যগুপ্তে কিছুসময় নীৰৱ হৈ থাকি সসঙ্কোচে ক'বলৈ ধৰিলে।

—সমৰ অভিযানৰ বাবে সকলো বিষয় যথাযথ ভাৱেই আছে যদিও মোৰ বিশ্বাস ৰাজভঁৰালৰ উদং অৱস্থাৰ কথা মহাৰাজৰ অবিদিত নহয়। অৰ্থ সংগ্ৰহ তথা সৈন্যসামন্তৰ ভৰণ-পোষণৰ চিন্তাই ৰজাক সকলো সময়তে ব্যাকুল কৰি তোলে। গতিকে ইয়াৰ প্ৰতিকাৰৰ উপায় চিন্তা কৰা উচিত। মহাৰাজৰ অভিমত বা কি ?"

—অধিক কৰ লগাই ধনসংগ্ৰহ কৰাৰ বাহিৰে আন কি উপায় আছে ?"

—নতুন কৰ লগাই ধনসংগ্ৰহ কৰিবলৈ সময় লাগিব। সম্প্ৰতি ততাতৈয়াকৈ অৰ্থসংগ্ৰহ কৰিব লাগে। ৰণযাত্ৰাত এক মুহূৰ্তও বিলম্ব কৰিব নোৱাৰি।"

—তেনেহ'লে ধনীসম্প্ৰদায়, সদাগৰ আৰু বেপাৰীসকলৰ হাতত সঞ্চিত হৈ থকা ধনৰাশি নগৰপালক আৰু ৰক্ষীসকলে অতি শীঘ্ৰে বাজেয়াপ্ত কৰক। 'যদি কোনোবাই ৰাজ আজ্ঞাৰ বিৰোধিতা কৰে, নাইবা ধন দিবলৈ ইতস্ততঃ কৰে, তেন্তে তেনেজনক ৰাজদ্ৰোহী বুলি ঘোষণা কৰি যুদ্ধৰ অৱসান নোহোৱালৈকে কাৰাগাৰত বন্দী কৰি ৰখা হওক।' এই ৰাজ-আজ্ঞা নগৰে-চহৰে অতিশীঘ্ৰে ঢোল বজাই প্ৰচাৰ কৰা হওক। ইয়াত কোনো তৰ্কৰ অৱকাশ নাই, কাৰো ক্ষমা নাই। নীতিশাস্ত্ৰকাৰসকলে কৈছে —

> 'মৰ্মস্থলত আঘাত নকৰাকৈ, দাৰুণ কৰ্ম নকৰাকৈ আৰু মাছমৰীয়াৰ দৰে মাছ নমৰাকৈ কোনেও লক্ষ্মী লাভ কৰিব নোৱাৰে।'

গতিকে ৰাজ্যৰক্ষাৰ কাৰণে দাৰুণ কৰ্ম সম্পাদন কৰিবই লাগিব । আপদৰ কাৰণে ধন সাঁচিব লাগে । ৰাজ্যৰ কোষাগাৰেই হৈছে ৰাষ্ট্ৰ আৰু ধন-ৰত্ন ঘৃৰৰ ভিতৰতেই থকা উচিত বুলি শাস্ত্ৰত উপদেশ আছে ।"

তাকে শুনি প্ৰধানমন্ত্ৰীযে অলপ হাঁহি লাহে লাহে ক'বলৈ ধৰিলে ।

—এই পন্থা সচাঁকৈযে সৰল, কিন্তু এই সময়ত প্ৰজাৰ মনত দুখ দিযাৰ নিচিনা প্ৰতিকূল আচৰণেৰে কাৰ্য্য সমাধা কৰিব নোৱাৰি । প্ৰজাৰ ক্ষোভ ৰাজ্যৰ বাবে মহা অনৰ্থৰ কাৰণ হৈ উঠিব । গতিকে প্ৰতিকূল আচৰণ পৰিত্যাগ কৰিব লাগে । প্ৰজাৰ ক্ৰোধ মাতি আনিব নোৱাৰি । এই সময়ত মন দৃঢ কৰিব লাগিব । কৌশলেৰে এনে ভাবে কাৰ্য্যসমাধা কৰিব লাগিব যাতে সুখী-দুখী কোনো ক্ৰুদ্ধ নহয । সকলো নাগৰিকে, আনকি যিসকল আঢ্যৱন্ত নহয, তেওঁলোকেও যাতে যথাশক্তি স্বেচ্ছাই ধন-দান কৰে, সেই ব্যৱস্থা কৰিব লাগিব ।"

—সেই কৌশলেই বা কি ? ইযাৰ পন্থাই বা কি ? কি উপায অৱলম্বন কৰিলেনো ধনী শ্ৰেণী, বণিক সম্পদায, গৃহস্থী, খেতিযক – সকলোৱে নিজে নিজেই ৰাজকোষ বৃদ্ধি কৰিবলৈ আগবাঢ়ি আহিব ?"

—প্ৰথমতে সকলোকে এই সময়ত ৰাজ্যৰ বাবে অৰ্থৰ প্ৰযোজনীযতাৰ কথা বুজাই দিব লাগিব । তাৰ পাছত ৰাষ্ট্ৰত দেখা দিযা ভীষণ ভযৰ কাৰণ অতিৰঞ্জিত ভাৱে প্ৰচাৰ কৰিব লাগিব ।

'শত্ৰুৰপৰা যি ভযৰ কাৰণ দেখা গৈছে —তাৰ দ্বাৰা ৰাজ্য সমূলঞ্চে বিনষ্ট হ'ব । বাইঁত ফুল ধৰিলে সেই বাইঁ মৰাৰ দৰে এই আপদ সকলোৰে মৃত্যুৰ কাৰণ হ'ব । গতিকে এই পৰিস্থিতিত জীৱনৰ আশা নাই । সৰ্বস্ব দি হ'লেও ৰাজ্যৰক্ষা কৰা উচিত । আনকি নিজৰ পুত্ৰ-পৰিবাৰৰ ৰক্ষাৰ বাবেও ৰাজ্যৰক্ষা কৰা কৰ্ত্তব্য ।'

গাৱেঁ-ভূঞে মধুৰ, সূক্ষ্ম আৰু অতিৰঞ্জিত ভাষাৰে এইদৰে গোহাৰি জনাব লাগিব ।

> 'এই ঘোৰ আপদকালত, দাৰুণ সঙ্কট উপস্থিত হোৱা সময়ত আপোনালোকৰ ৰক্ষাৰ কাৰণে অৰ্থ-সম্পদ প্ৰাৰ্থনা কৰা হৈছে । ভযৰ কাৰণ আতৰ হ'লেই সেই ধন সুতে-মূলে আপোনালোকক ঘূৰাই দিযা হ'ব । শত্ৰুৱে যদিহে

বলেৰে আপোনালোকৰ ধন-বিত অপহৰণ কৰে, তেনেহ'লে আপোনালোকে কেতিয়াও আৰু সেই ধন ঘূৰাই নাপায়। শক্ৰৱে জানো অপহৃত ধন ঘূৰাই দিব ? নিদিয়ে। যদি ভাৰ্য্যা-পুত্ৰ সমন্বিতে আপোনালোক সকলোৱে মৃত্যু হয়, তেন্তে পুত্ৰ-পৰিবাৰৰ বাবেনো অৰ্থ-সঞ্চয় কৰি কি লাভ হ'ব ?'

এইদৰে আবেদন জনালে দেশপ্ৰাণ ব্যক্তিসকলে ৰাজ্যৰক্ষাৰ কাৰণে, গৃহস্থই ভাৰ্য্যা-পুত্ৰ ৰক্ষাৰ অৰ্থে আৰু অৰ্থলোভী ধনীসকলে যশস্যা লাভ আৰু সুত বৃদ্ধিৰ আশাত স্বেচ্ছাই ধন-সোণ ৰাজভৰালৈ দান কৰিব। যদি মহাৰাজে সমৰ্থন কৰে, তেন্তে এই উপায়েৰে শীঘ্ৰেই ৰাজকোষ পূৰ্ণ হ'ব। ”

—এই প্ৰস্তাৱ মই সৰ্বান্তঃকৰণেৰে সমৰ্থন কৰিছোঁ। ইয়াত আৰু বিলম্ব কিয় ? অতিশীঘ্ৰে এই কাৰ্য্য কৰা হওক। শত্ৰু ক্ষন্তেকো বাট চাই নাথাকে।”

এইদৰে সকলোৱে যুদ্ধৰ সমল সংগ্ৰহ কৰাত ব্যস্ত হৈ থাকোঁতেই শুনা গ'ল যে গৌড়দেশীয় সৈন্য আগ বাঢ়ি আহিছে। সুপ্ৰতিষ্ঠিতবৰ্মা আৰু ভাস্কৰবৰ্মা নামৰ ৰাজকুমাৰ দুজন নিজৰ তাকৰীয়া সৈন্যৰেই চন্দ্ৰ-সূৰ্য্যৰ দৰে অতৰ্কিতে ৰণাঙ্গণত অসংখ্য গৌড়সৈন্যৰ সন্মুখত উপস্থিত হ'ল। নিজৰ সৈন্যবাহিনীৰপৰা পৃথক হৈয়ো যেতিয়া তেওঁলোক জয়ী হোৱাৰ উপক্ৰম হৈছিল, ঠিক সেই সময়তে শত্ৰুপক্ষই এজাক হাতীৰে তেওঁলোক দুয়োকো বেৰি ধৰি স্বদেশলৈ লৈ গ'ল আৰু কৰ্ণসুবৰ্ণৰ কোনো এটা দুৰ্গত অনুচৰেৰে সৈতে দুয়োকে বন্দী কৰি ৰাখিলে।

ৰণক্ষেত্ৰৰপৰা প্ৰাগজ্যোতিষপুৰলৈ অহা দূতৰপৰা খবৰ পোৱা গ'ল যে ৰাজকুমাৰ-দ্বয় শত্ৰুৰ হাতত বন্দী হ'ল। এই বাৰ্তা শুনিয়েই ৰজাই প্ৰাণ ত্যাগ কৰিলে। ৰজাৰ মৃত্যু হ'লত, শত্ৰুৰ হাতত বন্দী হোৱা কুমাৰদ্বয় কেতিয়া গৌড়ৰ কৱলৰপৰা মুক্ত হ'ব —ইয়াকে ভাবি প্ৰজাবৰ্গ ভয়ত ব্যাকুল হৈ পৰিল। চকুৰ পানীয়ে প্ৰজাৰ চকু এঠাৰ দৰে ঢাকি ধৰিলে, কথা-বতৰাত সততে হুমুনিয়াহ ওলাল আৰু হৃদয় দুখৰ শেলে বিন্ধিবলৈ ধৰিলে। গৌড়ৰ ভয়তেই যেন জনতাৰ হাঁহি লোপ পালে, শোকত বাত বিষত কোঙা হৈ পৰা মানুহৰ দৰে ৰমণীৰ নৃত্যও স্থবিৰ হৈ পৰিল। কথা-বাৰ্ত্তাতো ক'তো ঠাট্টামস্কৰা শুনা নগ'ল ; কেৱল শুনা গ'ল — সকলোৱে উৎকণ্ঠামিশ্ৰিত জিজ্ঞাসা। প্ৰাগজ্যোতিষৰ প্ৰজাই সেইদিনা গা নুধুলে, খাবলৈ-বৰলৈ পাহৰিলে ; ৰমণীৰ মুখৰ প্ৰসাধন

নাইকিয়া হ'ল ; তেওঁলোকৰ চকু-মুখে ফুটি উঠা হাব-ভাব সেইদিনাৰে লোপ পালে ।

এই পৰিস্থিতিত প্ৰধানমন্ত্ৰীয়ে অন্যান্য বিষয়ৰ মন্ত্ৰীসকলৰ লগত মন্ত্ৰণা কৰি কোনোমতে ৰাজ্যপালন কৰিবলৈ চেষ্টা কৰিলে । কুমাৰদ্বয়ে অচিৰেই প্ৰজাৰ চকুত জিলিকি উঠি আনন্দ দিবহি বুলি ৰাজ্যত বাতৰি প্ৰচাৰ কৰা হ'ল ।

ইফালে কেইজনমান সৈনিক আৰু বলাধ্যক্ষ সোমগুপ্তৰে সৈতে কুমাৰদ্বয়ক বন্দী কৰি শত্ৰুৱে লৈ যোৱা আৰু কৰ্ণসুবৰ্ণৰ এটা প্ৰৱেশ-নিৰ্গম নিষিদ্ধ দুৰ্গত অনুচৰবৰে সৈতে তেওঁলোকক বন্দী কৰি থোৱা খবৰ গুপুত হৈ থাকিল । দিনে নিশাই উজাগৰে থাকি দুৰ্গৰক্ষা কৰিব লাগিব বুলি দুৰ্গপাল বন্ধুগুপ্তক ৰজাৰ আদেশ জনাই দিয়া হ'ল । ইয়াৰ পাছত কেইদিনমানৰ ভিতৰতে সোমগুপ্তৰ দুৰ্গপাল বন্ধুগুপ্তৰ লগত মিত্ৰতা হ'ল । বন্ধুগুপ্তই আত্মপৰিচয় দি ক'লে ।

—প্ৰাগজ্যোতিষাধিপতি মহাৰাজধিৰাজ চন্দ্ৰমুখবৰ্মাৰ দ্বাৰা পূৰ্বে এই দুৰ্গ ৰক্ষা কৰিবলৈ মই দুৰ্গপাল নিযুক্ত হৈছিলোঁ । কালক্ৰমত গৌড়ৰ ৰজাই এই কৰ্ণসুবৰ্ণমণ্ডল আৰু এই দুৰ্গ নিজৰ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে । গৌড়ৰজাৰ নিৰ্দেশত দুৰ্গপালন কৰোঁতেই মোৰ বিয়াল্লিছটা বছৰ পাৰ হৈ গ'ল । পাঁচ প্ৰকাৰ প্ৰলোভনৰ অগ্নিপৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত নিযুক্ত ৰাজসেৱক মোক গৌড়ৰজাৰ বিষয়াসকলে এতিয়া তৃণ হেন জ্ঞান কৰে । এসময়ত এই ঠাইৰ শাসনভাৰ মোৰপৰা কাঢ়ি নিয়া হ'ল । কেৱল সেয়েই নহয় স্ত্ৰীলম্পট সেই ৰজাই ৰক্ষীসকলৰ দ্বাৰা মোৰ কন্যা বিপাশাক দুবছৰ আগেয়ে অপহৰণ কৰালে । কন্যাৰ বিচ্ছেদত কাতৰ হৈ মোৰ পত্নীও সেই শোকতেই পৰলোক প্ৰাপ্তি হ'ল । কিমান দুখৰ কথা । ৰখীয়াবিলাকে টানি নিয়াৰ সময়ত বিপাশাৰ করুণ ক্ৰন্দন এতিয়াও মোৰ কাণত বাজি আছে, মোৰ মনত শূলে বিন্ধাদি বিন্ধি আছে । 'পিতাদেৱ ! মোক ৰক্ষা কৰা, মই আৰু এক মুহূৰ্তও জীয়াই নাথাকোঁ । আই ! কি পাপত মোৰ এই দশা হ'ল মই নাজানো ... হে মোৰ পিতৃ-মাতৃ, তোমালোকে নিজকে ৰক্ষা কৰা । মোৰ পিতাই নহওক, মই কেতিয়াও .....' —এই বুলি কৈ বিপাশাই করুণভাৱে ব [illegible] দি থাকোঁতেই ৰক্ষীহঁতে তাইৰ মুখত কাপোৰেৰে সোপা দি বলেৰে তাইক টানি নি ৰথত তুলি গৌড়ৰ ৰাজধানীলৈ লৈ গ'ল ।"

ইয়াকে কৈ বৃদ্ধ কিছুপৰ নীৰৱ হৈ ৰ'ল । কাটৰত সোমাই পৰা চকুজুৰিৰপৰা সোতৰাপৰা চালৰ গালদুখনত বৈ পৰা চকুপানী চাদৰৰ আচলেৰে মচি তেওঁ ক্ষন্তেক সোমগুপ্তৰ মুখলৈ চাই ৰ'ল । তেওঁৰ অন্তৰত জ্বলি থকা জুইকুৰা যেন চকুৰেদি ওলাইহে আহিব খুজিছে । সোমগুপ্তক যেন এতিয়াই পুৰি পেলাব —এনে ভাৱে বৃদ্ধই কৰ্কশ আৰু কঠোৰ ভাষাৰে ক'বলৈ ধৰিলে —"ইয়াৰ পাছতো আকৌ শুনিবলৈ কিবা বাকী আছে নে ?

... তথাপি শুনা । চন্দ্ৰপুৰী অঞ্চলত ৰজাৰ কৃষিভৰালৰ ৰক্ষক কল্যাণবৰ্মা নামেৰে এজন ধনাঢ্য ৰাজকৰ্মচাৰী আছিল । তেওঁৰ পুত্ৰ ধ্ৰুৱ ; ধ্ৰুৱ আছিল যুদ্ধবিদ্যা আৰু শাস্ত্ৰত সমানে পাৰদৰ্শী । ধ্ৰুৱলৈকে বিপাশাক বিয়া দিয়া হ'ব বুলি ঠিক কৰি যেতিয়া বিয়াৰ বাবে দুয়ো ঘৰেই দিন-ক্ষণ গণি আছিল, বন্ধু - বান্ধৱে উৎসৱৰ কাৰণে যা-জোগাৰ কৰিছিল আৰু স্ত্ৰীসকলে অলঙ্কাৰ আৰু কাপোৰ কানি গোটাইছিল, তেনে সময়তে দুৰ্গ পৰ্যবেক্ষণ কৰিবলৈ অহা বংশৰ কলঙ্কস্বৰূপ ৰজাই প্ৰাসাদৰ ওপৰত থকা বিপাশাক দেখা পালে । তাইক দেখিয়েই সংযমহীন ইন্দ্ৰিয়পৰায়ণ স্ত্ৰীলম্পট ৰজাই নিজৰ দুৰ্গৰ পৰা খবৰ-বাতৰি সংগ্ৰহ কৰিবলৈ দূত পঠিয়ালে । দূতৰ মুখৰপৰা সকলো বৃত্তান্ত জানি ধ্ৰুৱৰ আচৰণত দোষাৰোপ কৰি গুপ্ত-ঘাতকৰ দ্বাৰা ধ্ৰুৱক হত্যা কৰালে আৰু তেওঁৰ বৃদ্ধ পিতৃকো মিছা অপবাদ দি নিগ্ৰহপূৰ্বক পদচ্যুত কৰিলে । তাৰ পাছত সপৰিবাৰে তেওঁক দেশান্তৰী কৰিলে । যেতিয়া এপাত শৰেৰেই ধ্ৰুৱক হত্যা কৰা হ'ল, বিপাশাক অপহৰণ কৰা হ'ল, মোৰ ভাৰ্যা প্ৰভাৱতীক মৃত্যুমুখলৈ ঠেলি দিয়া হ'ল, আৰু মোৰ একমাত্ৰ পুত্ৰক যুদ্ধলৈ পঠিওৱা হ'ল, তাৰ পাছতো মই হতভগীয়া পুষ্প-ফলহীন তৰুৰ দৰে অকলে জীয়াই আছোঁ .......

.. ..ভীমে দুঃশাসনৰ ৰক্তপান কৰাৰ দৰে, যেতিয়ালৈকে মই সেই ৰজাৰ তেজেৰে আত্মাক তৃপ্ত কৰিব নোৱাৰো, তেতিয়ালৈকে যমেও মোক মাৰিব নোৱাৰে । হে কল্যাণময় ঈশ্বৰ ! ৰাজকুমাৰ দুজনক তুমিয়েই ইয়ালৈ আনিছা । দুৰ্গৰ দুৱাৰ মেলি মই তেওঁলোকক নিজৰ দেশলৈ পঠিয়াম । সৈন্য-সামন্ত সংগ্ৰহ কৰি দুষ্টৰজাক শাস্তি দিয়াতো মোৰো কামনা । সোমগুপ্ত ! তুমি কুমাৰদ্বয়ক এই বাৰ্ত্তা নিবেদন কৰা আৰু তুমিয়ো যাত্ৰাৰ সময় ঠিৰ কৰা । কাইলৈ সাজ গটাৰ পাছতেই তোমালোক সকলোৱে দুৰ্গৰ উন্মুক্ত দ্বাৰেৰে দুৰ্গৰ বাহিৰ ওলাই বেগাই স্বদেশলৈ যাত্ৰা কৰিবা । দুৰ্গৰ পৰিখাৰ বাহিৰত গছৰ ছাঁত ঘোঁৰা থাকিব......"

বতং সময় .এটৈলৈ চাই থাকি সামন্তপুই ক'লে ।

আত্মাভিমানী ৰাজকুমাৰদ্বয়ে প্ৰাণ গ'লেও পলায়ন নকৰে । তাগাৰ তেওঁৰা বন্দী হ'লেও ৰাজবংশোচিত বীৰ্যবত্তাৰ প্ৰদীপ্ত কুমাৰদ্বয়ে সময়ৰ অপেক্ষা কৰি আছে । উপযুক্ত সময়ত শত্ৰুক নিজ বলেৰে জয় কৰি ...লোক হৈয়াৰ পৰা যাব , পলাই নাযায় ।"

- ধিক্ মূৰ্খ । এইটো পলায়ন নহয় । ক্ষাত্ৰিয়ত্ব আৰু ভীৰুতা ছাঁ আৰু ৰ'দৰ পোহৰৰ দৰে পৰস্পৰ বিৰোধী । মই কাৰ্য সাধনৰ উপায়হে দিছো আৰু তাৰ বাবে প্ৰাণ হাতত লৈ ৰজাৰ শাস্তিলৈ বাধাৰূপ নকৰি গমু কৰি যাম । এতিয়া পিছৰ কথাখিনি শুনা ।

. কাইলৈ শিৱচতুৰ্দ্দশীৰ দিনা নাগৰিৰ আৰু নগৰপালক সকল উৎসৱত মত্ত হৈ থাকিব । মোৰ আজ্ঞাবহ দূৰ্গৰখীয়াহ'ত দূৰ্গৰ দুৱাৰ মেলি থব আৰু হাতত অস্ত্ৰ লৈ ৰক্ষক হিচাপে যথাস্থানত ন থাকিব । সেই সময়তেই মই পঠিওৱা অস্ত্ৰ লৈ তুমি নগৰীয়াহঁতৰে সৈতে কুমাৰ দুজনাক লগত লৈ বাহিৰ ওলাই আহিবা আৰু কাঠৰ দলংখনেৰে পৰিখা পাৰ হৈ গছৰ আৰত উপস্থিত হ'বা । বাহিৰত তোমালোকে পাচ-ছটামান বেগী ঘোঁৰা দেখিবলৈ পাবা । সেই ঘোঁৰাত উঠিয়েই নগৰৰ বাহিৰ ওলাই যাবা, কিন্তু দূৰ্গ-প্ৰাচীৰৰ দুৱাৰেদি নহয় । প্ৰধান দুৱাৰমুখৰ কাষত দক্ষিণফালে এজোপা কদমগছ আছে । সেই ঠাইতেই মোৰ মানুহে প্ৰাচীৰ ভাঙি গোপন সুৰুঙ্গ কৰি থব । সেই গোপন সুৰুঙ্গেৰে তোমালোক সকলো এটি এটিকৈ বাহিৰলৈ ওলাই যাব লাগিব । নগৰৰ বাহিৰত পূব ফালে পথ আছে , সেই পথেদিয়েই গৈ ৰাতি পুৱাও পুৱাও হওঁতেই তোমালোক কৰতোয়াৰ পাৰত অৱস্থিত মহাকালৰ মন্দিৰ পাবাগৈ ।"

তাকে শুনি সামন্তপুই উৎকণ্ঠাৰে সুধিলে ।

- যদি বাহিৰলৈ যোৱাৰ আগতেই অস্ত্ৰধাৰী সৈনিকৰ দ্বাৰা আমি অৱৰুদ্ধ হৈ পৰোঁ, তেতিয়া কেনেকৈ কুমাৰদ্বয়ক ৰক্ষা কৰিম ? এইটোৱেই হৈছে মোৰ পক্ষে ডাঙৰ সংশয় ।"

- সেনাধ্যক্ষ, তুমি ভীৰু, কাপুৰুষ আৰু মূৰ্খ । মোৰ আদেশ পালনকাৰী হৈয়াৰ ৰক্ষীসকলে তোমালোকৰ বিৰুদ্ধাচৰণ নকৰে ; বৰং সাহায্যহে কৰিব । দূৰ্গৰ বাহিৰত তোমালোক যদি নগৰ ৰক্ষকবিলাকৰ দ্বাৰা আক্ৰান্ত হোৱা, তেন্তে নিজৰ বিক্ৰমেৰে সিহঁতৰ পৰাস্ত কৰিব লাগিব । মোৰ মানুহে অদৃশ্যভাৱে থাকি তোমালোকক পিছৰপৰা ৰক্ষা কৰিব । এতিয়া বুজি পাইছা নে ?"

"হয পাইছোঁ" —এইবুলি কৈ সোমগুপ্তই লৰালৰিকৈ গৈ কুমাৰ দুজনাক সকলো কথা জনালে। পিছদিনাখন সন্ধ্যাৰ সময়ত ধৰণীতল এন্ধাৰে আবৰি ধৰাত চাৰিওফালে ঘোৰ অন্ধকাৰৰ মাজতে পূৰ্ব-নিৰ্দিষ্ট ব্যৱস্থা অনুসাৰে দুৰ্গৰ ৰক্ষকবিলাকে অকস্মাতে দুৰ্গৰ দুৱাৰ মুকলি কৰি দিলে আৰু লগতে কুমাৰ দুজন থকা প্ৰকোষ্ঠৰ দুৱাৰমুখত তিনিবাৰ লাঠিৰ আগেৰে খুন্দিয়াই দুৰ্গৰ দুৱাৰ খোলাৰ সঙ্কেত দিলে। সঙ্কেত পাই সহায়ক কেইজনৰ সৈতে কুমাৰদ্বয় নিঃশব্দে দুৰ্গৰ বাহিৰ ওলাল। আগত বলাধ্যক্ষ সোমগুপ্ত তেওঁৰ পাছত কুমাৰদ্বয় আৰু তাৰ পিছত সৈনিক তিনিজন। তেওঁলোক এজন এজনকৈ কাঠৰ দলঙেৰে দুৰ্গৰ পৰিখা পাৰ হ'ল। কোনো তেওঁলোকক বাধা দিবলৈ নাহে বুলি দৃঢ় বিশ্বাস জন্মাত তেওঁলোক লৰালৰিকৈ প্ৰাচীৰৰ ভগা মুখ পালেগৈ। সেই এন্ধাৰ ৰাতি গছৰ আঁৰত থকা সদ্যোভগ্ন প্ৰাচীৰৰ মুখ তেওঁলোকে কোনোমতেহে মনিব পাৰিছিল। ইয়াৰ পিছত ভগ্নপ্ৰাচীৰৰ সুৰঙ্গইদি তেওঁলোক বাহিৰ ওলাই গ'ল। বাহিৰত বান্ধি থোৱা ঘোঁৰাত উঠি তেওঁলোক যাবলৈ ধৰোঁতেই তেওঁলোকক নগৰৰক্ষীবোৰে আক্ৰমণ কৰিলে।

ইফালে সন্ধ্যা নৌভাগোঁতেই দুৰ্গপ্ৰাচীৰৰ অৱস্থাৰ বুজ ল'বলৈ পৰ্য্যবেক্ষণ কৰি ফুৰা ৰক্ষকে ভগ্নপ্ৰাচীৰ দেখি কিবা অজ্ঞাত আশঙ্কাত পৰিস্থিতিৰ বিষয়ে নগৰপালক জনালেগৈ। সকলো শুনি নগৰপালে গুপ্তশত্ৰুৱে প্ৰাচীৰৰ এই ছিদ্ৰ কৰিছে বুলি সন্দেহ কৰিয়েই তাত ৰক্ষক নিযুক্ত কৰিছিল। ভিতৰৰপৰা ওলাই আহি যেতিয়া কুমাৰপ্ৰমুখ্যে আটাইকেইজনেই ঘোঁৰাত উঠিছিল, ঠিক সেইসময়তে তেওঁলোকক তেনে অৱস্থাত দেখি ৰক্ষীহঁতে অস্ত্ৰ-শস্ত্ৰ হাতত লৈ তেওঁলোকক মাৰিবলৈ উদ্যত হ'ল। দুৰ্গপালে দূৰৰপৰাই নগৰ ৰক্ষীবোৰক বিপৰীত ফালৰপৰা অহা দেখি বাধা দিবলৈ নিজৰ মানুহ পঠিয়াই দিলে। তেওঁলোকে গছৰ আঁৰৰপৰা ৰক্ষীবোৰক যাঠি আৰু তৰোৱালেৰে হত্যা কৰিবলৈ ধৰিলে আৰু সন্মুখৰ ফালৰপৰা কুমাৰদ্বয়ে লগৰীয়া কেইজনৰ সৈতে যুঁজিবলৈ ধৰিলে। এইদৰে তেওঁলোক তুমুল যুদ্ধত প্ৰবৃত্ত হ'ল। কোনে কাক মাৰে, কোন কাৰ শত্ৰু, কোন কাৰ মিত্ৰ —তাৰ একো নিশ্চয়তা নোহোৱা হ'ল। ঘোৰ অন্ধকাৰত তেওঁলোকৰ তৰোৱাল উদ্যত হৈ থকাত তৰোৱালৰ চিক্‌মিকনিয়েইহে অস্ত্ৰধাৰীৰ সূচনা কৰিছিল। তৰোৱালৰ লগত তৰোৱালৰ সংঘাতত ওলোৱা স্ফুলিঙ্গ ক্ষন্তেক জ্বলি উঠিছিল। ইতিমধ্যে যুদ্ধ কৰি কৰি সুস্থিতবৰ্মা বিপক্ষৰ তৰোৱালৰ আঘাতত ঘোঁৰাৰ পৰা বাগৰি পৰিল। তেওঁৰ আৰ্ত্তস্বৰ শুনি ওচৰত থকা সোমগুপ্তই তেওঁক কুমাৰ বুলি জানি বৰ কষ্টেৰে তেওঁক নিজৰ ঘোঁৰাত তুলি ল'লে আৰু

লবালবিকৈ তাৰ পৰা আঁতৰি গ'ল । ঘোঁৰাৰে চকুৰি যোৱা দেখি যেতিয়া কিছুমান বন্দীয়ে অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত হৈ তেওঁক অনুসৰণ কৰিছিল, তেতিয়া সৈনিকৰ সহায়ত ভাস্কৰে তেওঁলোকক তৰোৱালেৰে বাধা দিলে । পৰস্পৰ সংঘৰ্ষত কিছুমান মৰিল আৰু বাকী খিনি দূৰলৈ পলাল । ভাস্কৰৰ অনুগামীসকলৰো দুজন নিহত হ'ল । তেতিয়া জীৱিত অনুগামীজনৰ লগত ভাস্কৰে শীঘ্ৰে সোমগুপ্তক অনুসৰণ কৰিবলৈ ধৰিলে ।

বায়ুবেগী ঘোঁৰাত উঠি যোৱা সোমগুপ্তই পিছফালৰপৰা অহা ঘোঁৰাৰ শব্দ শুনি শত্ৰুৱে তেওঁক অনুসৰণ কৰা বুলি আশংকা কৰিলে আৰু আগতকৈ বেছি বেগাই যোৱা চকুৰাবলৈ বুলি ঘোঁৰাৰ পিঠিত চাবুক মাৰিবলৈ ধৰিলে । সেই সময়তেই এজন সৈনিকেৰে সৈতে ভাস্কৰে বিদ্যুত বেগেৰে নিমিষতে তেওঁৰ ওচৰলৈ গৈ ক'বলৈ ধৰিলে ।

—সোমগুপ্ত, ভয় নকৰিবা । এয়া মই সৈনিকক লগত লৈ তোমাৰ সাহায্যৰ বাবে আহিছোঁ । কোৱাঁ জ্যেষ্ঠ কুমাৰ ক'ত ?"

ভাস্কৰৰ কথা শুনি সোমগুপ্তই লেগাম ধৰি ঘোঁৰাৰ গতি মন্থৰ কৰিলে । তাৰ পিছত উৎকণ্ঠাৰে ক'বলৈ ধৰিলে ।

—জ্যেষ্ঠ ৰাজকুমাৰৰ বক্ষস্থল তেজেৰে ৰাঙলী হৈ পৰিছে । অতিপাত ৰক্তক্ষৰণৰ কাৰণে তেওঁ অচেতন হৈ পৰিছে । কেৱল উশাহ লৈহে আছে................ শত্ৰুসৈন্য উলটি গ'ল নেকি ? নহ'লে এই সময়ত ..............কথাটো

—বোধহয় কিছুমান মৰিল আৰু বাকীখিনিয়ে আত্মৰক্ষাৰ কৰি পলাইছে ; কোনেও আমাক অনুসৰণ কৰা নাই ।"

ভাস্কৰে ক'লে ।

সোমগুপ্তই সুপ্ৰতিষ্ঠিতবৰ্মাক ভালকৈ সাৱটি ধৰিলে । ভাস্কৰ আৰু সৈনিকজনে ওচৰলৈ গৈ কাপোৰৰ আঁচলেৰে সুপ্ৰতিষ্ঠিতবৰ্মাক সোমগুপ্তৰ গাত টানকৈ বান্ধিলে । ঘোঁৰাত উঠি বাট দেখুৱাই আগে আগে ভাস্কৰ গ'ল । সোমগুপ্তই জ্যেষ্ঠকুমাৰক লৈ তেওঁক অনুসৰণ কৰিলে ।

এইদৰে গৈ থাকোঁতে কিছুসময়ৰ মূৰত জ্যেষ্ঠকুমাৰে চেতনা ঘূৰাই পাই "পানী পানী" বুলি অস্পষ্ট-স্বৰেৰে পানী খুজিলে । আঘাতৰ যন্ত্ৰণাত তেওঁ অতিশয় কষ্টৰ সূচনা কৰি কেকাই কেকাই "কষ্ট" —এই বুলি চিঞৰি উঠিল

আৰু লগে লগে আকৌ অচেতন হৈ পৰিল। তেওঁ পানী খোজা দেখি সোমগুপ্তই কি কৰিব কি নকৰিব নিজেই ক'ব পৰা নাছিল। কাৰণ লগত পানী নাই আৰু পানী বিচাৰিবলৈকো তেতিয়া সময় নাই। পানীৰ অভাৱত ৰাজকুমাৰ মৃত্যুমুখত পৰিব বুলি আশঙ্কা কৰি সোমগুপ্ত অতিশয় বিমূঢ় হ'ল। নিজৰ গাত হাত দি পানীৰে তিতি থকা চাদৰৰ আঁচলটো দেখি তেওঁ নিজে নিজেই ক'বলৈ ধৰিলে।

—বাৰু, কাপোৰখনৰ আগটো পানীৰে তিতি আছে। সেইখনকে চেপি ৰাজকুমাৰৰ মুখত এটোপাল পানী দিওঁ।" —এইবুলি ভাৱি সোমগুপ্তই অলপ বেছিকৈ কাপোৰখনৰ আগটো চেপি আহত ৰাজকুমাৰৰ মুখত কেইটোপালমান পানী দিলে। তাকে কৰোঁতে তেওঁৰ ঘোঁৰাৰ গতি মন্থৰ হ'ল। যেতিয়া সোমগুপ্তই ৰাজকুমাৰৰ মুখত এটোপ-দুটোপকৈ পানী দিছিল, তেতিয়া আগে আগে যোৱা অশ্বাৰোহী ভাস্কৰ বহু দূৰ আগবাঢ়ি গ'ল। ঘোঁৰাৰ খুৰাৰ শব্দলৈ কাণ পাতি কোনো শব্দ নুশুনি তেওঁ পিছলৈ ঘূৰি চালে ; কিন্তু ঘোৰ অন্ধকাৰত একো নেদেখিলে। শঙ্কিত কুমাৰে সৰুকৈ সোমগুপ্তক মাতিবলৈ ধৰিলে —"সোমগুপ্ত ! সোমগুপ্ত ! মোৰ কথা শুনিছানে বাৰু ? জ্যেষ্ঠ কুমাৰ সুপ্ৰতিষ্ঠিত বৰ্মা অতিশয় অসুস্থ হৈ পৰিছে নেকি ? তেওঁ উশাহ-নিশাহ লৈ আছেনে বাৰু ? অশ্বাৰোহী সৈনিকবোৰে এতিয়াও আমাক অনুসৰণ কৰি আছে নেকি ?"

ভাস্কৰৰ কথা শুনি সোমগুপ্তযো সেইদৰেই সৰুকৈ উত্তৰ দিলে –"এযা আমি আটায়ে কুমাৰৰ পিছতেই আছোঁ। জ্যেষ্ঠ ৰাজকুমাৰ সুপ্ৰতিষ্ঠিতবৰ্মা অতিশয় অসুস্থ হৈ পৰাত কাপোৰ চেপি কেইটোপালমান পানী কুমাৰৰ মুখত দিয়া হৈছে। এতিয়া অলপ সংজ্ঞা ঘূৰাই পোৱা যেন দেখা গৈছে।"

এনেতে তেওঁলোকৰ পিছে পিছে যোৱা অশ্বাৰোহী সৈনিকে হাতত থকা যাঠিডালত টানকৈ খামোচ মাৰি ধৰি চাৰিওফালে চাই ভয় আৰু উৎকণ্ঠাৰে ক'বলৈ ধৰিলে।

—দক্ষিণফালে পথৰ কাষতে বাঁহনিত বনৰীয়া হাতীয়ে বাঁহ ভঙাৰ আৰু হাবিত গছৰ ডাল ভঙাৰ শব্দ শুনা গৈছে। বাওঁফালে পৰ্বতৰ ওপৰত বান্দৰবিলাকৰ খেক্‌খেকনি আৰু নিশাচৰ পক্ষীৰ পাখি কোবোৱা শব্দই তাত নাহৰফুটুকী বাঘৰ উপস্থিতি সূচাইছে। গতিকে আমি সাৱধান হব লাগিব। এযা মই হাতত যাঠি লৈ সাজু হৈ আছোঁ। প্ৰাণ দি হলেও পাছফালৰপৰা জ্যেষ্ঠ ৰাজকুমাৰক ৰক্ষা কৰিম। কুমাৰে আগফালে ৰক্ষা কৰিব লাগিব। সেনাপতি স্বয়ং জ্যেষ্ঠকুমাৰৰ ৰক্ষক হিচাপে আছেই।"

সৈনিকে তেনেকৈ কোৱাৰ সময়ত গাটিৰ কাষৰ গছৰ ডালত চৰাইৰ পাখি কোবোৱা শব্দ আৰু ফেচাৰ শুঁ-ঠিৰেই মাত শুনা গ'ল। অকস্মাতে গছৰ ওপৰৰপৰা এটা জন্তুৱে ঘোঁৰা আৰু অশ্বাৰোহীৰ ওপৰত জাপিয়াই পৰিবলৈ উদ্যত হৈ যেতিয়া ত্রিশঙ্কুৰ দৰে শূন্যত আছিল, সেই মুহূর্ত্তত সৈনিকজনে হাতৰ যাঠিৰে তাৰ বুকু শালি পেলালে। বাঘ মাটিত পৰিল। সৈনিকে যাঠিৰে শালি পেলোৱা বাঘটোক মাটিত পেলাই যাঠিৰে হেঁচি ধৰিলে। বাঘটোৱে ভৈৰৱ গৰ্জ্জনেৰে সকলোকে ভয় খুৱাই আগ হাতৰ নখেৰে ঘোঁৰাৰ ডিঙি বিদীর্ণ কৰিলে ইফালে সিফালে যাবলৈ অসমর্থ হৈ ঘোঁৰাই হি হি শব্দ কৰি আগৰ দুটা ঠেং বাঘক এনেকৈ আঘাত কৰিবলৈ ধৰিলে যে তাক শূন্যত লৌৰি থকা যেন হে দেখা গৈছিল।

বাঘৰ গৰ্জ্জন শুনি বেগাই যোৱা ঘোঁৰাটোক কুমাৰে বহুত কষ্ট কৰি কোনোমতে ৰাখিলে। ইটো ঘোঁৰাযো যেতিয়া বেগাই যাবলৈ জাপ দিবলৈ চেষ্টা কৰিছিল, তেতিয়া ঘোঁৰাৰপৰা পৰিবলৈ ধৰা কুমাৰ সুপ্রতিষ্ঠিত বৰ্মাক বৰ শক্তিৰ দৃঢ় ভাৱে ধৰি সোমগুপ্তই কথমপি ঘোঁৰাটো ৰখালে। তাৰ পাছত মুহূৰ্ত্তৰ ভিতৰত ভাস্কৰে এখোজো আহিব নোখোজা ঘোঁৰাটোক ঘূৰাই আনি সৈনিকৰ ওচৰ আহি অলপ আঁতৰৰপৰাই সুধিলে।

—সৈনিক, তুমি ভয় নকৰিবা। এয়া মই তোমাক ৰক্ষা কৰিবলৈ হাতত তৰোৱাল লৈ আহিছোঁ। ক'ত বাঘ? বাঘ ক'ত? মই দেখা নাই। তুমি অক্ষত শৰীৰে আছাঁ তো?"

—হয় আছোঁ। ৰাজকুমাৰৰ অনুগ্ৰহত মই অক্ষত শৰীৰেৰে জীয়াই আছোঁ। যাঠিৰে শালি ধৰা বাঘ মাটিত পৰি আছে; এতিয়াই সি মৰিব। ঘোঁৰাত উঠি তাক যাঠিৰে হেঁচি ধৰি মই ৰৈ আছোঁ।"

এইবুলি সৈনিকে ক'লে। মুহূৰ্ত্ততে কুমাৰ ওচৰ পালেহি আৰু তৰোৱালেৰে ঘপিয়াই বাঘটো মাৰিলে।

বাঘটো মৰাত তেওঁলোক লৰালৰিকৈ অৰণ্য পথেৰেই পূব দিশলৈ যাবলৈ ধৰিলে। ৰাতিৰ দ্বিতীয় প্রহৰত তেওঁলোকে অৰণ্য অতিক্রম কৰিলে আৰু শস্যক্ষেত্র দেখি কুমাৰে দূৰলৈ ভালকৈ চাবলৈ ধৰিলে। কিছু দূৰলৈ গৈ সোমগুপ্তক উদ্দেশ্য কৰি কুমাৰে ক'লে।

—ওচৰতে আকাশলক্ষী শিখৰেৰে মন্দিৰ যেন দেখা গৈছে। বোধহয় সেইটোৱেই মহাকালৰ মন্দিৰ। মন্দিৰৰ কাষত নদী আছে নে নাই? যদি

আছে তেন্তে আমাৰ সকলোৰে তৃষ্ণা দূৰ হব । হে পৰম কাৰুণিক চন্দ্ৰশেখৰ ! কৃপা কৰা । পাঁচ-ছয় নিমিষতেই আমি সেই ঠাই পামগৈ ।"

. তাকে শুনি সোমগুপ্তই চাৰিওফালে চাই আনন্দেৰে ক'বলৈ ধৰিলে ।

—অ' বুজিছোঁ, এতিয়া ভালকৈ বুজিছোঁ; এয়া চন্দ্ৰপুৰী ক্ষেত্ৰ । সেয়া মহাকালৰ মন্দিৰ । মন্দিৰৰ কাষতেই কৰতোয়া নৈ । এই চন্দ্ৰপুৰী ক্ষেত্ৰতেই পৰম কাৰুণিক মহাৰাজাধিৰাজ স্বৰ্গগত স্বনামধন্য ভূতিবৰ্মাদেৱে শিমলু গছেৰে আৰু জানেৰে সীমা বান্ধি দিয়া ব্ৰহ্মোত্তৰ মাটি আছে । ইযাত পঁচিশ জন বাজসনেয়ী শাখাৰ বৈদিক ব্ৰাহ্মণে বাস কৰে । এক ক্ৰোশৰ ভিতৰতে সেই ব্ৰহ্মোত্তৰ মাটি বুলি মোৰ অনুমান । নৃত্যাচাৰ্য্য দেৱস্বামীৰ বাসভৱন মন্দিৰৰ ওচৰতেই । তাত অন্যান্য ব্ৰাহ্মণসকলেও বাস কৰে । বাৰু, নৃত্যাচাৰ্য্যৰ ঘৰ বিচাৰি উলিযাব লাগিব । বহুত ভৃত্যৰ সৈতে ধনধান্যেৰে আঢ্যৱন্ত নৃত্যাচাৰ্য্যই আমাক নিশ্চয় সহায় কৰি কালোচিত ব্যৱহাৰ কৰিব । আমি তাত উপস্থিত হোৱাৰ পিছত ..."

সোমগুপ্তৰ কথা শেষ নৌহওঁতেই মাজতে বাধা দি ভাস্কৰে সুধিলে ।

—নৃত্যাচাৰ্য্যৰ ঘৰ কোনটো, আমি কেনেকৈ জানিম ? তেওঁৰ ঘৰ বা কোনটো বাটৰ কাষত ? সেই ঘৰৰ চিনেই বা কি ? যদি সেই ঘৰ আমাৰ কোনোবা শত্ৰুৰ হয় তেন্তে মহাবিপদ হ'ব । আমি কেৱল তিনিজন অস্ত্ৰধাৰী; আনপক্ষে জ্যেষ্ঠ ৰাজকুমাৰ অতিশয় অসুস্থ । শত্ৰুলৈ মই ভয় নকৰোঁ ? কিন্তু জ্যেষ্ঠকুমাৰক যি কোনো উপায়েৰে ৰক্ষা কৰিবই লাগিব । তেওঁৰ ৰক্ষাৰ কাৰণেই ৰণাঙ্গন পৰিত্যাগ কৰি আমি এগাই গুচি আহিছো । জ্যেষ্ঠকুমাৰক ৰক্ষা কৰিম বুলিযেই যি অকীৰ্ত্তিকৰ আৰু অনাৰ্য্যোচিত আচৰণ কৰিছোঁ, সেই সকলোবোৰ বৃথাৰম্ভ হ'ব ।"

কুমাৰৰ শঙ্কাযুক্ত কথা শুনি সোমগুপ্তই ক'লে ।

—কুমাৰে বৃথা চিন্তা পৰিহাৰ কৰক । চন্দ্ৰপুৰী অঞ্চল অমুকাৰ হাতৰ আমলখিৰ দৰেই । কুমাৰে কৃপা কৰি শুনক, স্বনামধন্য মহাৰাজ সুস্থিতবৰ্মাদেৱৰ দ্বাৰা মই চন্দ্ৰপুৰী অঞ্চলৰ জলদুৰ্গ আৰু গিৰিদুৰ্গ ৰক্ষাৰ বাবে আৰু প্ৰজাবৰ্গৰ ৰাজভক্তিৰ উমান লবলৈ নিযুক্ত হৈছিলোঁ । এসময়ত বসন্তকালৰ মদনত্ৰয়োদশী তিথিত দেশ-বিদেশৰপৰা অহা লোকসকলৰ কাৰ্য্যকলাপৰ বুজ লবলৈ ইযালৈ আহিছিলোঁ । তেতিয়াই নৃত্যাচাৰ্য্য দেৱস্বামীৰ লগত মোৰ কথা-বতৰা হৈছিল

আৰু তেতিয়াই তেওঁৰ অনিন্দ্যসুন্দৰী সোতৰ বছৰীয়া পালিতা কন্যা মাধৱীক দেখিবলৈ পাইছিলোঁ। মাধৱীৰ নাচো দেখিছিলোঁ। আহা! কি অপূৰ্ব ৰূপ। সেয়া ৰব ৰেছিদিনীয়া কথা নহয়, যোৱা বসন্ততে মই ইয়ালৈ আহিছিলোঁ।"

এই দৰে সোমগুপ্তই কৈ থাকোঁতেই তেওঁলোক উদ্যান পালেহি। জ্যেষ্ঠকুমাৰে আঘাতৰ কষ্টত কিছু অস্পষ্ট ভাবে কিবা কৈছিল। সোমগুপ্তই হাতেৰে তেওঁৰ মূৰটো পিহি আদৰেৰে ক'লে।

—যুৱৰাজ, এয়া আমি লোকবসতি পাইছোঁহি। এইখন উদ্যান। উদ্যানৰ কাষতেই ঘৰ; যুৱৰাজে অলপ ধৈৰ্য্য ধৰক।"

এইবুলি কৈ সোমগুপ্তই সৈনিকজনক চোতালৰ সিপাৰে তোৰণৰ দুৱাৰ-মুখলৈ পঠিয়ালে। কুমাৰে যুৱৰাজক এখন হাতেৰে ধৰি তৰোৱাল হাতত লৈ ঘোঁৰাত উঠি ৰৈ থাকিল। সোমগুপ্তয়ো যুৱৰাজক আগৰদৰেই ধৰি থাকিল।

উপদেশ-অনুসাৰে সৈনিকে গৈ তোৰণৰ কাষৰ ঘৰত থকা দুৱৰীক ডাঙৰ কৈ মাতিবলৈ ধৰিলে।

—হেৰ' অধম দুৱৰী! পুৰুষাধম! কিয় গাধৰ দৰে তই শুই আছ? গাহৰিৰ দৰে কেলেই নিদ্ৰাখন খটি পেলাইছ? উঠ, যুৱৰাজ সুপ্ৰতিষ্ঠিত বৰ্মাদেৱ ভীষণ অসুস্থ। শীঘ্ৰে তোৰণৰ দুৱাৰ খুলি দে। তই কি মূৰ্খ! নাজাননে বাণৰ আঘাতৰ পীড়া এক মুহূৰ্ত্তও সহ্য কৰা টান? ...হেৰ' মূৰ্খ ... তই এতিয়াও সাৰ পোৱা নাইনে? তোক মাত্ৰ এক মুহূৰ্ত্ত সময় দিছোঁ দুৱাৰ মেলিবলৈ। মাত্ৰ এক মুহূৰ্ত্তহে সময় দিছোঁ ...। এয়া মুহূৰ্ত্ত প্ৰায় শেষ হ'লেই। দুৱাৰ মেল, নহলে মই খিড়িকীয়েদি কোঠাত সোমাব লাগিলে তোৰ চিৰনিদ্ৰা হ'ব। ...হেৰ' গাধ, হতভাগা ...."

এইদৰে বহুত গালিশপনি পাৰি সৈনিকটোৱে যাঠিৰে ইফালে সিফালে বেৰত কোবাবলৈ ধৰিলে। যাঠিৰ শব্দ যিমানে বাঢ়িছে সিমানেই সৈনিকটোৱে বেছিকৈ চিঞৰ-বাখৰ কৰি দুৱৰীক বৰকৈ গালি পাৰিবলৈ ধৰিলে। চিঞৰ আৰু আঘাতৰ শব্দ শুনি দুৱৰীৰ পত্নী ৰতিপ্ৰিয়াই পৰিশ্ৰান্তিত নিদ্ৰামগ্ন দুৱৰীক এখন হাতেৰে জোকাৰি দিলে। ভীতিগ্ৰস্তা ৰতিপ্ৰিয়াই দুৱৰীৰ কাণে-কাণে ফুচফুচাই ক'বলৈ ধৰিলে।

—হেৰ' মানুহটো! বাহিৰত ভীষণ চিঞৰ-বাখৰ আৰু বেৰত যাঠিৰ কোব শুনা নাই নে? হঠাতে বাৰু কি হ'ল? উঠ, চাচোন, উঠ .. উঠ। আচাৰ্য্যক বেগেতে খবৰ দে। আমি এতিয়া নিগমে মৰিলোঁ।"

দুৰবীয়ে বাগৰ সলাই হামি এটা মাৰি আকৌ শুবলৈ ধৰিলে । তাৰ তেনে অৱস্থা দেখি আৰু লাঠিৰ কোব আৰু চিঞৰ-বাখৰ শুনি ৰতিপ্ৰিয়াই দুৰবীৰ ডিঙিত ধৰি মূৰটো ওপৰলৈ দাঙি দিলে । দুৰবীয়ে মদৰ জালত ৰঙাপৰা চকুদুটা অলপ মেলি অসংলগ্ন ভাষাৰে ক'বলৈ ধৰিলে ।

—তোৰ আকৌ মন ...

—ধিক্ মূৰ্খ, মৃত্যুৱে বাহিৰত মূৰ্ত্তিমান ৰূপ লৈ আছে, ভালকৈ নুশুন কিয় ?"

—প্ৰিয়ে, তেনেহলে কি খোৱাৰ সময় হৈছে নেকি ?"

—হতচিৰি হোৱা, তোৰ মৰণকাল উপস্থিত হৈছে, উঠ, নুশুৰি, ...উঠ চা ।"

এইবুলি কৈ তাই হাতদুখনেৰে তাৰ মূৰটো জোকাৰি দিলে । তেতিয়া সি কোনোমতে শয্যাৰপৰা উঠি ভয়তে কাপোৰ-কানি আধা এৰি পাছফালৰ দুৱাৰেদি বাহিৰ ওলাই ঢলং পলং খোজেৰে নৃত্যাচাৰ্য্যৰ ঘৰৰফালে যাবলৈ ধৰিলে । ইফালে যাঠিৰ কোবত সেই সময়তে কোঠাৰ সৰু দুৱাৰখন ভাগিল । তেতিয়া চকুৰ আগত অসংযত কাপোৰ-কানিৰে উৰুযুগল উন্মুক্ত হৈ থকা আৰু টোপনিৰ জালত চকুদুটা ঈষৎ মেলি থকা এগৰাকী তিৰোতা দেখি সৈনিক বজ্ৰাহতৰ দৰে নিশ্চল হৈ পৰিল । বিস্ময়ত কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰা তাৰ মুখৰপৰা ওলাল "ইয়াত স্ত্ৰীহে আছে নেকি ? পুৰুষ নাই ?"

হাতত যাঠি লৈ থিয় হৈ থকা মানুহ এটা সমুখত দেখি ৰতিপ্ৰিয়াই তৎক্ষণাত বুজিব পাৰিলে —সেইটো এটা সৈনিক । তেতিয়া তাই স্ত্ৰীসুলভ উপস্থিত বুদ্ধিৰে এনেয়ে টনা-আজোৰা কৰি নিজৰ যৌৱনোদ্ধত পীনোন্নত স্তনযুগল গাৰ কাপোৰেৰে লাহে লাহে ঢাকিবলৈ চেষ্টা কৰিলে । তাৰ পিছত তাই মনতে ভাবিবলৈ ধৰিলে —'নিশ্চয় ই মোৰ গাত অলপ আগতে শয্যাৰপৰা উঠি অহাৰ চিন দেখিবলৈ পাইছে । বাৰু দুৰবী নৃত্যাচাৰ্য্যৰে সৈতে ইয়ালৈ ঘূৰি নহালৈকে মই ছলেৰে ইয়াক বশীভূত কৰি ৰাখোঁ, নহলে· বৰ অনৰ্থ হ'ব । ইফালে অন্ধকাৰে আবৰা ৰাতি পুৰুষ-সহায়হীন মই অকলশৰীয়া আৰু কাষতে হাতত অস্ত্ৰলৈ এজন পুৰুষ মানুহ ।' এইদৰে মনতে ভাবি তাই ক'বলৈ ধৰিলে ।

—বীৰপুৰুষ, সৈনিকপ্ৰৱৰ নমস্কাৰ । হে কন্দৰ্পসুন্দৰ যুৱক, আপোনাক স্বাগত জনাইছোঁ । যদি ৰণাঙ্গণত পৃষ্ঠ-প্ৰদৰ্শন কৰি গুচি আহিছে, তেনেহ'লে আপুনি মোৰ সন্মুখীন হওক । এই ৰমণীক ৰতিপ্ৰিয়া বুলি চিনি লওক । ৰাতি অন্ধকাৰাচ্ছন্ন, আপুনি ভূত-প্ৰেত অধ্যুষিত এই মন্দিৰৰ উদ্যানত ঘৰৰ বাহিৰত থকা অনুচিত । এযা মই আপোনাৰ সেৱা কৰিবলৈ সাজু হৈ আছোঁ । আপুনি যি ভাল দেখে, সেই আজ্ঞা কৰক । ইযাত কোনো নিযম-কানুন নাই । আপোনাৰ ভয় দূৰ হওক , দূৰ হওক সকলো শঙ্কা । তৰ্কৰো কোনো প্ৰযোজন নাই । অস্ত্ৰ এৰক, হাতত ধৰক ....”

ৰতিপ্ৰিযাই এইদৰে অনৰ্গল কৈ থকাত সৈনিকে নিৰ্নিমেষ দৃষ্টিৰে তাইলৈ চাই চাই কিংকৰ্ত্তব্য-বিমূঢ় হৈ পৰিল । তাৰ মুখৰ মাত হেৰাল । লৰচৰ কৰিবলৈ অসমৰ্থ হৈ সি কিছুসময নীৰৱে থাকিল । কুমাৰেনো কি কৰিছে বুলি চাবলৈ সি উদ্যানৰ ফালে চালে । চাৰিওফালে অন্ধকাৰে আৱৰি থকাত সি ক'তো একো নেদেখিলে । উৎকণ্ঠাত ইফালে সিফালে চাওঁতেই তাৰ দৃষ্টি বাৰে বাৰে ঘূৰি আহি নাৰীৰ অৰ্দ্ধ-অনাবৃত শৰীৰত পৰেহি । ৰমণীৰ কামোদ্দীপক কথা আৰু কটাক্ষদৃষ্টিৰে বিকল হলেও সৈনিকে সময আৰু গৰাকীৰ কথা স্মৰণ কৰি মনৰ দুৰ্বলতা দূৰ কৰিবলৈ যত্ন কৰিলে ।

'আচাৰ্য্য ক'ত ?' বুলি সুধিবলৈ ইচ্ছা কৰিলেও তাৰ মুখৰপৰা কথা নোলাল । তাৰ মধ্যমা বাক্ (অন্তৰৰ কথা) বৈখৰীত (প্ৰকাশ শব্দ) পৰিণত নহ'ল । বৰকৈ চেষ্টা কৰোঁতে তাৰ ডিঙিৰপৰা অস্ফুট শব্দহে ওলাল ।

ইফালে দুৱৰীযে জগোৱাত দেৱস্বামীযে 'এই নিৰ্মল শৰতত বিনামেঘে ক'ৰপৰা বজ্ৰপাত হ'ল' —এইবুলি চিন্তা কৰি তাক আগত লৈ তোৰণৰ মুখলৈ আহিল । আচাৰ্য্যই বাৰে বাৰে সোধা সত্ত্বেও দুৱৰীযে অসংলগ্ন ভাৱেই বলকি গ'ল ; তাৰ কথাৰ কোনো অৰ্থ নোলাল । গৈ থাকোঁতেই দেৱস্বামীযে ভাবিবলৈ ধৰিলে ।

'মোৰ বযস সত্তৰ পাৰ হ'ল । ইমান দিনে মই মহাকালৰ সেৱা কৰি আহিছোঁ । মোৰ ধন মন্দিৰৰ পুণ্যাৰ্থী সেৱকসকলৰ কাৰণে । দাৰ-গ্ৰহণ নকৰা, বংশ-পৰিযালহীন মোৰ ধনৰেই বা প্ৰযোজন কি ? ধনেৰে মোৰ মন তুষ্ট নহয । কোনোবাই যদি ধন কামনা কৰিছে, তেন্তে ধন নিযক । যদি কোনোবা হত্যাকাৰী

আহিছে, তেন্তে সিনো কাক মাৰিব ? মোক ? —মাৰক ! আজি বা কেইবছৰমানৰ পিছত মোৰ মৃত্যু হবই । মই কাৰ কি অপকাৰ কৰিছোঁ ? মোৰ একো অপৰাধ নাই । তথাপি ... ৰাতিখন ৰাক কোন উপস্থিত হ'ল ? এই ৰাজ্যতো অৰাজক হোৱা নাই । গৌড় আৰু মালৱসকলে এই চন্দ্ৰপুৰী অঞ্চল আক্ৰমণ কৰিছে নেকি ? অৱশ্যে তেওঁলোক কৰ্ণসুৱৰ্ণৰ অস্থায়ী ৰাজধানীত আছেহি বুলি গুপ্তচৰে মোক জনাইছে । তৰপৰাই কিছু সৈন্য ইযালৈ আহিছে নেকি ? অধম গৌড় আৰু মূৰ্খ মালৱে মোক কি কৰিব ? যি হয় হওক । চিন্তা কৰাৰ কোনো কাৰণ নাই । ওঠৰ-বছৰীয়া মাধৱী ধাত্ৰী মালৱিকাৰে সৈতে নৃত্যশালাৰ দক্ষিণ ফালে কুটীৰত শুই আছে । যদি দুই-তিনিটা মান সৈনিক আহে ? ওঁ, তাইক ধাত্ৰীৰে সৈতে মন্দিৰৰ গৰ্ভগৃহত লুকাই থৈ আহোঁ ।' —এইবুলি চিন্তা কৰি মাজ বাটৰপৰাই আচাৰ্য্য নিজঘৰলৈ উভতিল । তেওঁক ঘূৰি যোৱা দেখি অতিশয় ভয়াতুৰ দুৱৰীয়ে তেওঁক অনুসৰণ কৰি কান্দি কান্দি অনুনয় কৰি ক'বলৈ ধৰিলে ।

—হে প্ৰভু ! আমাক ৰক্ষা কৰক । কি দুৰ্ভাগ্য ! মোৰ ৰতিপ্ৰিয়াৰ এতিয়া বা কি অৱস্থা হৈছে ? তাই নিশ্চয় এতিয়া সজল মেঘৰ বুকুত বিজুলীৰ দৰে সেই চোৰটোৰ আলিঙ্গনাবদ্ধ হৈ মুক্তিৰ চেষ্টাত চট্‌ফটাই আছে । হে প্ৰভু, তাইকো আপোনাৰ চোতাললৈ লৈ আহক, হে প্ৰভু, লৰালৰি কৰক, দয়া কৰক ..."

তাৰ প্ৰলাপ শুনি আচাৰ্য্যই ক্ৰুদ্ধ হৈ তাক আদেশ দিলে ।

—শীঘ্ৰে তোৰণৰ দুৱাৰমুখলৈ যা । দৰ্শনাৰ্থীক কʼগে —আচাৰ্য্য এয়া আহি আছে । বেগাই যা ।"

এইদৰে কৈ আচাৰ্য্যই মাধৱীক ধাত্ৰীৰ লগত মন্দিৰৰ গৰ্ভগৃহৰ শয্যাত লুকাই থৈ লৰি যোৱাৰ দৰেই তোৰণৰ দুৱাৰমুখলৈ আহিল । ইতিমধ্যে দেৱস্বামী অহাৰ আগতেই কুমাৰে সৈনিকলৈ অপেক্ষা কৰি অধৈৰ্য্য হৈ নিজেই ঘৰ বিচাৰিবলৈ বুলি ঘোঁৰাৰপৰা নামিল । কুমাৰে হাতত তৰোৱাল লৈ ইফালে সিফালে চাই য'ত সৈনিকটো আছিল, সেইখিনিত উপস্থিত হ'লহি । অন্ধকাৰৰ মাজতো আকৃতি, বয়স আৰু সাজ-পোছাকলৈ লক্ষ্য কৰি ৰতিপ্ৰিয়াই তেওঁক কোনোবা ৰাজকুমাৰ বা ৰাজপুৰুষ বুলি ধাৰণা কৰি স্ত্ৰীসুলভ পটুতাৰে নিমিষতে মুখৰ ভাব সলনি কৰিলে । তাই সৈনিকটোক ভৰ্ৎসনা কৰি অলপ ডাঙৰকৈ ক'বলৈ ধৰিলে ।

—হায় কি দুৰ্ভাগ্যৰ কথা ! এই শিষ্টাচাৰবিহীন মানুহটোৱে অশালীন কথা ক'বলৈ ধৰিছে । সি অস্থানত নিজৰ লাম্পট্য দেখুৱাইছে । হে মহাভাগ, আপুনিয়েই ইয়াক এনে দুঃসাহসৰপৰা বিৰত কৰক ।"

—পাপ দূৰ হওক । হেৰ' অধম, আমি ইয়াত অতি উৎকণ্ঠাৰে অপেক্ষা কৰি আছোঁ । জ্যেষ্ঠকুমাৰে অশেষ কষ্ট ভোগ কৰি আছে আৰু তই ইফালে ইয়াত মুখৰ খজুৰতি মাৰি আছ ? আঁতৰ হ" —এইবুলি কুমাৰে তাক আঁতৰাই পঠিয়ালে । তেতিয়া ৰতিপ্ৰিয়াই কুমাৰৰ সমুখলৈ আহি হাতযোৰকৈ প্ৰণাম জনালে আৰু কোমল মাতেৰে নিৱেদন কৰিবলৈ ধৰিলে ।

—হে মহাশয়, নমস্কাৰ । আপোনাৰ দৰে ৰাজপুৰুষক দেখিহে মই প্ৰকৃতিস্থ হৈছোঁ । প্ৰভু বা ক'ৰপৰা আহিছে ?"

মহিলাক বাধা দি কুমাৰে দৃঢ়স্বৰে ক'লে ।

—তুমি নৃত্যাচাৰ্য্য দেৱস্বামীৰ ঘৰ এইটো বুলি জানানে ? যদি জানা, তেন্তে কোৱাঁ, এতিয়া দেৱস্বামী ক'ত আছে ? শীঘ্ৰে মোক তালৈ লৈ যোৱাঁ । ক'ত তোমাৰ দেৱস্বামী ? তেওঁ ক'ত থাকে ?"

"মই ইয়াতেই"—তাত উপস্থিত হৈ দেৱস্বামীয়ে ক'লে । ঋজু দেহ আৰু উন্নত শিৰেৰে দীৰ্ঘকায় আচাৰ্য্যক দেখি কুমাৰে প্ৰণাম জনাই তেওঁক যুৱৰাজৰ মুমূৰ্ষু অৱস্থা আৰু তেওঁলোকক যে এতিয়াও কোনেও দেখা নাই —তাকে জনালে । তেওঁলোক যে কিছুকাল তাত থাকিব —সেই কথাও লগতে ক'লে । আন পক্ষে দেৱস্বামীয়ে নিজেই হাতযোৰকৈ সুপ্ৰতিষ্ঠিতৰ ওচৰলৈ আহি "যুৱৰাজ শীঘ্ৰে আৰোগ্য হওক, মহাকাল আপোনাৰ প্ৰতি প্ৰসন্ন হওক ।"—এইবুলি মূৰত ধৰি আশীৰ্বাদ দি ক'লে -"মোৰ পাছে পাছে আহক ।" সোমগুপ্তই অতিশয় যত্নেৰে কান্ধত তুলি নিয়া অচেতনপ্ৰায় যুৱৰাজক আচাৰ্য্যই হাতেৰে চুই চালে । ইতিমধ্যে ৰতিপ্ৰিয়া আহি তাত উপস্থিত হৈ আচাৰ্য্যৰ হাতৰপৰা জোৰডাল লৈ আগবাঢ়ি গ'ল । তাইৰ পিছে পিছে দেৱস্বামী, তাৰ পিছত জ্যেষ্ঠকুমাৰেৰে সৈতে সোমগুপ্ত আৰু তেওঁলোকক অনুসৰণ কৰিলে —হাতত তৰোৱাল লৈ কুমাৰ আৰু সৈনিকে ।

দেৱস্বামীয়ে তেওঁলোকক ৰাজপুৰুষ বুলি জানি অভিজাতসকলৰ বাসগৃহলৈ লৈ গ'ল । তাত ভৃত্যই পাৰি থোৱা শয্যাত আহত ৰাজকুমাৰক শুৱাই থৈ দেৱস্বামীয়ে সোমগুপ্ত আৰু কুমাৰৰ সান্ত্বনা দিলে । আচাৰ্য্যই অসুস্থ যুৱৰাজক অলপ পানী খুৱাই সুমধুৰভাৱে সকলো বৃত্তান্ত সুধিলে । তেওঁ ক'লে ।

—নিৰ্ভয়ে আদ্যোপান্ত সকলো কওক । ইয়াত অস্ত্ৰধাৰী পুৰুষ আৰু সৈনিক কাৰো প্ৰৱেশৰ অধিকাৰ নাই । মই নিজৰ প্ৰাণ দিয়ো আহত আৰু অতিথিৰ

সেৱা কৰিম। ইয়াত থকা সকলো লোকেই মোৰ আজ্ঞা মান্যৰ দৰে মৃৎত লৈ নিজৰ কৰ্ত্তব্য পালন কৰে। তেওঁলোকক আপোনালোকৰ সেৱাত নিযুক্ত কৰা হৈছে। তেওঁলোক সকলোৱে গোপনীয়তা সাৱধানে ৰক্ষা কৰিব।"

তাকে শুনি ভাস্কৰবৰ্মাই সোমগুপ্তক আদেশ দিলে।

—সেনাপতি, আপুনি আদ্যোপান্ত সকলো ঘটনা কওক।"

কুমাৰৰ আদেশ পাই সোমগুপ্তই যথাযথভাৱে তেওঁলোকৰ সকলো কথা বৰ্ণনা কৰিলে। তেওঁলোক দুযোজনকে প্ৰাগ্‌জ্যোতিষৰ ৰাজকুমাৰ বুলি জানি দেৱস্বামীয়ে হৰ্ষ-বিষাদেৰে একেলগে ভাবাক্ৰান্ত হৈ লাহে লাহে ক'বলৈ ধৰিলে, —"মানুহৰ সুখ দুঃখ চক্ৰৰ দৰেই। চকাৰ পৰিধিৰ দৰেই ভাগ্যৰেখাও ঘূৰে। ইয়াত ধৈৰ্য্যশীল লোক কেতিয়াও বিচলিত নহয়। আপোনালোক অচিৰেই নিজৰ নগৰত উপস্থিত হ'ব আৰু ৰাজ্য লাভ কৰি আকৌ যুদ্ধৰ আয়োজন কৰিব পাৰিব। ৰাজলক্ষ্মী আপোনালোকৰ অংকশায়িনী বুলি ধৰি লওক। তেতিয়ালৈকে আপোনালোকে নিজৰ ৰুচি অনুসৰি কোনেও নেদেখাকৈ নিৰ্ভয়ে মন্দিৰৰ প্ৰাচীৰৰ ভিতৰতে থাকিব পাৰিব।"

আচাৰ্য্যই তেওঁলোকৰ থকা ঠাই ঠিক কৰি দিলে আৰু আহত ৰাজকুমাৰ আৰু ভাস্কৰবৰ্মাৰ ৰক্ষণাবেক্ষণৰো ব্যৱস্থা কৰিলে।

৪

আন দিনাৰ দৰে সেইদিনাও পূজাৰ পাছত মাধৱী নৃত্যশালালৈ আহিল। গা-পা ধুই অনুলেপন প্ৰসাধনেৰে আৰু পাটৰ উত্তৰীয় বস্ত্ৰেৰে সুসজ্জিত ঢোলবাদক জয়দেৱ আগতেই আহি তাত উপস্থিত হৈছিল। নাতিদীৰ্ঘ দেহৰ যুৱক জয়দেৱৰ কপালত ফোট জিলিকি আছিল। আসনত বহি জয়দেৱে মাধৱীৰ আগমনৰ প্ৰতীক্ষাত দুৱাৰমুখৰ ফালে চাই আছিল। ম্লান হাঁহিৰে তেওঁৰ অধৰ কিঞ্চিৎ উজ্জ্বল যেন দেখা গৈছিল। আঠাইশ বছৰীয়া জয়দেৱ শান্ত হ'লেও চকুৱে-মুখে প্ৰকাশ পোৱা উদ্বেগ কোনোমতে ঢাকি ৰাখিবলৈ চেষ্টা কৰাত তেওঁৰ মুখত বিষণ্ণতাহে প্ৰকাশ হৈছিল। ওচৰত থকা ঢোলত বাওঁ হাতখন দি তেওঁ চিন্তা কৰিবলৈ ধৰিলে, —'কিছুদিন পিছতেই নৃত্যপ্ৰতিযোগিতা আৰম্ভ হ'ব। সেই প্ৰতিযোগিতাত নিঃসন্দেহে মাধৱীয়ে নৃত্যৰ লয়লাস গতি, লাস্য আৰু অঙ্গ-বিক্ষেপ আদিৰে সকলোকে চৰ পেলাই      । মুখ্য নটীৰ পদ লাভ কৰিব।

মাধৱীৰ জয়ত মোৰো গৌৰৱ ; কিন্তু .... তেতিয়া আৰু আগৰ দৰে মাধৱী নিতৌ নৃত্যৰ অনুশীলন কৰিবলৈ ইয়ালৈ নাহে । ইয়াৰ পাছত তেওঁৰ ঢোল-বাদকৰো প্ৰয়োজন নহ'ব । তেওঁ মহাকালৰ মুখ্য সেৱিকা-ৰূপে প্ৰতিষ্ঠিত হ'ব । মাধৱী তেতিয়া হ'ব নাগৰিকসকলৰ ধ্যানৰ বস্তু আৰু তেওঁ লাভ কৰিব সৰ্বশ্ৰেষ্ঠ মৰ্য্যাদা । তেতিয়া জানো মাধৱীৰ এই ঢোলবাদক জয়দেৱলৈ মনত পৰিব ? হায়, এনে অৱস্থা কিমান বেদনাদায়ক হ'ব ? ইয়াৰ পাছত তেওঁ নৃত্যৰ অনুশীলন নকৰে, মোৰ আগত ৰেচক পদ-ভঙ্গীৰে ময়ূৰীৰ দৰে ইফালে সিফালে আৰু নুঘূৰে । ইয়াৰ পাছত আৰু মাধৱীয়ে চাৰিচকুৰ মিলন ঘটাই ঈষৎ হাস্যমধুৰ কটাক্ষপাতেৰে চন্দ্ৰই সাগৰক উদ্বেল কৰাৰ দৰে মোৰ অন্তৰত আলোড়ন নোতোলে । এই বছৰ কেইটিত মাধৱীৰ সান্নিধ্য মোৰ পক্ষে অবিস্মৰণীয় । কিন্তু ইয়াৰ পাছত তেওঁ ললিত কলাত মোৰপৰা যে আৰু শিক্ষা গ্ৰহণ নকৰে —এই চিন্তাই মোক খুলি খুলি খাইছে । এদিন যেতিয়া আচাৰ্য্যই বাৰে বাৰে শিকোৱা সত্ত্বেও তাল অনুসৰি খোজ দিবলৈ অক্লান্ত চেষ্ট. কৰিও মাধৱী ভাগৰি পৰিছিল, তেতিয়া মই তেওঁৰ কঁকালত এখন হাত দি আনখন হাতেৰে ভৰি এটা টানি আনি যাতে তালে তালে খোজ পৰে তাৰ চেষ্টা কৰিছিলোঁ । ... তিনিবছৰ পাৰ হৈ গৈছে, তথাপি সেই মুহূৰ্ত্তত মাধৱীৰ সৰ্বশৰীৰত দেখা দিয়া শিহৰণ আৰু কঁপনিত শিথিল হোৱা মোৰ হাতৰ স্পৰ্শ অলপ আগতেই ঘটি যোৱা যেনহে মোৰ মনত লাগে ....

এইদৰে জয়দেৱে চিন্তা কৰি থাকোঁতেই মাধৱীয়ে নৃত্যশালাত প্ৰৱেশ কৰিলে । তেতিয়া জয়দেৱে লাহে লাহে ঢোল বজাবলৈ ধৰে । মাধৱীয়ে লঘুহাতেৰে শীঘ্ৰে খুটি তাল লৈ তেওঁক অনুসৰণ কৰি গুৰবন্দনা কৰিলে । ঢোলবাদক জয়দেৱৰ এইটোৱেই নিৰ্দেশ আছিল । যিদিনা মাধৱীয়ে প্ৰথমে শিক্ষাৰ কাৰণে নৃত্যশালাত প্ৰৱেশ কৰিছিল, সিদিনাই জয়দেৱে তেওঁক উপদেশ দিছিল —"নৃত্যৰ আদি আৰু শেষত গুৰু বন্দনা কৰিব লাগে । গুৰুবন্দনা নকৰাকৈ একো কৰিব নাপায় । যদি গুৰু কষ্ট হয়, তথাপি তেওঁ বন্দনীয়, তোষণীয় । গুৰুৰ প্ৰতি কেতিয়াও অসূয়া প্ৰদৰ্শন কৰিব নাপায় আৰু গুৰুৰ প্ৰতি অকণো বিদ্বেষভাৱ দেখুৱাব নালাগে । এয়ে আদেশ, এয়ে উপদেশ । এই নিয়ম তুমি আৰু মই —আমি দুয়ো পালন কৰিব লাগিব" বুলি জুইত কৰ্পূৰ দি জয়দেৱে শপত খাইছিল আৰু মাধৱীয়ে তেওঁক অনুসৰণ কৰিছিল । ন বছৰ ধৰি মাধৱীয়ে প্ৰতিদিনেই নাচৰ অভ্যাস কৰি আহিছে, ভঙ্গী, বৃত্তি, মুদ্ৰা আৰু ৰেচক আদি পদ-ভঙ্গীবো অনুশীলন কৰি আহিছে ।

চাৰী নৃত্য শিকোঁতে অঙ্গ-প্ৰত্যঙ্গৰ সঞ্চালনত ভৰি, জংঘা, উৰু আৰু কটিদেশ সমসূত্ৰত ৰখাৰ প্ৰচেষ্টাত কেতিয়াবা মাধৱীৰ স্খলন হয়। আচাৰ্য্যই তেতিয়া ভৰ্ৎসনা কৰিলেও জয়দেৱে মাধৱীক উৎসাহ দিছিল। আচাৰ্য্যই মাধৱীক বোল্লটা "আকাশিকী চাৰী" নৃত্যৰ ভঙ্গী শিকাইছিল। এসপ্তাহৰ ভিতৰতেই মাধৱী "দৌলপাদ পদ-ভঙ্গী"ত নিপুণ হৈ উঠিলেও ভুজঙ্গত্ৰাসিতা, মৃগলুপ্তা আৰু ভ্ৰমৰী-নৃত্য তেওঁৰ কঠিন যেন লাগিছিল। চাৰীসংযোগী মণ্ডলনৃত্য মাধৱীয়ে শাস্ত্ৰ অনুসৰিয়েই আয়ত্ত কৰিছিল। নৃত্যৰ দৰে নাট্যবো শিক্ষা মাধৱীয়ে আচাৰ্য্যৰ পৰাই লৈছিল। ৰঙ্গমঞ্চত নাট্যশাস্ত্ৰৰ বিধান অনুসৰি পাত্ৰৰ প্ৰৱেশ হ'ব লাগে বুলি আচাৰ্য্যই মাধৱীক পঢ়ুৱায়।

"ধ্ৰুৱা গীতৰ পিছত পটখন আঁতৰাই পাত্ৰপ্ৰৱেশ কৰাৰ লাগে যাতে সকলো অভিপ্ৰেত অৰ্থ আৰু ৰসৰ অনুভূতি জন্মে"—এই বুলি আচাৰ্য্যই ব্যাখ্যা কৰে।

জয়দেৱৰ চকু দুটিৰপৰা ধাৰাসাৰে অশ্ৰুপাত হ'বলৈ ধৰিলে ; কিন্তু তেওঁ লৰালৰিকৈ চাদৰৰ আঁচলেৰে চকুলো মচি পেলালে। কুমাৰৰ চিন্তাত নিমগ্ন হৈ থকা মাধৱীয়ে তালৈ লক্ষ্য কৰা নাছিল, নাইবা তেওঁৰ অন্তৰৰ শোকৰ কাৰণ কি তাকো মাধৱীয়ে উপলব্ধি কৰা নাছিল। ৰৱমুণৰ পাছত ওলোৱা সূৰ্য্যৰ কিৰণৰ দৰে জয়দেৱে অশ্ৰুমিশ্ৰিত হাঁহিৰে মাধৱীক লাহে লাহে ক'বলৈ ধৰিলে।

—মাধৱী ! তোমাৰ নৃত্যশিক্ষা সমাপ্ত হৈছে, নৃত্য অনুশীলনো শেষ হৈছে। মই সংকল্প ৰক্ষা কৰিলোঁ। মহাকাল তোমাৰ সহায়। তোমাৰ পথ মঙ্গলময় হওক।"

এইবুলি কৈ জয়দেৱ লৰালৰিকৈ নৃত্যশালাৰপৰা ওলাই গ'ল। মাধৱীয়ে জনা নাছিল যে সেইদিনাই তেওঁৰ নৃত্যৰ অনুশীলন সমাপ্ত হ'ব। গতিকে জয়দেৱে কোৱা —"ব্ৰত উদ্‌যাপিত হ'ল ; তোমাৰ পথ মঙ্গলময় হওক" --এই কথাষাৰৰ তাৎপৰ্য্য জয়দেৱ যোৱাৰ পাছতহে মাধৱীয়ে উপলব্ধি কৰিব পাৰিলে। কথাষাৰ কৈয়ে পাছলৈ নোচোৱাকৈ বেগাই কিয় তেওঁ পলাই যোৱাৰ দৰে ওলাই গ'ল, ইয়াৰ কাৰণ চিন্তা কৰোঁতে মাধৱীৰ মনত হঠাতে মেঘমুক্ত সূৰ্য্যৰ ৰশ্মিৰ দৰেই জ্ঞানৰ উদয় হ'ল।

—জয়দেৱ গ'ল। চিৰকাললৈ গ'ল। জয়দেৱে আৰু মোক কোনোদিনে দুনাই ভৰিয়াৰে পদ-সঞ্চালনৰ শিক্ষা নিদিয়ে। তেওঁ মোৰ পৰা বিদায় লৈ গৈছে .....

মাধৱীয়ে হঠাতে জয়দেৱক পাবলৈ কামনা কৰিলে । তাই যদি জয়দেৱৰ অনুসৰণ কৰে ? জয়দেৱ এজন সুদৰ্শন যুৱক ; কমনীয় কান্তি, অতিশয় বলিষ্ঠ চেহেৰা । নৃত্যৰ অনুশীলনৰ সময়ত যিদৰে কেতিয়াবা তাই জয়দেৱৰ মুখলৈ চাই থাকোঁতে জয়দেৱৰ তালভঙ্গ হৈছিল, কেতিয়াবা আকৌ কিবা এটা ক'ব খুজিয়ো অন্য কথা উলিয়াইছিল —সকলো কথাই এটা এটাকৈ মাধৱীৰ মনত ভুমুকি মাৰিলে । জয়দেৱে কৈছিল ।

—বৰ দুখৰ ভাব মনলৈ নাহিলে কেতিয়াও ভ্ৰমৰী নৃত্য নানাচিবা ; তোমাৰ যেন কেতিয়াও তেনে দুঃখ নহয় ..."

... মোৰ দৰে তেৰোঁ বাৰু মোক বিচাৰিছিলনে ? মই বাৰু কিয় তেওঁৰ মন বুজা নাছিলোঁ ? যেতিয়া তেওঁক স্বামীৰূপে চিন্তা কৰি মই কথা প্ৰসঙ্গত তেওঁক ইঙ্গিত দিছিলোঁ, তেতিয়া তেওঁ 'মহাকাল-বধূৱে তেনে চিন্তা কৰা আৰু কোৱা অনুচিত' বুলি কৈ মোৰ মন অন্য- কথালৈ নিছিল —হায় ! তেওঁৰ অন্তৰৰ অনুৰাগ অন্তৰতে জ্বলি থাকিল ; প্ৰণয়াকাংক্ষা আৰু প্ৰবল অনুৰাগত আকৃষ্ট হোৱা সত্ত্বেও কেতিয়াও জয়দেৱে মৰ্য্যাদা লঙ্ঘন কৰা নাছিল । 'মই মহাকালৰ প্ৰতি অৰ্পিতা, গতিকে মই কেতিয়াও মানুহৰ প্ৰেয়সী হ'ব নোৱাৰোঁ' বুলি জানিয়েই তেওঁ মোৰ প্ৰতি থকা প্ৰণয়াভিলাষ কেতিয়াও প্ৰকাশ কৰা নাছিল । জয়দেৱ যদি মোৰ স্বামী হ'লহেঁতেন ? বৰ দুখৰ কথা ! জয়দেৱ গ'ল । ....মই বাৰু কি চিন্তা কৰিছোঁ ? মই মহাকালৰ প্ৰতি সমৰ্পিতা —তেনেহ'লে কুমাৰো কি জয়দেৱৰ নিচিনাকৈ যাব নেকি ? নহয় নহয়, —কুমাৰৰ অবিহনে মই জীয়াই নাথাকোঁ । মহাকাল থাকক ; লগতে মোৰ প্ৰতিজ্ঞাও মিছা হওক —পৰম্পৰাগত প্ৰথাও দূৰ হওক । মই উচ্চ স্বৰে কম, — 'মাধৱী মহাকালৰ নহয়, কুমাৰৰ প্ৰণয়িনী তাই কুমাৰক বিচাৰে,তাই কুমাৰৰ........'

* *　　　* *　　　* *

আচাৰ্য্য বিষ্ণুদত্তই মাধৱীক কাব্য, নাটক আদি পঢ়ুৱায় । নৃত্যানুশীলনৰ পাছত কিছু সময় বিশ্ৰাম লৈ ৰাতিপুৱাৰ খোৱাৰ নিয়ম । তাৰ পাছত অধ্যয়ন কোঠালৈ গৈ মাধৱীয়ে আচাৰ্য্যৰ ওচৰত অধ্যয়ন কৰে । লাহে লাহে অধ্যয়ন কৰা বিষয়বোৰত মাধৱীৰ জ্ঞান বাঢ়িবলৈ ধৰিলে । আচাৰ্য্য বিষ্ণুদত্তই শিষ্যাৰ প্ৰতিভা দেখি নিজৰ বিদ্যাদান সফল বুলি ভাবিলে । এতিয়া এফাকি শাস্ত্ৰীয়-কথা শুনা মাত্ৰকে মাধৱী তাৰ মৰ্মাৰ্থ গ্ৰহণ কৰিব পৰা হ'ল আৰু সমস্যা

পূৰণতো নিপুণা হৈ পৰিল । মাধৱীৰ নৱ নৱ উন্মেষশালিনী বুদ্ধি দেখি আচাৰ্যই নিজ মনতে চিন্তা কৰিলে —'এয়া মাধৱীৰ অপূৰ্ব বস্তু নিৰ্মাণ ক্ষমতা । অলৌকিক প্ৰতিভা । নাজানো । কেতিয়া, ক'ত মাধৱীৰ এই প্ৰতিভাৰ স্ফুৰণ হ'ব ?'

এতিয়া মাধৱীয়ে যুক্তি-তৰ্কেৰে আচাৰ্য্যক আচৰিত কৰি তুলিব পাৰে । এসময়ত বিষ্ণুদত্তই এখন নতুন পুথি আনি মাধৱীক ক'লে, —"আই মাধৱী, তুমি বোধহয় নবীন কবি কালিদাসৰ ৰচিত 'শকুন্তলা' নাটক খনৰ নাম শুনিছা ? কালিদাসৰ এইখন অভিনৱ ৰচনা । 'শকুন্তলা' নাটক তুমি পঢ়িব লাগিব । এইখনেই সেই নাটক । শুনা বাৰু মই পঢ়িছোঁ" —এইবুলি যেতিয়া তেওঁ পঢ়িব'লে ধৰিলে তেতিয়া মাধৱীয়ে কৌতূহলেৰে সুধিলে ।

—কালিদাস নামৰ এইজন কবিৰ তো নাম আগেয়ে শুনা নাছিলোঁ । এইজন কবিৰ প্ৰতিষ্ঠাই বা ক'ত ? সুপ্ৰসিদ্ধ নাটকবোৰ এৰি কিয় এই খন নাটক অধ্যয়নৰ বাবে পৰিশ্ৰম কৰিব লাগে ?" —মাধৱীয়ে এইবুলি কোৱাত আচাৰ্যই হাঁহি হাঁহি ক'লে —কবিয়ে যি আশঙ্কা কৰিছিল, তুমি তাকেই কৈছা ? আচৰিত কথা !"

মাধৱীয়ে সুধিলে ।

—সেই অৰ্বাচীন কবিয়েনো কি আশঙ্কা কৰিছিল ?"

—ক্ৰান্তদৰ্শী কবি কালিদাসে মালৱিকাগ্নিমিত্ৰ নামৰ নিজৰ নাটকত কৈছে যে সৰহভাগ লোকেই প্ৰায় আনৰ বিচাৰ বুদ্ধিৰেই পৰিচালিত হয় । গতিকে প্ৰথিতযশা কবি ভাস , সৌমিল্ল, কবিপুত্ৰ আদিৰ ৰচনা এৰি কিয় তেওঁলোকে আধুনিক কবি কালিদাসৰ কৃতিত মনোনিৱেশ কৰিব ? এনে আশঙ্কাতে কবিয়ে নিজেই সেই আশঙ্কা দূৰ কৰি কৈছে —'পুৰণি বুলিয়েই সকলো ভাল নহয় ; আৰু নতুন হ'লেও সকলো অনবদ্য নহয় ।' গতিকে তুমিয়ো এই নাটক গ্ৰহণীয় নে বৰ্জনীয়, তোমাৰ ৰুচিমতে পৰীক্ষা কৰা উচিত —"

বিষ্ণুগুপ্তই কোৱা এই কথা শুনি মাধৱীয়ে জ্ঞানীৰ দৰেই বিনা দ্বিধাই ক'লে ।

—নিশ্চয় নিজৰ ৰচনা সম্পৰ্কে মানুহৰ সমালোচনা কৰিবৰ কাণত পৰিছিল; গতিকে কবিয়ে সহৃদয় ব্যক্তিসকলৰ ওচৰত সেইদৰে আবেদন কৰিছে । যিয়েই নহওক, এইজন কবি লোক-চৰিত্ৰৰ বিষয়ে অভিজ্ঞ বুলি নিশ্চয় ক'ব লাগিব ।"

"নিশ্চয়, নিশ্চয় কব লাগিব ।" —আচাৰ্যই ক'লে ।

মাধৱীয়ে আকৌ ক'লে ।

—আচাৰ্য্যদেৱক সুধিব খোজোঁ —এইজনা কবিয়ে নাটকৰ উপৰিও অন্য কিবা মহাকাব্যও ৰচনা কৰিছিল নেকি ?"

বিষ্ণুগুপ্তই হাঁহি হাঁহি উত্তৰ দিলে ।

—শুনা আৰু শুনি মনত ৰাখিবা । ৰঘুবংশ নামৰ মহাকাব্য এইজনা কবিৰ সকলো ৰচনাৰ ভিতৰত শ্ৰেষ্ঠ । অভিনৱত্বত তেওঁৰ মেঘদূতে সকলোকে চেৰ পেলায় । ঋতুসংহাৰ নামৰ ঋতু বৰ্ণনাত্মক ৰচনাখনিয়ে সকলোকেই বিস্ময়াভিভূত কৰে । শুনা, সেই ঋতুসংহাৰৰ পৰাই বৰ্ষাবৰ্ণনা পঢ়ি শুনাওঁ ; অপূৰ্ব শ্ৰুতিমধুৰ সেই কাব্যৰ বৰ্ণনাই ৰৰষুণৰ জলকণাৰ দৰেই কাণত অমৃত বৰষে । ইয়াৰ শব্দৰাজিৰ ধ্বনি মেঘমন্দ্ৰ -গৰ্জনৰ দৰেই শুনা যায় । মনোযোগেৰে পঢ়ি মই কেতিয়াবা ভাবোঁ —মেঘাচ্ছন্ন আকাশখন মোৰ আগতে যেন উপস্থিত হৈছে । দুফাঁকি পদ্য শুনা

নিতান্তনীলোৎপলপত্ৰকান্তিভিঃ ক্কচিৎ প্ৰভিন্নাঞ্জনৰাশিসন্নিভৈঃ ।<br>
ক্কচিৎ সগৰ্ভপ্ৰমদাস্তনপ্ৰভৈঃ সমাচিতং ব্যোম ঘনৈঃ সমান্তাৎ ॥<br>
অভীক্ষ্ণমুচ্চৈৰ্ধ্বনতা পয়োমুচা ঘনান্ধকাৰীকৃত শৰ্ব্বৰীস্বপি ।<br>
তড়িৎপ্ৰভাদৰ্শিতমাৰ্গভূময়ঃ প্ৰয়ান্তি ৰাগাদভিসাৰিকাঃ স্ত্ৰিয়ঃ॥

( আকাশ কেতিয়াবা নীলোৎপলৰ পাহিৰ কান্তিৰ দৰে, কেতিয়াবা সিঁচৰতি হৈ থকা অঞ্জন ৰাশিৰ দৰে, কেতিয়াবা গৰ্ভৱতী নাৰীৰ স্তনৰ কান্তিৰ দৰে মেঘমলাৰে আবৃত হৈ পৰিছে । বাৰে বাৰে মেঘৰ তীব্ৰগৰ্জনৰ মাজত মেঘে-ঢকা ৰাতি অভিসাৰিকা নাৰীয়ে প্ৰবল অনুৰাগত বিজুলীৰ চিক্‌মিকনিয়ে দেখুৱাই দিয়া পথেৰে অভিসাৰ যাত্ৰা কৰিছে ।)

আচাৰ্যই এইদৰে পঢ়ি যোৱাত মাধৱীয়ে তেওঁক বাধা দি উপহাসেৰে ক'লে —কবিযশঃপ্ৰাৰ্থী এইজনা কবিয়ে কুশীলক বৃত্তি অৱলম্বন কৰিছে । আচাৰ্য্যদেৱে এতিয়া ৰামায়ণত আদি কবিৰ বৰ্ষা-বৰ্ণনা শুনক—

ক্কচিৎপ্ৰকাশং ক্কচিদপ্ৰকাশং নভঃ প্ৰকীৰ্ণাম্বুধৰং বিভাতি ।<br>
ক্কচিৎ ক্কচিৎ পৰ্বতসংনিৰুদ্ধং ৰূপং যথা শান্তমহাৰ্ণৱস্য ॥<br>
ঘনোপগূঢ়ং গগনং ন তাৰা ন ভাস্কৰো দৰ্শনমভ্যুপেতি<br>
নবৈৰ্জলৌঘৈৰ্ধৰণী বিতৃপ্তা তমোবিলিপ্তা ন দিশঃ প্ৰকাশাঃ ॥

( মেঘে ঢকা আকাশখন কেতিয়াবা পোহৰ হৈ উঠিছে আৰু কেতিয়াবা এন্ধাৰ হৈ পৰিছে । কেতিয়াবা কেতিয়াবা শান্ত মহাসাগৰৰ দৰেই আৰু কেতিয়াবা

আকাশৰ ৰূপ পৰ্বতৰ দৰে হৈ পৰিছে। আকাশ মেঘাবৃত ; নক্ষত্ৰ বা সূৰ্য্য —একোকে দেখা পোৱা নাযায়। নতুন মেঘৰ ধাৰাৰে পৃথিৱী তৃপ্ত ; তমসাচ্ছন্ন দিশসমূহ প্ৰকাশ হৈ উঠা নাই।)

ক্ষন্তেক পৰ মৌন হৈ আচাৰ্য্যই ক'বলৈ ধৰিলে।

—আই শুনিছোঁ আৰু বুজিব পাৰিছোঁ, কিন্তু তুমি সেইদৰে কোৱা অনুচিত। সকলোৰেই ব্যুৎপত্তি পূৰ্ব-বিষয়ৰপৰা হয়। গতিকে পূৰ্বসূৰী আদি-কবিৰ প্ৰভাৱ অনস্বীকাৰ্য্য। কিন্তু চোৱাঁ, আকাশ মেঘে ঢাকি ধৰিলে নাৰীৰ ৰাগ কেনেকৈ বৃদ্ধি হয় তাক ক'বলৈ যাওঁতে কবি কালিদাসে মানৱ হৃদযৰ মৰ্মস্থানত প্ৰৱেশ কৰিছে ; মেঘেৰে সৈতে অন্তঃকৰণৰ সংযোগ সৃষ্টি কৰা হৈছে।"

তাকে শুনি মাধৱীয়ে আচাৰ্য্যৰ হাতৰপৰা পুথিখন লৈ নিজেই পঢ়িবলৈ ধৰিলে।

ৱহন্তি বৰ্ষন্তি নদন্তি ভান্তি ধ্যায়ন্তি নৃত্যন্তি সমাশ্ৰয়ন্তি।
নদ্যো ঘনা মত্তগজা ৱনান্তা প্ৰিয়াবিহীনাঃ শিখিনঃ প্লৱঙ্গাঃ॥

—আচাৰ্য্যদেৱ! এই কবিতাফাঁকি ৰামায়ণত অবিকল একে ৰূপে পঢ়া মোৰ মনত পৰে। কবি কালিদাসে এটাও আখৰ লৰচৰ নকৰাকৈ তাকে নিজৰ কাব্যত সুমাই দিছে। ই জানো কুশীলক বৃত্তি নহয় ?"

—শুনিছোঁ মাধৱী, শুনিছোঁ। এই শ্লোকটি ৰামায়ণত প্ৰক্ষিপ্ত। কোনোবা অৰ্বাচীন কবিয়ে ঋতুসংহাৰৰপৰা ৰামায়ণত সন্নিবিষ্ট কৰিছে।"

—কেনেকৈ জানিলে গুৰুদেৱ ? ইয়াৰ নিশ্চয়াত্মক প্ৰমাণেই বা কি ?"

—কোনো কবিয়ে কেতিয়াও কোনো শ্লোক বা শ্লোকাৰ্দ্ধ অবিকল ভাৱে আনৰপৰা গ্ৰহণ নকৰে। এই শ্লোকটিও কালিদাসৰেই ৰচিত ; যিহেতু প্ৰিয়াবিচ্ছেদে ম'ৰাচৰাই আৰু বান্দৰকো আকুল কৰি তোলাৰ অনুভূতিৰ উপলব্ধি কেৱল কালিদাসৰ পক্ষেই সম্ভৱ।"

এই সকলোবোৰ লাহে লাহে মাধৱীৰ মনত পৰিবলৈ ধৰিলে। আন দিনাৰ দৰে সেইদিনাও মাধৱী পঢ়া কোঠালৈ আহিল। নিজৰ কৰ্ত্তব্য বুলিয়েই আহিল, পঢ়িবলৈ নহয়। জিজ্ঞাসা বা শুনাৰ আগ্ৰহে সেইদিনা মাধৱীক অনুপ্ৰাণিত কৰা নাছিল। কোঠাত সোমায়েই মাধৱীয়ে উদীয়মান সূৰ্য্যলৈ চাই চিন্তা কৰিবলৈ ধৰিলে —'কুমাৰ ভাস্কৰেও উদীয়মান সূৰ্য্যৰ দৰে নিজৰ দীপ্তিৰে

চাৰিওদিশ উদ্ভাসিত কৰি বিৰাজ কৰিব নে ? কৰিলেই বা ? তাত মোৰ কি লাভ ? মোৰ দৰে তেওঁ জানো মোৰ প্ৰতি অনুৰক্ত ?”

কুমাৰৰ কথা চিন্তা কৰি থাকোঁতেই মাধৱীৰ হৃদয়ত হঠাতে জয়দেৱৰ আবিৰ্ভাব হ'ল। মাধৱীয়ে অতিশয় বিস্ময়াভিভূত হৈ নিজে নিজেই ক'বলৈ ধৰিলে, —

“জয়দেৱ কিয় ? মই কুমাৰকহে কামনা কৰোঁ। কুমাৰৰ প্ৰতি মোৰ অনুৰাগ কেনেকৈ জয়দেৱত পৰিণত হ'ব ধৰিছে ! নহয়, নহয়, জয়দেৱ নহয় ।” এই বুলি কাপোৰেৰে মুখখন ঢাকি মাধৱীয়ে ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে ।

সেই সময়তেই আচাৰ্য্য বিষ্ণুদত্ত তালৈ সোমাই আহিল। ‘নহয়, নহয়’ —এই শব্দ শুনি মাধৱীয়ে কাক কিয় বাৰণ কৰিছে এইকথা চিন্তা কৰি তেওঁ উৎকণ্ঠাৰে সুধিলে ।

—মাধৱী ! তুমি ‘নহয় নহয়’ বুলি কি অস্বীকাৰ কৰিছা ? কাক কিহৰপৰা বাৰণ কৰিছা ?”

আচাৰ্য্যৰ কথা শুনি মাধৱী দুৱাৰমুখলৈ আহিল। আচাৰ্য্যক অহা দেখি মাধৱীয়ে চেষ্টা কৰি কোনোমতে নিজকে সংযত কৰিলে আৰু লৰালৰিকৈ উঠি আচাৰ্য্যক প্ৰণাম জনাই বহিবলৈ দিলে। তাৰ পাছত মাধৱীয়ে ক'লে ।

—মই কাকো বাৰণ কৰা নাই । বিক্ৰমোৰ্বশীয় নাটকত ‘ন হি সুলভৱিয়োগা কৰ্ত্তুমাত্মপ্ৰিয়া’ এই বুলি নায়কে যি কৈছিল তাকেই ‘নহয় নহয়’ বুলি সুঁৱৰিছিলোঁ ।”

আচাৰ্য্যই অলপ হাঁহি ক'লে ।

—খুব ভাল কথা । বৰ আনন্দৰ কথা যে কালিদাসৰ কাব্যত তোমাৰ ৰুচি দেখা গৈছে । প্ৰথমে যেতিয়া মই তোমাক ঋতুসংহাৰ পঢ়াইছিলোঁ তেতিয়া তুমি কি কৈছিলা ? মনত আছেনে ?

“কবিযশঃপ্ৰাৰ্থী এই কবিয়ে কুশীলক বৃত্তি অনুসৰণ কৰি পূৰ্বসূৰীসকলৰ ৰচনাৰপৰা অবিকল পদ্য আহৰণ কৰি তাকে নিজৰ কবিতা ৰূপে প্ৰচাৰ কৰিছে বুলি তুমি কোৱা নাছিলানে ? তেতিয়া তোমাৰ এনেকুৱাই ধাৰণা আছিল ।”

—সঁচাকৈয়ে সেইকথা মোৰ মনত পৰিছে । যিমানেই মই সেই কবিৰ কাব্য পঢ়োঁ সিমানেই মোৰ শ্ৰদ্ধা ওপজে । সেই সহৃদয় কবিয়ে নিশ্চয় কান্তাবিৰহৰ গুৰুত্ব অনুভৱ কৰিছিল ; সেয়েহে তেওঁৰ অন্তৰৰ অনুভূতিয়ে সকলোকে স্পৰ্শ

কৰিছে। কোন কৰিয়ে সজল মেঘৰ শ্যাম-বৰণীয়া স্ফটিক গৰ্ভৱতী নাৰীৰ স্তনৰ কালিমাৰে সৈতে তুলনা কৰিছে ? কৱিৰ এই বৰ্ণনা অনৱদ্য, অপূৰ্ব।”

বিষ্ণুদত্তই আনন্দেৰে ক'লে।

—তোমাৰ কাব্যৰুচিৰ উন্নতিত মই সন্তুষ্ট হৈছোঁ। তোমাৰ অধ্যয়ন সম্পূৰ্ণ হৈছে। তুমি মহাভাৰত আদি ইতিহাস ভালদৰে অধ্যয়ন কৰিছা। বাৎস্যায়নৰ কামসূত্ৰ আৰু পাতঞ্জল যোগশাস্ত্ৰত থকা তোমাৰ ব্যুৎপাত্তিয়ে আনৰ ঈৰ্ষা মযেই। কালিদাসৰ কাব্যও তোমাৰ সম্পূৰ্ণ কণ্ঠস্থ হৈছে .... মদনত্ৰয়োদশী ওচৰ চাপি আহিছে। নৃত্য প্ৰতিযোগিতাত তোমাৰ যে জয় অৱশ্যম্ভাৱী ইযাত আচৰিত হ'বলগীয়া একো নাই। শীঘ্ৰ তুমি মুখ্য নৰ্ত্তকী হোৱা —মই তাকেই কামনা কৰোঁ। লগতে মহাকালক প্ৰাৰ্থনা কৰোঁ —তোমাৰ জীৱন সুখৰ হওক। মহাকাল তোমাৰ সহায় হওক। তোমাৰ শিৱৰ প্ৰতি ভক্তি অব্যভিচাৰী হৈ ৰওক। নৃত্য আৰু কাব্যচৰ্চাত তুমি অপৰাজেয় হোৱা।”

মাধৱীয়ে প্ৰণিপাত কৰাত বিষ্ণুদত্তই এইদৰে আশীৰ্বাদ দি নিজৰ ঘৰৰ ফালে খোজ দিলে।

মাধৱীয়ে মনে মনে কিবা এটি চিন্তা কৰি থাকিল। ছায়া মূৰ্ত্তিৰ দৰে আচাৰ্য্য আঁতৰি যোৱাত অসহিষ্ণুতাৰে মাধৱীয়ে নিজে নিজে ক'বলৈ ধৰিলে, —কি আচৰিত, এই জনেও তেনেকৈয়ে কয় ? সকলো মানুহ বলিয়া হ'ল নেকি ? “নৃত্য প্ৰতিযোগিতা”, “নটীমুখ্যা” শব্দৰ বাহিৰে আন কোনো শব্দ নাইকিয়া হ'ল নেকি ? শুনি শুনি মোৰ অন্তৰ তিতা হৈ গৈছে। মন ভাগি গৈছে, মৰ্মবেদনাই মোৰ অন্তৰ চিৰাচিৰ কৰি পেলাইছে। আচাৰ্য্য বিষ্ণুদত্তয়ো কি নাজানে নটীবিলাকৰ ভিতৰত শ্ৰেষ্ঠ হোৱাৰ পিছত মোৰ কি দশা হব ? যদি তেওঁ জানিলেহেঁতেন, তেন্তে এনেদৰে মোৰ মঙ্গল কামনা নকৰিলেহেঁতেন। নাইবা জানিও মেধাৱী বিষ্ণুদত্ত প্ৰতিবিধান কৰিবলৈ অসমৰ্থ হৈ চিৰাচৰিত নিয়মকেই অনুসৰণ কৰি মৌন হৈ আছে ? ... নহয়, নহয় মাধৱী কেতিয়াও নটী নহয়, নাইবা নটীমুখ্যাও নহয়। তাই কেতিয়াও অপ্সৰা-বৃত্তি অৱলম্বন নকৰে ....

—কপটতা আৰু প্ৰবঞ্চনাক মই ধিক্কাৰ দিওঁ। ‘মই মহাকালৰ পত্নী’ —ই কেৱল লোক প্ৰৱঞ্চনাই নহয়, আত্মপ্ৰৱঞ্চনাও। মহাকাল মোৰ প্ৰভু, স্বামী, প্ৰিয়তম আৰু ভৰ্ত্তা নহয়। মই কুমাৰৰ আশ্ৰয় ল'ম। কুমাৰৰ আশাতেই মই জীয়াই আছোঁ। তেওঁৰ অবিহনে মই প্ৰাণত্যাগ কৰিম। মোৰ এই শৰীৰ

বিনাশী হ'লেও মোৰ প্ৰেম অবিনাশী। সেই অবিনাশী প্ৰেমে মোৰ আত্মা আবৰি আছে আৰু মোৰ অঙ্গ-প্ৰত্যঙ্গ ব্যাপি আছে। সমগ্ৰ জগত প্ৰেমেৰে পৰিব্যাপ্ত। মোৰ শৰীৰ জৰাজীৰ্ণ হৈ উৰ্ৱলি যাব। শৰীৰৰ পতন ঘটিলেও মোৰ আত্মাৰপৰা জন্মা প্ৰেমৰ কেতিয়াও বিনাশ নহয়। কালেও আত্মজ প্ৰেম নাশ কৰিব নোৱাৰে। মহাকালেও নোৱাৰে। হায়! মই বাৰু কেতিয়া কুমাৰক মোৰ নিজৰ কৰি পাম? তেওঁৰ বাহু বন্ধনত সোমাই মই কেতিয়া অন্তৰৰ অস্তিত্ব আৰু বাহিৰৰ সংসাৰখন—সকলো পাহৰি যাম? কেতিয়া, কেতিয়া, সেই অৱস্থা আহিব?

....যদি নটী বুলি কুমাৰে মোক অৱজ্ঞা কৰে? হৃদয়, এনে চিন্তা কেতিয়াও পোষণ নকৰিবি, আশ্বস্ত হ। মই মোৰ হিয়াভৰা প্ৰেম, আত্মা, মন আৰু কথাৰে কুমাৰক জয় কৰিব লাগিব। তেওঁৰ অঙ্গ-প্ৰত্যঙ্গ কামনাৰে উদ্বেলিত কৰিব লাগিব; মোৰ আত্মজ প্ৰেমেৰেই তেওঁৰ মন পৰিতৃপ্ত কৰিব লাগিব। .. তেও বাৰু মোক কামনা নকৰে নেকি? তেওঁৰ মন বাৰু মোৰ দৰে কামনাত উদ্বেলিত হৈছেনে? শুনা যায়—কামপীড়িত হৈ কৃষ্ণই ... ... যা ৰুক্মিণীক গ্ৰহণ কৰিছিল। কামক কোনে উপেক্ষা কৰিব পাৰে? ... ... নিশ্চয় তাৎপৰ্য্যপূৰ্ণ। মদনক্ৰিষ্টা মই প্ৰাণৰ বিনিময়ত কুমাৰৰ কামনা কৰোঁ। তেও বাৰু মোক কামনা নকৰে নেকি? মধুৰ কথাৰে তেও মোক আকুল কৰে। মোৰ মন সকলো ফালৰপৰাই কুমাৰগত হৈ পৰিছে। আচাৰ্য্যাই কৈছিল।

—মই মোৰ প্ৰেম মহাকালক নিৱেদন কৰিব লাগে; মই কোনো মানুহক বৰণ কৰিব নালাগে। যাওক, আচাৰ্য্যাৰ সেই উপদেশ তেওঁৰ মুখতে থাওক। আচাৰ্য্যা গতানুগতিক। মোৰ প্ৰতি তেওঁৰ মৰম আছে যদিও মোৰ ভৱিষ্যৎ তেও দেখা নাই। আচাৰ্য্যাই ভাবে দেৱদাসীসকলৰ অপ্সৰাবৃত্তি দোষাবহ নহয়। কিয়নো মহাকালৰ তৃপ্তিৰ কাৰণেই যুৱতীয়ে সেই বৃত্তি আচৰণ কৰিব লাগে। তাত একো নিন্দনীয় নাই। ...সেই বৃত্তি মই কেতিয়াও অৱলম্বন নকৰোঁ, কেতিয়াও নকৰোঁ ....

* *   * *   * *

৫

কুমাৰ অহাৰ পিছদিনা গধূলি চতিয়না গছৰ তলৰ বেদীত বহি মাধৱীয়ে সন্মুখত থকা ফুলপাতৰে উপচি পৰা নৱমালিকা জুপিলৈ চাই মনতে কিবা

চিন্তা কৰি আছে । পশ্চিম আকাশত অস্ত যাব ধৰা সূৰ্যৰ ৰশ্মি গাত পৰাত মাধৱীক অধিক সমুজ্জ্বল দেখা গৈছে । বসন্ত সমাগতপ্ৰায়, সেয়েহে গছ-বিৰিখৰ পাত সৰিবলৈ ধৰিছে । কিছুমান গছত আকৌ নতুনকৈ পাত ওলাবলৈ ধৰিছে । হঠাতে এচাটি কোমল বতাহে অনা এখিলা পকা পাত মাধৱীৰ কোলাত পৰিল । পকাপাত পৰা দেখি মাধৱীয়ে নিজেই কৈ উঠিল ।

—কালক্ৰমত কুঁহিপাত পকে আৰু গছৰপৰা পকাপাত সৰি পৰে । আকৌ গছত নতুন পাত ধৰে । এই নিয়ম চক্ৰৰ দৰেই ঘূৰে । ময়ো শৈশৱৰপৰা যৌৱনপ্ৰাপ্ত হৈছোঁ । এতিয়া মহাকালৰ সেৱাত নিৰত হ'লেও কিছুকালৰ পাছত বৃক্ষচ্যুত পাতৰ দৰেই বুঢ়ী হৈ মই লোকৰ নিন্দাৰ পাত্ৰ হ'ম । হায়, এয়ে সংসাৰৰ গতি ...

...মই বাৰু কি চিন্তা কৰিছোঁ । মদন ত্ৰয়োদশী আহি আছে ; তাৰ আগতেই মোৰ ব্ৰত উদ্‌যাপন হ'ব । ব্ৰত উদ্‌যাপন কৰি মই মদনক পূজা কৰিম । এই সময়ত আচাৰ্যাই মোক মদনপূজা কৰিবলৈ বাধা কৰিছে । ত্ৰয়োদশীত মদনোৎসৱ হ'ব, লগতে নৃত্যপ্ৰতিযোগিতাও হ'ব বুলি আচাৰ্যাই আগতেই কৈছে । নৃত্য প্ৰতিযোগিতাৰ প্ৰতি মোৰ স্পৃহা নাই । ইয়াৰ দ্বাৰা মোৰ কি লাভ হ'ব ? বিজয়িনী হৈ মই কাক বৰণ কৰিম ? কোনে বাৰু মোক অন্তৰেৰে কামনা কৰে ? নগৰৰ অভিজাত সম্প্ৰদায়ে ? নহয় । মই তেওঁলোকৰ ছায়াও স্পৰ্শ নকৰোঁ । তেনেহ'লে মোৰ যৌৱনৰ প্ৰয়োজনেই বা কি ? কেৱল মহাকালৰ বাবে ? মহাকালকেই মই সন্তুষ্ট কৰিব লাগিব ?"

এইদৰে মাধৱীয়ে চিন্তা কৰি থাকোঁতেই ধাত্ৰী আহি তাত উপস্থিত হ'ল । তেওঁক দেখি মাধৱীয়ে ক'লে ।

—তোমালৈ অপেক্ষা কৰি মই ইয়াত কিমান সময় বৈ আছোঁ ; বেলি পৰিছে, সূৰ্যৰ বৰণ ৰঙচুৰা হৈছে ; ক্ষন্তেকতে নেদেখা হ'ব ।"

—নহয় মাধৱী, সূৰ্য্য সমুজ্জ্বলতৰ হৈ উঠিছে বুলিহে ক'ব লাগিব ।"

—কেনেকৈ ?"

—কওঁ বাৰু । আচাৰ্যাই যে মদনোৎসৱ বন্ধ কৰিছে —তুমি শুনিছানে ?"

—নাই শুনা ; তোমাৰ মুখৰপৰাই এয়া প্ৰথম শুনিছোঁ । কিয় বাৰু মদনোৎসৱ নিষিদ্ধ কৰিছে ? ইয়াৰ কিবা গুৰুতৰ কাৰণ আছে বুলি মই ভাবোঁ ।"

—তোমাৰ অনুমান সঁচা। ইতিমধ্যে এটা ডাঙৰ ঘটনা ঘটিছে।"

—কি সেইটো ? কি ঘটিছে ?"

ধাত্ৰীয়ে মাধৱীৰ কাণে কাণে লাহে লাহে ক'বলৈ ধৰিলে।

—সকলোখিনি ক'ম। কিন্তু এই কথা গোপনে ৰাখিব লাগিব। পৌণ্ড্ৰবৰ্দ্ধনত শত্ৰুৰ লগত যুদ্ধ হৈছে বুলি যদিও আচাৰ্য্যই ঘোষণা কৰি মদনোৎসৱ নিষিদ্ধ কৰিছে, তথাপি তাৰ আন কাৰণো আছে।"

—অন্য কাৰণটোনো বাৰু কি ?"

—যোৱা ৰাতি এটি ডাঙৰ ঘটনা ঘটি গ'ল।"

—জানো। দস্যুৰপৰা ভয় আছে বুলি টোপনিৰপৰা জগাই আচাৰ্য্যই আমাক মন্দিৰৰ গৰ্ভগৃহত শুৱাইছিল। ৰাতিপুৱা আকৌ তেনে কোনো ভয়ৰ কাৰণ নাই বুলি ক'লে।"

—আচাৰ্য্যই গোপনীয় বুলিয়েই সত্য প্ৰকাশ কৰা নাই। মই কিন্তু সমুদ্ৰগৃহৰপৰা অলপ দূৰত থকা অতিথিশালাত কাৰ্ত্তিক গণেশৰ দৰেই ৰাজকুমাৰ দুটি দেখা পাইছোঁ। ৰক্ষীসকলে এওঁলোকক সেৱা-শুশ্ৰূষা কৰি আছে। অতিথিশালালৈ কোনো যাব নোৱাৰে বুলিয়েই তাত সকলোৰে প্ৰৱেশ নিষিদ্ধ। সমুদ্ৰগৃহৰ ওচৰতেই ৰখীয়াসকল থাকে। আচাৰ্য্য অকলে গোপন সাধনাত ব্যস্ত বুলি ৰখীয়াসকলে মানুহৰ প্ৰৱেশত বাধা দিছে। মোক আচাৰ্য্যই মতা বুলি ৰখীয়াবোৰে মোক বাৰণ কৰা নাই। ৰাজকুমাৰ দুজনৰ ডাঙৰজনৰ জীৱন অস্ত্ৰৰ আঘাতত অতিশয় সঙ্কটজনক হৈ পৰিছে। সৰুজন অতি ৰূপহ হৈ জিলিকি আছে।"

মাধৱীয়ে কৌতূহলেৰে ধাইক সুধিলে।

ক'ত তেওঁলোক ? কোনদেশৰপৰা নো তেওঁলোক আহিছে ? কেনেকৈ বাৰু অস্ত্ৰৰে আহত হ'ল ? আচাৰ্য্যই তেওঁলোক দুয়োজনকে কিয় গোপনে লুকাই ৰাখিছে ? এৰ কাৰণ বাৰু জানানে ?"

মই সেৱকসকলৰপৰাই সকলো জানিব পাৰিছোঁ। পূৰ্বকালে কামৰূপ অথবা প্ৰাগজ্যোতিষ নামেৰে এখন দেশ আছে। ইয়াৰ পশ্চিম প্ৰান্তত সদানীৰা কৰতোৱা চিৰ প্ৰৱাহিত। ইয়াৰ মাজতেই জগতৰ উৎপত্তিৰ কাৰণ দেৱী কামাখ্যা বিৰাজমান, ব্ৰহ্মাৰ পুত্ৰ নদৰাজ লৌহিত্যও তাতেই প্ৰৱাহিত। সেই

কামৰূপৰেই মাজভাগত প্ৰাগজ্যোতিষপুৰ নামৰ নগৰী। তাতেই কোলৰূপী বিষ্ণুৰ ঔৰসজাত পৃথিৱীপুত্ৰ নৰকে ৰাজ্যশাসন কৰিছিল। সেই ভৌমবংশতে বহুদিনৰ পাছত ভূতিবৰ্মা নামেৰে ইন্দ্ৰসদৃশ মহাপৰাক্ৰমী ৰজাই যুদ্ধত গৌড়দেশ জয় কৰি পৌণ্ড্ৰবৰ্দ্ধন নামৰ ৰাজ্যখণ্ড নিজৰ ৰাজ্যৰ অন্তৰ্ভূক্ত কৰিছিল। কিন্তু ইয়াৰ পিছত পৰাজিত গৌড়াধিপতিয়ে সেই ৰাজ্য আকৌ দখল কৰি নিজ ৰাজ্যৰ অন্তৰ্ভূক্ত কৰিলে। কিছুদিন আগতে প্ৰাগজ্যোতিষাধিপতি সুস্থিতবৰ্মা মৃত্যুশয্যাত পৰি থকা বুলি শুনি বিজয়াকাংক্ষী গৌড়াধিপতিয়ে বিৰাট সৈন্যবলেৰে প্ৰাগজ্যোতিষ অভিমুখে ৰণ-যাত্ৰা কৰিছিল। গৌড়ৰ সৈন্যবল আগবাঢ়ি আহিছে বুলি বাতৰি কাণত পৰাৰ দিনাই প্ৰাগজ্যোতিষাধিপতি অধিক অসুস্থ হৈ পৰিল। ইতিমধ্যে মহাপৰাক্ৰমী গৌড়ৰ সৈন্য কৰতোয়া পাৰ হৈ প্ৰাগজ্যোতিষৰ প্ৰান্তত উপস্থিত হোৱাত কমবয়সীয়া কুমাৰ দুজনে অলপীয়া সৈন্যৰেই শত্ৰুক যুদ্ধত ভয়বিহ্বল কৰি তুলিলে। যুদ্ধত প্ৰাগজ্যোতিষৰ অলপীয়া সৈন্যবল ক্ৰমে কমি আহিবলৈ ধৰিলে আৰু শেষত শত্ৰুৱে দুযোজনা কুমাৰক বন্দী কৰি নিজৰ ৰাজ্যলৈ নি কোনোবা দুৰ্গত তেওঁলোকক অৱৰুদ্ধ কৰি ৰাখিছিল। দুৰ্গপালৰ সাহায্য আৰু নিজৰ বাহুবলেৰে ৰক্ষীসকলক বধ কৰি দুয়োজন কুমাৰ কামৰূপলৈ ঘূৰি অহাৰ পথত ইযাত আহি উপস্থিত হৈছে। শত্ৰুৰ লগত যুদ্ধ কৰোঁতে ডাঙৰজন অস্ত্ৰৰ আঘাতত আহত হৈছে। মুমূৰ্ষু অৱস্থাত তেওঁক লৈ সৰুজন কুমাৰ সৈনিক দুজনেৰে সৈতে শীঘ্ৰে ইযালৈ আহিছে। প্ৰাগজ্যোতিষাধিপতিয়ে পূৰ্বে এই ভূমি দান কৰিছিল কাৰণেই আচাৰ্য্যই অনুগ্ৰহ কৰি তেওঁলোকক ইযাত ঠাই দিছে। যেতিয়ালৈকে আহত কুমাৰ সুস্থ হৈ নুঠে, তেতিয়ালৈকে চাৰিও জনেই ইযাত থকাটো নিশ্চিত। এই কাৰণেই মদনোৎসৱ নিষিদ্ধ কৰা হৈছে। নৃত্য প্ৰতিযোগিতাও বন্ধ কৰা হৈছে।"

—এযা এক ভীষণ অঘটন। বাৰু, আহত ৰাজকুমাৰে এতিয়াও চেতনা ঘূৰাই পোৱা নাই নেকি?" —মাধৱীয়ে উৎকণ্ঠাৰে সুধিলে।

—মাজে মাজে চেতনা ঘূৰাই পালেও খুব কষ্ট পাই আছে। চৈতন্যতকৈ অচৈতন্যই বৰং ভাল।"

—বৰ দুখৰ কথা। তেওঁৰ সেৱা শুশ্ৰূষাৰ বাবে কাক নিযুক্ত কৰা হৈছে? তেওঁৰ সেৱাত কোনো লাগি থকা মানুহ আছে নে?"

ভায়েকজন আৰু সৈনিকৰ বাহিৰে আন কোনো শুশ্ৰূষাকাৰী লোক নাই। অহাযোৱা কৰিবলৈ আচাৰ্য্যই কেৱল মোকহে অনুমতি দিছে। আজি আবেলি

ময়েই তেওঁৰ শৰীৰত চন্দনৰ লেপ দি আহিছোঁ। আমাৰ আচাৰ্য্যই নিজেও ঘাত ঔষধ লগাই দিছে। মই অহাত বিলম্ব হোৱাৰ কাৰণো এইটোৱেই।"

—আকৃতি, বয়স আৰু ৰূপৰ ফালৰপৰা তেওঁলোকৰ দুয়োজনেই সুন্দৰ নে বাৰু..... ?" —এইবুলি আধাকোৱাকৈয়ে মাধৱী লাজতে থমকি ৰ'ল।

—ডাঙৰজনে কুৰি বছৰত ভৰি দিছে, সৰুজন এবছৰমান সৰু বুলি সৈনিকে কৈছে। বয়সত নবীন এই কুমাৰদুয়ে ৰূপত কামদেৱকো চৰ পেলাব। তেওঁলোকৰ ডাঙৰজন হৈছে সুপ্ৰতিষ্ঠিতবৰ্মা, এওঁ আহত হৈ সংকটজনক অৱস্থাত আছে। কনিষ্ঠজন হৈছে —ভাস্কৰ, এওঁ মানসিক উৎকণ্ঠাত অলপ ম্লান হৈছে যদিও মেঘে অলপ ঢাকি ধৰা ভাস্কৰৰ দৰেই দেখা গৈছে।"

ধাত্ৰীয়ে এইদৰে কৈ থাকোঁতেই ভাস্কৰবৰ্মা যেন কিবা এটা বস্তুলৈ চাই চাই লাহে লাহে উদ্যানৰ ফালে আহিল। তেওঁক অহা দেখি ধাত্ৰীয়ে মাধৱীৰ কান্ধত হাতেৰে চুই তেওঁৰ দৃষ্টি আকৰ্ষণ কৰি লাহে লাহে ক'বলৈ ধৰিলে।

—মাধৱী ! চোৱাঁ, এৱেঁই কুমাৰ ভাস্কৰবৰ্মা দেৱ। বয়স আৰু শৰীৰৰ গঠনেৰে শক্তিশালী, বীৰ্য্যবান, সৌন্দৰ্য্যত অনুপম বুলি মই মিছাকৈ কৈছোঁ নে ? চোৱাঁ, অলপ ৰ'বা। মই কুমাৰক মাতি আনো।" —এইবুলি মালৱিকাই কেইখোজমান গৈ ডাঙৰকৈ ক'লে।

—এয়া মই ধাত্ৰী মালৱিকা। কুমাৰ বা কোনফালে যায় ? ইয়ালৈ আহি কুমাৰে আমাক অনুগৃহীত কৰিব নে ?"

কথা শুনি কুমাৰে চাই দেখে যে ধাত্ৰী তেওঁৰ ফালেই আহিছে। তেওঁক দেখি কুমাৰ আশ্বস্ত হ'ল আৰু সুধিলে, —"আপুনি মোক মাতিছে নেকি ?"

—হয়, ময়েই মাতিছোঁ। ক্ষন্তেক ইয়ালৈ আহি কুমাৰে আমাক অনুগৃহীত কৰক।"

মাধৱীক দেখুৱাই ধাত্ৰীয়ে আকৌ ক'বলৈ ধৰিলে।

—এয়া আচাৰ্য্য দেৱস্বামীৰ পালিতা কন্যা মাধৱী। মন্দিৰৰ অলংকাৰস্বৰূপা এই কন্যা গৰাকীকক মালিনী-নদীৰ পাৰৰ আশ্ৰমৰ কণ্বৰ পালিতা কন্যা শকুন্তলা বুলি ধৰি লওক। নৃত্য-গীত, কলা আৰু কাব্যত সুনিপুণা ওঠৰ বছৰীয়া এই ছোৱালীটিয়ে কলাবিদ্যাত অনভিজ্ঞা শকুন্তলাক নিশ্চয় চৰ পেলাব। এওঁৰ ৰূপ-লাৱণ্য কুমাৰে নিজেই দেখিছে ....আৰু ...

ধাত্ৰীয়ে এইদৰে কৈ থকাত মাধৱীয়ে তেওঁক হাতেৰে ঠেলা মাৰি "কি আগ-গুৰি নোহোৱাকৈ বলকি আছাঁ ?" —এইবুলি সৰুকৈ ক'লে। তেতিয়া ধাত্ৰীয়ে অলপ হাঁহি মাধৱীক ক'লে।

—মাধৱী, এখেত সূৰ্য্যৰ দৰে কান্তিমান্, প্ৰাগ্‌জ্যোতিষৰ ৰাজকুমাৰ ; নাম ভাস্কৰবৰ্মা। এখেত ইয়াত কিয় আছে মই এইমাত্ৰ তোমাক কৈছিলোঁ। নাম লওঁতেই কুমাৰ ইযাত আহি উপস্থিত হৈছেহি ; তেখেত দীৰ্ঘজীৱী হ'ব।"

কুমাৰে সুধিলে।

—কিয় বাৰু মোৰ নাম লৈছিলা ? মোক বোধহয় নিন্দা কৰিছিল ?"

—গুণানুকীৰ্ত্তনৰ এইটোৱেই সময়। কুমাৰৰ বংশ, ৰূপ, গুণ, বয়স, শক্তি-সামৰ্থ্যৰ কথা মই মাধৱীক জনাইছোঁ, লগতে আহত জ্যেষ্ঠজনৰ সগতে যে সকলোৱেও ইয়াতে আছে তাকো জনাইছোঁ। মোৰ ধাৰণা পোন্ধৰদিন বা এমাহ আপোনালোক ইযাত থাকিব লাগিব। অ', কুমাৰ আহ্য কাৰণেই মোৰ মনত পৰিছে। আচাৰ্য্যই মোক আদেশ দিছিল যে এখুনি জ্যেষ্ঠ কুমাৰৰ ক্ষতস্থলত ধাতুজ তেল ঘঁহিব লাগিব। বাৰু মই তেল ঘঁহি থৈ আহোঁ মানে কুমাৰে এই শিলাতে বহি নয়নাভিৰাম আৰু চিত্তাকৰ্ষক দৃশ্য উপভোগ কৰক।" —এইবুলি কৈ ধাত্ৰী লৰালৰিকৈ মন্দিৰৰ ফালে গ'ল। ধাত্ৰীৰ মুখত কুমাৰৰ কথা শুনাৰ পাছতে মাধৱীৰ মন কুমাৰাভিমুখী হৈছিল। কুমাৰক দেখাৰ পিছত এতিয়া মাধৱীৰ মন তেওঁতেই নিবিষ্ট হৈ পৰিল। নিৰ্জন স্থলত মধুৰ আলাপত বৃদ্ধি পোৱা দুয়োৰে কামভাৱ মনৰ ভিতৰতে নিৰুদ্ধ হৈ নাথাকিল। মহাকালৰ প্ৰতি সমৰ্পিতা মাধৱীৰ মন তৎক্ষণাত তেওঁৰপৰা আঁতৰি আহিল। স্বামীৰূপে কল্পিত মহাকাল মাধৱীৰ মনত এতিয়া এডোখৰ শিল যেন হে প্ৰতিভাত হ'ল।

* *                    * *                    * *

পিছদিনাখন ব্ৰত উদ্‌যাপন আৰু তাৰ এসপ্তাহৰ ভিতৰতে মদন-ত্ৰয়োদশীত উৎসৱ হ'ব বুলি পূৰ্বে নিৰ্দিষ্ট কৰা আছিল। কুমাৰ অহাৰ পিছত সেই উৎসৱ বন্ধ কৰা হ'ল। মাধৱীয়ে ব্ৰত উদ্‌যাপন যথাসময়ত হ'ব বুলিয়েই সেইদিনা ৰাতিপুৱাতেই কৰতোয়াত স্নান কৰিবলৈ গৈছিল। সেই সময়ত অন্তৰ্দ্বন্দ্বত ক্ষত-বিক্ষত হৈ মাধৱী দোদুল্যমান অৱস্থাত যাতনা খটখটিত বহি আছিল আৰু মানসিক অন্তৰ্দ্বন্দ্বত জৰ্জৰিত হৈছিল।

## ৬

অনুচৰৰ সৈতে তাৰুৱে কিছুদিন মহাকালৰ মন্দিৰত থকাৰ পিছত এদিন প্ৰাগ্‌জ্যোতিষপুৰৰ পৰা প্ৰবোধ নামৰ এজন দূত আহি তাত উপস্থিত হ'ল। দূতে দুয়োজনা কুমাৰৰ কাষ চাপি বজ্ৰপাতৰ নিচিনা নিদাৰুণ বাতৰিটো তেওঁলোকক [illegible]। দূতে নিবেদন কৰিলে।

"কুমাৰ দুজনাক শত্ৰুৱে ৰণক্ষেত্ৰৰ পৰা বন্দী কৰি নিজ দেশলৈ লৈ গ'ল" [illegible] বাতৰি শুনিয়েই মহাৰাজ সুস্থিতবৰ্ম্মা দেৱ মূৰ্চ্ছা গ'ল। মহাৰাজৰ চেতনা [illegible] ঘূৰি নাহিল। সেই ৰাতিয়েই মহাৰাজ স্বৰ্গগামী হ'ল। এফালে মহাৰাজৰ মৃত্যু আনফালে কুমাৰদ্বয় শত্ৰুৰ কবলত আৰু শত্ৰু সৈন্য দুৱাৰদলিত উপস্থিত। এনে জটিল পৰিস্থিতিত প্ৰধানমন্ত্ৰী আৰ্য্যগুপ্তে অতি কৌশলেৰে প্ৰজাবৰ্গক কোনোমতে [illegible] দি আছে আৰু যত্নেৰে ৰাজপুৰুষসকলৰ মৰ্য্যাদা ৰক্ষা কৰিছে। [illegible] কোনো প্ৰজা যাতে অবাটে গৈ অৰাজকতাৰ সৃষ্টি কৰিব নোৱাৰে সেই [illegible]না যথোচিত শাসন ব্যৱস্থা প্ৰধান মন্ত্ৰীয়ে হাতত লৈছে। কিন্তু এই স্থিতি [illegible] চলি থাকিব নোৱাৰে, নাথাকে। অচিৰে জ্যেষ্ঠ কুমাৰে ৰাজ্যৰ শাসনভাৰ [illegible] কৰা আৱশ্যক।"

দূতৰ মুখৰ পৰা এই শোকাবহ বাতৰি শুনি তাৰুৱে শোকত ম্ৰিয়মান হৈ [illegible]। কিছু সময়ৰ পিছত তেওঁ প্ৰকৃতিস্থ হৈ ততাতৈয়াকৈ প্ৰাগ্‌জ্যোতিষপুৰলৈ [illegible] কৰাৰ অভিপ্ৰায় আচাৰ্য্যক জনালে। আচাৰ্য্যই সকলো কথা বুজি পাই [illegible]মান সংঘৰ লগত দি সৈনিক দুজনৰ সৈতে দুয়োজনা ৰাজকুমাৰক প্ৰাগ্‌জ্যোতিষৰ ৰাজধানীলৈ পঠোৱাৰ যো-জা কৰিলে। ইফালে ধাত্ৰীৰ মুখৰ পৰা সকলো বৃত্তান্ত শুনি হঠাতে একো স্থিৰ কৰিবলৈ অসমৰ্থ মাধৱী কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিল। তেনে অৱস্থাতে হঠাতে তাৰুৱে মাধৱীৰ ওচৰলৈ আহি মমতামিশ্ৰিত কণ্ঠেৰে গদ্ গদ্ স্বৰে কোনোমতে ক'বলৈ ধৰিলে।

—মাধৱী ! এই মুহূৰ্ত্ততে আমি আমাৰ নগৰ প্ৰাগ্‌জ্যোতিষপুৰলৈ যাত্ৰা কৰিম। আমাৰ পিতৃদেৱ মহাৰাজ স্বৰ্গগামী হ'ল। মাধৱী ! তুমি থাকা। আকৌ তোমাক দেখা পাবলৈ আশা কৰি বিদায় লৈছোঁ। মাধৱী ! মই আহিলোঁ...."

তাৰুক দেখি আৰু তেওঁৰ কৰুণ কথা শুনি মাধৱীয়ে মুহূৰ্ত্ততে শোকবিহ্বলতা পৰিত্যাগ কৰিলে। কুমাৰৰ প্ৰতি মাধৱীৰ অন্তৰৰ অনুৰাগ জুইৰ শিখাৰ দৰে জ্বলি উঠিল। মাধৱীয়ে দৃঢ়ভাৱে স্পষ্ট ভাষাৰে ক'বলৈ ধৰিলে।

—মোৰ প্ৰতি যদি মাননীয় কুমাৰৰ অন্তৰত অকণমানো স্নেহ আছে, সেই স্নেহে মোকো প্ৰাগ্‌জ্যোতিষলৈ নিব নে ? মাননীয় কুমাৰে অনুগ্ৰহ কৰি মোক অনুগমনৰ অনুমতি দিবনে ? দুৰ্ভগীয়া মাধৱীয়ে ছায়াৰ দৰে সদায় কুমাৰৰ অনুসৰণ কৰিব । ময়ো প্ৰাগজ্যোতিষপুৰলৈ যাম । যাৰলৈ মোৰ অন্তৰত চিৰ বিৰাজমান মহাকালৰপৰা মই অন্তৰত আদেশ লাভ কৰিছোঁ ।"

মাধৱীৰ কথা শুনি ভাস্কৰে 'মাধৱীৰ কথা সঁচানে প্ৰৱঞ্চনামাত্ৰ' তাকে জানিবলৈ ইচ্ছুক হৈ বাৰে বাৰে তেওঁৰ মুখলৈ চাবলৈ ধৰিলে । মাধৱীৰ মুখাবয়ৱত আৰু চকুজুৰিত প্ৰকাশ হোৱা জ্যোতি আৰু দৃঢ়তা দেখি তেওঁৰ মনৰ সকলো সন্দেহ দূৰ হ'ল । বৰষুণৰ পিছত সূৰ্য্যৰ কিৰণে চাৰিওফাল পোহৰ কৰাৰ দৰে মাধৱীৰ চকুৱে মুখে মিচিকিয়া হাঁহি ফুটি উঠিল ।

—যদি আচাৰ্য্যাই যাবলৈ অনুমতি নিদিয়ে, তেন্তে ...?" কুমাৰে নিজকে নিজেই কোৱাৰ দৰে সুধিলে । এইদৰে কুমাৰে আধা কওঁতেই মাধৱী উচপ খাই সমুদ্ৰ গৃহৰ চোতাললৈ লৰি গ'ল আৰু বতাহত গছৰপৰা বাগৰি পৰা লতাৰ দৰে আচাৰ্য্যৰ ভৰিত পৰি কান্দি কান্দি ক'বলৈ ধৰিলে ।

—গুৰুদেৱ ! মোৰ অপৰাধ ক্ষমা কৰক । আপুনি অপাত্ৰত স্নেহ অৰ্পণ কৰিছে ... মই মহাকালৰ পত্নী নহওঁ ... আপোনাৰ মনস্কামনা পূৰ্ণ নহ'ল । আপোনাৰ মনোবাঞ্ছা মই নিষ্ফল কৰিলোঁ । মই মহাকাললৈ সমৰ্পিত হোৱাৰ যোগ্য নহওঁ .... মোৰ অন্তৰ কলুষিত । মোক প্ৰাগজ্যোতিষপুৰলৈ যোৱাৰ অনুমতি দিয়ক পিতৃদেৱ ! অনুমতি দিয়ক ।"

—এইদৰে দৃঢ়ভাৱে কৈ মাধৱীয়ে হুক্ হুক্‌কৈ কান্দিবলৈ ধৰিলে । মাধৱীৰ প্ৰাগ্‌জ্যোতিষলৈ যোৱাৰ সিদ্ধান্ত আৰু ইয়াৰ কাৰণ চিন্তা কৰি আচাৰ্য্য অতিশয় বিস্ময়ান্বিত হ'ল । শোকে-বেজাৰে ক্ষুব্ধ হৈয়ো আচাৰ্য্যাই নিমিষতে নিজকে সংযত কৰি ভৰিত পৰি থকা মাধৱীক তুলি বুকুত সাবটি ধৰিলে । লগে লগে তেওঁৰ চকুলো ববলৈ ধৰিলে । পালিতা কন্যা মাধৱীৰ অশোভনীয় কথা শুনিও 'ঢললৈ বৈ যোৱা পানীৰ দৰে প্ৰবল ভাৱে প্ৰকাশ হোৱা ইচ্ছা কোনে বাধা দিব পাৰে' বোলা নীতি বাক্য স্মৰণ কৰি লোকচৰিত্ৰত অভিজ্ঞ বৃদ্ধ আচাৰ্য্যাই মাধৱীক বাধা নিদিলে আৰু খঙো নেদেখুৱালে । আচাৰ্য্যাই কন্তেক মৌন হৈ মাধৱীৰ মূৰত হাত দি লাহে লাহে ক'বলৈ ধৰিলে ।

—আই মাধৱী ! নাকান্দিবা, নাকান্দিবা । তুমি যি ভাল দেখিছা আৰু যিহকে ভাল বুলি ভাবিছা, তাকে কৰা । আশঙ্কাৰ একো কাৰণ নাই । তুমি

প্ৰাগ্‌জ্যোতিষপুৰলৈ যোৱাই উচিত হ'ব ; কিয়নো তোমাৰ মনত সেই ইচ্ছা অতিশয় প্ৰবল হৈছে । তুমি যাবই লাগিব । মহাকালৰ যি অভিপ্ৰায়, সি হ'বই । তুমি প্ৰাগজ্যোতিষলৈ যোৱাটোৱেই মাহাকালৰ অভিপ্ৰায় ; নহ'লে তোমাৰ মনত কিয় এনে অনুচিত কামনাৰ উদয় হ'ব ? হে প্ৰভু ! হে মহাকাল ! তোমাৰ ইচ্ছা পূৰ্ণ হওক । প্ৰভু ! মই সভক্তিৰে অৰ্পণ কৰা মাধৱীক তুমি গ্ৰহণ নকৰিলা । তোমাৰ চৰণত মোৰ সকৰুণ মিনতি —'প্ৰভু মোৰ অপৰাধ ক্ষমা কৰা । মোৰ প্ৰতি কৃপা কৰা । ...মাধৱী ! আই মাধৱী ! লৰালৰি কৰা । যাত্ৰাৰ লগ্ন সমাগত প্ৰায় । পলম কৰিলে বিঘিনি ঘটিব পাৰে । ....মালৱিকা ! কি চাই আছা ? চন্দন অনুলেপন ঘঁহি, পাটৰ কাপোৰ পিন্ধাই মাধৱীক ধুনীয়াকৈ সজাই পৰাই দিয়া । মাধৱী সুলক্ষণী কন্যা । মালৱিকা ! তুমি জানানে মোৰ বাকচত এটা বহুমূলীয়া দুৰ্লভ গজমুক্তা আছে ? বেগেতে আনা আৰু মাধৱীৰ ডিঙিত পিন্ধাই দিয়া ... । ...আই মাধৱী ! যাঁৱা আই ! মহাকাল তোমাৰ সহায় হওক । মহাকাল তোমাৰ ..." এইখিনিকে কৈ আচাৰ্যাই 'মহাকালেই তোমাৰ প্ৰভু, স্বামী, দয়িত' বুলি ক'ব খুজিও ক'ব নোৱাৰিলে ।

কন্তেকপৰ নীৰৱে থাকি আচাৰ্যাই আকৌ ক'বলৈ ধৰিলে ।

—মাধৱী ! মই এতিয়া বন্ধনমুক্ত হলোঁ । তুমি যোৱাৰ পিছত আৰু মই ইয়াত থকাৰ কোনো প্ৰয়োজন নাই । তুমি প্ৰাগ্‌জ্যোতিষপুৰলৈ যাবলৈ ওলাই মোক মুক্তি দিলা । ...অ' মই ইয়াৰপৰা গুচি গ'লে মালৱিকা নো কাৰ আশ্ৰয়ত থাকিব ? তায়ো যাওক । মালৱিকা, তুমিও মাধৱীৰ অনুসৰণ কৰা । তুমি নগলে মাধৱী কেনেকৈ অকলে যাব ? মোৰ পিছে পিছে আঁহা । বৃথা চিন্তাত মিছাতে সময় পাৰ হৈ যায় । ইয়াৰ পিছত আৰু এক মুহূৰ্তও মই ইয়াত নাথাকোঁ । মাধৱী ! মহাকাল তোমাৰ সহায় হওক । মহাকাল ... "

এইদৰে ভাৱাবেগত অলপ অসংলগ্নভাৱে কথাখিনি কৈ দেৱস্বামীয়ে মাধৱীক বাক্যবন্ধনৰপৰা মুক্ত কৰি যাবলৈ অনুমতি দিলে । মাধৱীয়ে 'ন যযৌ ন তস্থৌ' অৱস্থা অতিক্ৰম কৰি দেৱস্বামীক প্ৰণাম জনাই চকুলো মচি কোনোমতে অলপ আগবাঢ়িল । মালৱিকাই মাধৱীক অনুসৰণ কৰিলে । দেৱস্বামীয়ে গমনোদ্যতা মাধৱীলৈ একে থৰে চাই দহ বছৰ আগতে শ্ৰেষ্ঠী বসুমিত্ৰই বালিকা মাধৱীক তেওঁৰ হাতত দিয়াৰ কথা চিন্তা কৰি অতিশয় ব্যাকুল হৈ পৰিল । আচাৰ্যাই মাধৱীলৈ চকু নপচৰাকৈ চাই অন্তৰত স্নেহৰ বন্ধন অনুভৱ কৰিলে ; কিয়নো এই সংসাৰত স্নেহৰ বন্ধন লোহাতকৈয়ো কঠিন । কোনোমতে ধৈৰ্য্য ধৰি চকুৰপৰা

ওলাই অহা পানী লবালবিকৈ মচি হাতযোৰকৈ আচাৰ্য্যই ভক্তিভাৱেৰে মহাকালক প্ৰণাম জনালে ।

## ৭

জলপ্ৰপাৰ ৰখীয়া মালতীয়ে দূৰৈৰপৰাই কোলাহল যেন শুনি পানীয় শালাৰপৰা বাহিৰ নোলোৱাকৈয়ে মুখখন খিড়িকীয়েদি অলপ উলিয়াই 'কিনো হৈছে' এইবুলি শঙ্কাবিহ্বল হৈ চাৰিওফালে চাবলৈ ধৰিলে । তাই ভালকৈ চাই উত্তৰফালে ৰাজপথ ধূলিৰ ধোঁৱাৰে আবৰি থকা দেখিবলৈ পালে । হঠাতে ক'ৰপৰা ধূলিৰ ধোঁৱা উঠিল, ইয়াৰ কাৰণেই বা কি, এইদৰে চিন্তা কৰি থাকোঁতে পিঠিত আৰোহীৰে সৈতে দৌৰি অহা ঘোঁৰা এটা দেখিবলৈ পালে । ঘোঁৰাই পঞ্চমী ধাৰা (তীব্ৰগতি) অৱলম্বন কৰি খলা-বমা পথলৈ আওকাণ কৰি বেগাই দৌৰিছে । তেতিয়া ঘোঁৰাৰ পিঠিত থকা আৰোহীক ঘোঁৰাৰপৰা পৃথক যেন দেখা নগৈছিল । সেই সময়ত ঘোঁৰাৰ আৰু আৰোহীৰ পৃথক অৱস্থান গৌতমীয় ন্যায়শাস্ত্ৰৰ কাৰ্য্যকাৰণৰ প্ৰভেদৰ দৰেই কেৱল বৰ্ণনাতহে বোধগম্য আছিল ; বেলেগ যেন প্ৰকৃততে দেখা নগৈছিল । ক্ৰমে ক্ৰমে আৰোহী দৃষ্টিগোচৰ হ'ল ।

অশ্বাৰোহীক সেই ফালে অহা দেখি মালতীয়ে, তাইৰ সেইটোৱেই পিতৃদত্ত নাম, কোননো আহিছে তাকেই ভাবি আছিল ।

'এই অশ্বাৰোহীজন অকলশৰীয়া, নে তেওঁৰ কোনো অনুচৰ আছে ? এওঁ অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত নে কেৱল হাত দুখনেই তেওঁৰ সম্বল ? এওঁ কোনোবা ৰাজপুত্ৰ নে চোৰ ? কাৰাগাৰৰপৰা পলায়ন কৰা কোনো ৰাজদ্ৰোহী নে কি আকৌ ? এতিয়া এই ৰাজ্য অৰাজক হৈছে নেকি যে ঘোঁৰাৰে অশ্বাৰোহীয়ে পলায়ন কৰিছে ? এওঁ ক'লৈ যাব ? কোনফালে যাব ? এওঁৰ যাত্ৰাৰ নিৰ্দিষ্ট দিশ আছেনে নাই ? এওঁ এইফালে অহাৰ কাৰণেই বা কি ? ...

... ... ...

(অশ্বাৰোহী ওচৰ পোৱাত) এওঁৰ অভিপ্ৰায় বা কি ? এওঁ কি কৰিব ? ধন-সোণ লুট কৰিব নেকি ? নে নাৰী অপহৰণ কৰিব ? ধন নাপালে সি অন্য সম্পদ কি নিব ? মোকেই অপহৰণ কৰিব নে কি ?'

নিজে অপহৃত হোৱাৰ চিন্তা কৰিয়েই মালতীয়ে নিজৰ পীনোন্নত পয়োধৰ যুগললৈ সতৃষ্ণ-নয়নেৰে চাবলৈ ধৰিলে। তাৰ পিছত পৰম তৃপ্তিৰে যেন নিজৰ গাত লাগি থকা শাৰীখন কিছু ওপৰলৈ টানি বুকুখন চাকিবলৈ বিফল চেষ্টা কৰিলে। ইয়াৰ পিছত যৌৱনৰ চঞ্চলতা অনুভৱ কৰি মালতীয়ে চিন্তা কৰিবলৈ ধৰিলে।

'এতিয়াও মোৰ যৌৱনে পুৰুষক উন্মাদ কৰিব নে ? পুৰুষৰ অন্তৰত আলোড়ন সৃষ্টি কৰিব নে ?'

গালত হাত দি আঙুলিৰে ছালৰ মসৃণতা পৰীক্ষা কৰি মালতী কিছু আশ্বস্ত হ'ল। সঁচাকৈয়ে ছাল সোতোৰা পৰা নাই, গালতো ৰেখাই দেখা দিয়া নাই। আউল-বাউল হৈ থকা চুলিকোচা সমুখলৈ আনি ভালদৰে চাই স্নিগ্ধ আৰু অঞ্জনৰ দৰে শ্যাম বৰণীয়া বুলি অনুভৱ কৰি পুৰুষৰ মন-প্ৰাণ উতলা কৰিব পৰা নিজৰ যৌৱনৰ প্ৰতি মালতীৰ মনত বিশ্বাস জন্মিল। তথাপি দোদুল্যমান অন্তৰেৰে আকৌ শঙ্কা কৰিবলৈ ধৰিলে।

'এতিয়া মই প্ৰায় প্ৰৌঢ় অৱস্থাত উপনীত হৈছোঁ নেকি ? মোৰ যৌৱনশ্ৰী নাইকিয়া হৈ যাব ধৰিছে নে বাৰু ? মোৰ বয়স বাঢ়িছে নেকি ? মোৰ লাৱণ্য নাইকিয়া হৈ যাব ধৰিছে নেকি ? সৌন্দৰ্য্য ক্ষীণ হৈ গৈছে নে কি ? মোৰ কমনীয়তা ছিন্নমূল লতাৰ দৰে ছায়ামাত্ৰা সাৰ হৈছে কিজানি ? মোৰ হাব-ভাৱো প্ৰকাশৰ সুযোগৰ অভাৱত নোহোৱা হৈ গৈছে...'

অলপ দীঘলীয়া আৰু তপত নিশ্বাস ত্যাগ কৰি মালতীয়ে নিজে নিজেই কবলৈ ধৰিলে।

'কি আচৰিত কথা। পাৰ হৈ যোৱা বছৰবোৰ কালি যোৱা যেনহে লাগিছে।'

কৌমাৰ্য্য হৰণ হোৱাৰ দিনৰেপৰা যোৱা যোল্লটা বছৰত যি যি ঘটিছিল, সকলো কথা এটা এটাকৈ মালতীৰ মনত পৰিল।

'মহানন্দাৰ পাৰত বেতৰ জোপোহাৰ তলত বিদেশী পুৰন্দৰৰ সৈতে ভয়ে ভয়ে যৌন মিলনৰ মোৰ সেই দিনবোৰ বাৰু ক'লৈ গ'ল ? পুৰন্দৰো গুচি গ'ল। এতিয়া ময়েই বা ক'ত পুৰন্দৰেই বা ক'ত ? তেওঁ জীৱিত নে মৃত মই নাজানো। তাৰ পাছত .... মন্দিৰত নৃত্য-গীতেৰে দেৱীক সন্তুষ্ট কৰিয়েই মোৰ দিন অতিবাহিত হৈছিল। এতিয়া বাৰু চাৰুদত্ত ক'ত ? বলিষ্ঠ পুৰুষৰ দৰে আচৰণ কৰা চাৰুদত্তলৈ মোৰ এতিয়া বৰকৈ মনত পৰিছে ...। মোৰ

তালভঙ্গ নোহোৱা নৃত্য দেখি, বীণাৰ ঝঙ্কাৰত, সুললিত কণ্ঠৰ শুনি মোতেই চাৰু দত্তই মন-প্ৰাণ সঁপি দিছিল। মোৰ অবিহনে তেওঁ নিজৰ যৌৱন নিৰৰ্থক, জীৱনটো শ্বাস-প্ৰশ্বাসমাত্ৰ বুলি ধৰিছিল। মোক আকৰ্ষণ কৰিব নোৱাৰালেকে নিজৰ সৌন্দৰ্য্য নিস্ফল আৰু ধৰণীতল ৰসাতল বুলি ধাৰণা কৰি দিনেৰাতিয়ে তেওঁ মোকেই ধ্যান কৰিছিল। মোৰ চৰণতেই সৰ্বস্ব সমৰ্পণ কৰি মোৰ চিন্তাতে নিমগ্ন হৈ কৰ্ত্তব্যত উন্মাদৰ দৰেই লাগি আছিল.... তাৰ পিছত মোক দস্যুৱে অপহৰণ কৰি দেশান্তৰলৈ আনিলে। তাৰ পিছত ... মদন-ত্ৰয়োদশীৰ দিনা ৰাজ-অন্তঃপুৰত খেল-ধেমালি প্ৰসঙ্গত ৰজাৰ সান্নিধ্য লাভ ... তাৰ পিছত ... ? স্মৃতিচাৰণ কৰিয়েই বা লাভ কি ? সকলোবোৰ গ'ল, সকলো গ'ল। কিন্তু যোৱা নাই কেৱল সুখৰ কামনাত নিমগ্ন মোৰ মনটো আৰু প্ৰশমিত হোৱা নাই মোৰ প্ৰবল যৌন তৃষ্ণা ...'

মালতীয়ে এইদৰে চিন্তা কৰি থাকোঁতেই মুহূৰ্ত্তৰ ভিতৰতে অশ্বাৰোহীজন আহি তাত উপস্থিত হ'ল। ঘোঁৰাৰপৰা নামিয়েই অশ্বাৰোহী পানীয়শালাৰ ৰখীয়া মহিলাৰ ৰূপ-লাৱণ্য দেখি বিস্ময়াভিভূত হ'ল। ঘোঁৰাটো গছত বান্ধি মানুহজনে মালতীক অনিমেষ নয়নেৰে চাবলৈ ধৰিলে। পথশ্ৰমত ক্লান্ত হ'লেও যত্ন কৰি বুকুৰ কঁপনি বন্ধ কৰি তেওঁ ক'লে।

—মই তৃষ্ণাতুৰ, অনুগ্ৰহ কৰি মোক অলপ পানী দিয়ক আৰু মোৰ পিপাসা দূৰ কৰক।"

কোমল আৰু মধুৰ মাতেৰে ক'বলৈ গৈয়ো মানুহজনৰ নিজৰ কথা নিজৰ কাণতেই কটু আৰু হুটা যেন লাগিল। মালতীয়ে সেই অপৰিচিত ব্যক্তিক দেখি আৰু তেওঁৰ কথা-বতৰা শুনিও ভূতেধৰা মানুহৰ দৰে তেওঁৰ মুখলৈ চাই নীৰৱে থাকিল। প্ৰপাপালিকাক তেনেকৈ নীৰৱে থকা দেখি সেই মানুহজনে সংস্কৃতভাষাৰে পানী খুজিলে।

—হে নাৰীশ্ৰেষ্ঠা, সুন্দৰী, মনোযোগ দি শুনক, এই মানুহটো পিপাসাৰ্ত্ত, পথশ্ৰমত অতিশয় ক্লান্ত। বেচেৰাই পানী খাবলৈ ইচ্ছা কৰিছে। সি আৰু তৃষ্ণাই বিলম্ব সহ্য কৰিব নোৱৰা হৈছে। যদি ৰজাৰ কোনো নিষেধাজ্ঞা নাই, তেনেহ'লে ..."

তাকে শুনি টোপনিৰপৰা সাৰপাই উঠাৰ দৰে মালতীয়ে স্নেহবিগলিত মাতেৰে মৰম লগাকৈ ক'লে।

—মহাশয়, প্ৰথমে প্ৰপাপালিকাই জনোৱা নমস্কাৰ গ্ৰহণ কৰক । আপুনি পিয়াহ পলুৱাই পানী খাওক । তৃষ্ণাতুৰসকলক পানী দিবলৈকে ৰাজ-বিষয়াই মোক ইয়াত নিযুক্ত কৰিছে । আহক, আঁজলি ভৰাই পানী লওক, মই বাকি দিওঁ ।"

এইবুলি মালতীয়ে হেতাৰে কলহৰপৰা পানী আনি তৃষ্ণাতুৰ পথিকৰ আঁজলিত দিবলৈ ধৰিলে । পানী ঢালি দিওঁতে তেওঁৰ মুখলৈ চাই থাকোঁতে মালতীয়ে ঢালি দিয়া পানী যেতিয়া অসাৱধানতাত মাটিত পৰিছিল, তেতিয়া কি হ'ল বুলি মানুহজনে তেওঁৰ মুখলৈ চাই মিচিকিয়া হাঁহিৰে ক'লে ।

—দেৱী, এই মানুহটোহে পিয়াহত আতুৰ, মাটিখিনি নহয় ।"

তাকে শুনি লাজপোৱাৰ দৰেই মালতীয়ে আকৌ তেওঁৰ হাতত পানী ঢালি দিলে । পিয়াহ গুচিলেও তেওঁ পানী খোৱাৰ সুখকণৰ কাৰণেই যেন বাৰে বাৰে পানী-খাই আছে, মহিলায়ো পানী দি আছে । শেষত অশ্বাৰোহীজনে ক'লে ।

—হ'ব আৰু নালাগে, নিদিব । আপুনি মোক জীৱন দান দিলে, মোক সঞ্জীৱিত কৰিলে । মোৰ প্ৰাণ সুস্থ হ'ল । এতিয়া মই কি উপায়েৰে নিজকে ঋণমুক্ত কৰোঁ ?"

এইবুলি কৈ তেওঁ মালতীৰ পদুমৰ পাহিৰ দৰে ধুনীয়া মুখ আৰু কোৱাভাতুৰীৰ নিচিনা ৰঙা ওঁঠ দুটিলৈ চকু নপচৰাকৈ চাবলৈ ধৰিলে । মালতীয়েও তেওঁৰ প্ৰতি সকলো মনোযোগ দি প্ৰৌঢ়া নায়িকাৰ দৰে অকণো সংকোচ প্ৰকাশ নকৰাকৈ ক'বলৈ ধৰিলে ।

—আপোনাৰ বিষয়ে নাজানিলেও আপোনাক ৰাজপুৰুষ যেন লাগিছে । যদি আপোনাৰ কাৰ্য্যত ব্যাঘাত নহয়, তেন্তে এই আঁহত গছৰ গুৰিৰ বেদীতে কিছু সময় বহি পথশ্ৰম আৰু অশ্বাৰোহণৰ বাবে হোৱা অঙ্গবেদনা দূৰ কৰক । তেতিয়া লগতে এই প্ৰপাপালিকায়ো কন্তেকীয়া মেঘৰ ছাঁৰ দৰে আপোনাৰ সঙ্গসুখ অনুভৱ কৰিব ।"

মানুহজনে ক'লে, —আপুনি যি ভাল পায়, তাকেই কৰা হ'ব । পুৰুষৰ সৃষ্টি-প্ৰক্ৰিয়া নাই । সেই কাৰণে পুৰুষৰ ইচ্ছাৰ কোনো স্বাতন্ত্ৰ্যও নাই ; এই ক্ষেত্ৰত আপুনি যি কয়, সেয়ে হ'ব । বাৰু মই ইয়াতে বহিছোঁ ।"

এইবুলি মানুহজনে আঁহত গছৰ গুৰিৰ বেদিকাত বহিল । মালতীও পানীঘৰৰ ভিতৰৰপৰা বাহিৰলৈ আহি তেওঁৰ কাষতে বহিল ।

তেতিয়া বসন্তৰ প্ৰথম মাহ। ধীৰে ধীৰে সান্ধ্য-বতাহ বলিছে। আঁহতৰ ডালত বতাহজুৰি লৰা পাতবোৰে জিৰ্ জিৰ্ শব্দ কৰিছে ; কোনো ষোড়শীয়ে নিজৰ অঙ্গ সৌন্দৰ্য্যৰে সিহঁতক পৰাভূত কৰিছে বুলি যেন ভয়তে পাতবোৰ ৰৰকৈ কঁপিছে। তাকে দেখি যেন পশ্চিম দিশত অস্তগামী সূৰ্য্যই লাজতে মুখ ৰঙা কৰি গছৰ আঁৰত নিজকে লুকাবলৈ চেষ্টা কৰিছে। বসন্তৰ বাতাৱৰণৰ সেই ৰমণীয় সময়ত ক্ষন্তেকপৰ অকলে বহি থকাত দুয়োৰো চাৰি চকুৰ মিলন হ'ল। পুৰুষৰ সান্নিধ্যত কুন্ধা প্ৰকৃতিৰ দৰেই সেই অশ্বাৰোহী পুৰুষজনৰ সান্নিধ্যয়ো অন্তৰ চঞ্চল কৰি তোলাত মালতীয়ে তেওঁক সুধিলে।

—আপুনি দূৰৈৰপৰা অহা যেন লাগিছে। আপুনি বাৰু কোন দেশ অলঙ্কৃত কৰিছে ? আপুনি কি পদ শূন্য কৰি এতিয়া ইয়ালৈ আহিছে ? সেইগৰাকী বাৰু কোন সৌভাগ্যৱতী ৰমণী যি গৰাকীয়ে 'বিৰহ-বাসৰ অন্ত হোৱা নাবে বসন্ত' নাম পোৱা এই বসন্ত কালত যক্ষ পত্নীৰ দৰে এতিয়া বিৰহ দুঃখ অনুভৱ কৰিছে ? আপুনি এনে কি গুৰু ৰাজকাৰ্য্য পালন কৰিবলগীয়া হৈছে —যি কাৰণে আকৃতিয়ে সূচনা কৰা গুণৰাজিৰে বিভূষিত হৈয়ো আপুনি পথশ্ৰম স্বীকাৰ কৰিবলগীয়া হৈছে ? আপোনাৰ গন্তব্যস্থান বা কি ? যদি গোপনীয় নহয় আৰু এই প্ৰৌঢ়াই সেই কথা শুনাত বাধা নাই বুলি ভাবে, তেন্তে অনুগ্ৰহ কৰি কওঁকচোন ! মোৰ বৰ কৌতূহল জন্মিছে।"

—হে সুন্দৰী, মনেই প্ৰথমে সুধিছোঁ, লাৱণ্য যাৰ শৰীৰত চিৰস্থায়ী হৈ আছে, চঞ্চল যৌৱনেও যাৰ শৰীৰত স্থিৰ হৈ বাস কৰিছে, আহিবলৈ ধৰিও প্ৰৌঢ়তাই যাৰ শৰীৰৰ হাব-ভাৱৰ ভয়ত দূৰতে পলাই আছে, অচঞ্চল তাৰুণ্যৰে অপ্সৰাসদৃশ সেই নাৰী যদি প্ৰৌঢ়া হয়, তেন্তে কোন নাৰীয়েনো বাৰু যুৱতী নাম পাব ? সৌজন্যসূচক বিনয়-বচনো অতিৰঞ্জিত হ'লে শোভা নাপায়। এই দৰে নক'ব .... । বাৰু তোমাৰ ওচৰত মোৰ একো গোপনীয়তা নাই। অকৃত্ৰিম অথচ মধুৰ কথাৰে তুমি আগেয়ে মোৰ হৃদয়ৰ অভ্যন্তৰত প্ৰবেশ কৰিছাঁই, গতিকে ইয়াত গোপন কৰিবলগীয়া কি আছে ? দুখন হিয়া সুকীয়া হ'লেহে গোপনীয়তা ৰক্ষা কৰিব লাগে, অভিন্ন হলে তাৰ অৱকাশেই বা ক'ত ? সকলো ক'ম ; কিন্তু ময়ো শুনিবলৈ ইচ্ছা কৰিছোঁ, কোনে তোমাক এই জল-প্ৰপাৰ ৰখীয়া হিচাপে নিযুক্তি দিলে ? তুমি বাৰু কিয় এনে সাধাৰণ কাম গ্ৰহণ কৰিলাঁ ? তোমাৰ নিজৰ ঘৰ-সংসাৰ আদি ..."

মাধৱে এইদৰে সুধিলত মালতীয়ে উৎকণ্ঠাৰে লৰালৰিকৈ ক'বলৈ ধৰিলে।

—অ' আপুনি মোৰো কাহিনী শুনিব খুজিছে ? আচৰিত, ইয়াত মো শুনিবলৈ কিটো আছে ?"

—যিয়েই নাথাকক, মোৰ শুনিবলৈ ইচ্ছা হৈছে ।"

—তেনেহ'লে শুনক, এই কাহিনী মুঠেই প্ৰশংসনীয় নহয় ।"

—শুনি আছোঁ, তুমি কৈ যোৱা ।"

—হিমালয়ৰ পৰা প্ৰৱাহিত কৰতোয়া আৰু কৌশিকী নদীৰ মাজত দ্বিতীয় ব্ৰহ্মাৱৰ্ত্তৰ দৰেই নিখিল ভুৱনৰ সাৰস্বৰূপ সকলো দেশৰ ভিতৰতে এখন শ্ৰেষ্ঠ দেশ আছে —নাম পৌণ্ড্ৰবৰ্দ্ধন । ইয়াৰ উত্তৰফালে গন্ধৰ্বসকলৰ আৱাস অত্যুচ্চ শৃঙ্গেৰে শোভিত হেমকূট নামৰ পৰ্বত, দক্ষিণফালে ভগীৰথে নমাই অনা ত্ৰিপথগা দক্ষিণ-বাহিনী গঙ্গা সাগৰলৈ বৈ গৈছে । মহাদেৱৰ হাতৰপৰা ওলোৱা সদানীৰা কৰতোয়াই সদায় পৌণ্ড্ৰবৰ্দ্ধন প্লাৱিত কৰে । এই কৰতোয়া পাৰ হৈ বিদেহ মাথৱ পূৰ্বিপি কালত পূৰ্বদেশলৈ আহিছিল । সেই দেশতে বলিৰ পুত্ৰ পুণ্ড্ৰই মহানন্দাৰ পাৰত পৌণ্ড্ৰবৰ্দ্ধন নামে এখন নগৰ স্থাপন কৰিছিল । তাতে বসুদেৱ নামেৰে এজন ৰজা আছিল । তেওঁৰ পুত্ৰ বাসুদেৱে যদুবংশোদ্ভৱ শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী বাসুদেৱৰ প্ৰতিস্পৰ্দ্ধী হৈ ৰাজ্যশাসন কৰিছিল । সেই আচৰণ সহ্য কৰিব নোৱাৰি যদুবংশীয় বাসুদেৱে পৌণ্ড্ৰ বাসুদেৱক যুদ্ধত বধ কৰিছিল । এইবোৰ কাহিনী মহোদয়ে শুনিছে নে ?"

—হয় শুনিছোঁ, ঐতিহাসিক পণ্ডিতসকলে এইদৰে কয় । তাৰ পিছত ?"

—পৌণ্ড্ৰত যাদৱসকলৰ আধিপত্য আৰম্ভ হোৱাত পৌণ্ড্ৰবাসীসকলে কৰতোয়া পাৰ হৈ জল্পীশত শৰণ ললে ।"

—এয়া পুৰাণৰ আখ্যান । বৰ্তমানৰ অৱস্থা আৰু লগতে তোমাৰ জীৱনী সম্পৰ্কে কোৱা ।"

—বাৰু তাকেই কৈছোঁ । মহানন্দা নদীৰ পাৰত পৌণ্ড্ৰবৰ্দ্ধন নগৰত পাটলীপীঠ অৱস্থিত । তাতেই স্বৰ্ণমন্দিৰত পাটলীদেৱীৰ অধিষ্ঠান । পাটলীদেৱীক দৰ্শন কৰিবলৈ দেশ-দেশান্তৰৰপৰা অহা মানুহেৰে পৌণ্ড্ৰবৰ্দ্ধন সদায় জন-সমাকীৰ্ণ । সদাগৰসকলো বাণিজ্যৰ কাৰণেও দূৰ দেশৰপৰা আহি তাত অৱস্থান কৰেহি । সেই বাণিজ্য মেলাত পাট, মুগা কাপোৰ, মৃগনাভি আৰু চুৰঁৰীগছৰ চাঁৱৰ আদি পূৰ্বদেশীয় পণ্যদ্ৰব্যবিলাকৰ বিশেষভাৱে সদায় বেহাবেপাৰ হয় । কিন্নৰসকলৰ বাসস্থান মহাচীনৰপৰাও তালৈ বণিজসকলৰ আগমন ঘটে । আনকি নগ (পৰ্বত)

সদৃশ প্ৰাসাদ তাত আছে কাৰণেই সেই ঠাইৰ 'নগৰ' নামটো আৰু পৌণ্ড্ৰসকল তাত অতিশয় সমৃদ্ধ হৈছে বুলিয়েই সেই নগৰৰ পৌণ্ড্ৰবৰ্দ্ধন নাম সাৰ্থক হৈছে ...."

সেই নগৰতে মণিদত্ত নামেৰে এজন সদাগৰে বাস কৰিছিল । মালৱসকলৰ গণ-ব্যৱস্থাৰ দৰে পৌণ্ড্ৰৰ সদাগৰসকলৰ গণ-ব্যৱস্থায়ো তেওঁকেই নেতৃত্ব দান কৰিছিল । শ্ৰেষ্ঠী মণিদত্ত তাতে বাণিজ্য কৰিবলৈ অহা বণিজসকলৰ নিয়ন্ত্ৰক আছিল । তেওঁ আঢ্যৱন্ত । ধনাগাৰত তেওঁৰ অপৰিমিত ৰত্ন আৰু পণ্যাগাৰত বহু পণ্যদ্ৰব্য সদায় মজুত থাকে । কিন্তু অপুত্ৰক হোৱা বাবে তেওঁৰ মুহূৰ্তৰ কাৰণেও সুখ শান্তি নাছিল । তেওঁ পুত্ৰ লাভৰ অৰ্থে ব্ৰত, উপবাস আৰু নীতি-নিয়মেৰে পাটলীদেৱীক আৰাধনা কৰিছিল । তেওঁৰ তপস্যাত সন্তুষ্ট হৈ দেৱীয়ে 'তোমাৰ এটি কন্যাৰত্ন জন্ম হ'ব' বুলি বৰ দিছিল আৰু লগতে এইকথাও কৈছিল —'যৌৱনত ভৰি দিলেই তোমাৰ কন্যাক এই মন্দিৰত নৃত্য-গীতৰ কাৰণে অৰ্পণ কৰিব লাগিব ।' এই মানুহজনীয়েই সেই পাটলীদেৱীৰ বৰত জন্ম লোৱা কন্যা, ৰত্ন হয় নে নহয় নাজানো ; দেৱীয়েহে জানে । নহ'লে বা ..." এইবুলি আধাকোৱা হওঁতেই পুৰুষজনে হাঁহি হাঁহি ক'লে ।

—পাটলীদেৱীয়ে দিয়া বৰৰ অন্যথা নহয় । সেই কন্যাৰ ৰত্নত্ব একেবাৰে প্ৰত্যক্ষ । প্ৰত্যক্ষসিদ্ধ কোনো বস্তুৰ বাবে অন্য প্ৰমাণৰ আৱশ্যক নাই আৰু প্ৰত্যক্ষক ঢাকিবও নোৱাৰি । কোনো বস্তুৰ অস্তিত্ব জ্ঞানৰ বাবে প্ৰত্যক্ষই আমাৰ একমাত্ৰ আশ্ৰয় । এই ৰত্নটি সদায় স্পৃহনীয় ।".

— কাৰ ?" মালতীয়ে সুধিলে ।

— এই যে ওচৰতে থকা মানুহজন, তেওঁৰ ।"

তেওঁৰ কথাত বাধা দি মালতীয়ে আগৰ কাহিনীৰ আঁত ধৰি ক'বলৈ ধৰিলে ।

— মই ধনীৰ কুলত জন্ম লৈছোঁ । এতিয়া মই পানীয়শালাৰ বন্দীয়া । সৰু কালত মই ব্যাকৰণ আৰু কাব্য অধ্যয়ন কৰিছিলোঁ আৰু লগতে নৃত্য-গীতৰো অনুশীলন কৰিছিলোঁ । যৌৱনত ভৰি দিয়াত মই বাৎস্যায়নৰ কামশাস্ত্ৰৰো অধ্যয়ন কৰিছিলোঁ । অতিশয় মৰমৰ কাৰণে মোৰ দেউতাই পাটলীদেৱীৰ আদেশ অমান্য কৰি মোক তেওঁৰ ওচৰত অৰ্পণ নকৰিলে । বৰং আমাৰ সাতামপুৰুষীয়া ব্যৱসায়তেই মোক নিয়োগ কৰি নিজে বেহাবেপাৰৰ কাৰণে বিদেশলৈ গ'ল । তেতিয়া দেৱীয়ে মোক অভিশাপ দিলে —'ইঠাই-সিঠাই বহু ঠাই ভ্ৰমণ কৰি তই নগণ্য জীৱন যাপন কৰিবি ।'

— সেই অভিশাপ বাক কোনে শুনিছিল ?" তেওঁ সুধিলে ।

মালতীয়ে এইবুলি উত্তৰ দিলে ।

— সেই শাপ মই নাইবা মোৰ দেউতা কোনেও শুনা নাছিল । তথাপি কাৰ্য্যৰপৰা কাৰণ অনুমান কৰাৰ দৰেই মোৰ দুৰ্দশাৰ পৰাই অভিশাপ অনুমান কৰিব পাৰি । নহ'লেনো ধনীৰ ঘৰত জন্মগ্ৰহণ কৰা, নৃত্য-গীত নিপুণা, আগম আদি শাস্ত্ৰত পাৰ্গত বণিক কন্যা কিয় জলপ্ৰপাৰ বৰ্ষীয়া হ'ব ? ... ইয়াৰ পিছত দেউতাই মোক তেওঁৰ নিজৰ কামত নিযুক্ত কৰি সাগৰেদি বণিজলৈ যোৱাত ময়েই আয়াত আৰু নিৰ্যাত পণ্যদ্ৰব্যৰ ক্ৰয়-বিক্ৰয়ৰ দৈনন্দিন কাম কৰি আছিলোঁ ।

...এসময়ত পুৰন্দৰ নামেৰে এজন ডেকা সদাগৰ তালৈ আহিছিল । কমনীয়-কান্তিৰে পুৰন্দৰক দেখি তেওঁৰে সৈতে চিনাকি হবলৈ মোৰ কৌতূহল জন্মিছিল যদিও শালীনতা ৰক্ষা কৰি মই তেওঁৰ নাম-ধাম আদি সুধিব নোৱাৰিলোঁ । কথা-প্ৰসঙ্গত তেৱেঁই ক'লে যে তেওঁ তাম্ৰলিপ্তিৰপৰা বাণিজ্যৰ কাৰণে নৌ-যানেৰে পৌণ্ড্ৰবৰ্দ্ধনলৈ আহিছে আৰু তাত ছমাহ থাকি আকৌ তাম্ৰলিপ্তিলৈ উভতি যাব ।

ৰচনাৰ মৰ্ম উপলব্ধি কৰিব নোৱাৰিলেও ভাল কৰিব একোফাঁকি কথাই যিদৰে কাণত মৌ-বৰষে, তেনেকৈ অজ্ঞাত-কুলশীল হলেও তেওঁৰ স্নেহবিগলিত বাক্যই মোৰ হৃদয়ত জোৱাৰ তুলিছিল । প্ৰাচীন কালত ইন্দ্ৰই যিদৰে অসুৰৰ পুৰ ধ্বংস কৰি পুৰন্দৰ নামে খ্যাত হৈছিল, তেনেকৈ মোৰো মনোদুৰ্গৰ আৱৰণ ভেদ কৰি তেওঁ পুৰন্দৰ নামৰ সাৰ্থকতা প্ৰতিপন্ন কৰিছিল ....

পুৰন্দৰে অহল্যাক জীৰ্ণ কৰিছিল, সেয়েহে —'ইন্দ্ৰো অহল্যায়ে জাৰঃ' —এই বৈদিক উক্তিটো অৰ্থযুক্ত হৈছে নেকি ?" এইবুলি পৰম আকৃতিৰে পুৰুষজনে সুধিলত মালতীয়ে ক'লে ।

— সেই বিষয়ৰ অৱসৰেই বা ক'ত ? অহল্যাইহে ইন্দ্ৰক কামনা কৰিছিল । দেৱতাৰে সৈতে ক্ৰীড়াৰ প্ৰতি কৌতূহল জন্মাত দেৱৰাজ ইন্দ্ৰৰ লগত সঙ্গম অভিলাষী হৈ দুৰ্মতি অহল্যাইহে প্ৰথমতে আগবাঢ়িছিল । মুনি গৌতম আশ্ৰমত নথকাৰ সুযোগ লৈ অহল্যাই আশ্ৰমবাসী শিষ্যসকলৰ যাতে সন্দেহ নজন্মে সেই অভিপ্ৰায়েৰে মুনিৰ ভেশ ধৰি আশ্ৰমলৈ আহিবলৈ বুলি পৰ্ণকুটীৰলৈ মাতি আনিছিল । ..... পাছত মন-প্ৰাণ পৰম তৃপ্তিৰে ভৰি পৰাত অহল্যাই হাঁহি হাঁহি দেৱৰাজক কি কৈছিল শুনিবনে ?"

—'হে দেৱেন্দ্ৰ ! মই পৰম তৃপ্তি লাভ কৰিছোঁ । হে প্ৰভু, শীঘ্ৰে ইয়াৰপৰা আঁতৰি যাওক আৰু নিজকে আৰু মোক গৌতমৰপৰা ৰক্ষা কৰক ।' তাকে শুনি দেৱেন্দ্ৰই হাঁহি হাঁহি কৈছিল ।

— হে অনবদ্যাঙ্গি, মই সম্পূর্ণ পৰিতৃপ্ত । ভয়ৰ কোনো কাৰণ নাই ; মই যেনেকৈ আহিছোঁ, তেনেকৈয়ে যাম । আকৌ দেখা পাবলৈ এতিয়া বিদায় মাগিছোঁ ।' এইদৰে কৈ ইন্দ্ৰ যাব খুজিছিল । যাওক বাৰু এই প্ৰসঙ্গৰ কোনো প্ৰয়োজন নাই ।

এসময়ত মই মহানন্দাৰ পাৰলৈ যোৱাত পুৰন্দৰে মোক দেখা পালে । তেওঁ মোক আগমনৰ কাৰণ সুধিলত মই ভ্ৰমণ কৰিবলৈ অহা বুলি কলোঁ । তেতিয়া তেওঁ আনন্দেৰে মোক ক'লে ।

— আহক, এই নদীৰ পাৰৰ কুঞ্জতেই বহোঁহক ।"

অতিশয় মনোৰম আৰু নিৰ্জন সেই ঠাই । ইপিনে বিৰ্‌বিৰ্‌কৈ সুন্দৰ শীতল বতাহ বলিছে । সেই কুঞ্জবনত বহি থাকোঁতেই আমাৰ কাম-প্ৰবৃত্তি জাগি উঠিল । তেওঁৰ কোলাত মূৰটো থৈ মই যেতিয়া শুই পৰিছিলোঁ, তেতিয়া তেওঁ দুই হাতেৰে মোৰ ডিঙিত সাৱটি এনেকৈ অধৰত অধৰ লগাই ...' —এইবুলি কৈ তৎক্ষণাত সেই কাৰ্য্যৰ অভিনয় কৰি দেখুৱাবলৈ মালতী যেতিয়া আগবাঢ়িছিল, সেই সময়তে দূৰত কোলাহল শুনা গ'ল । তাকে শুনি পুৰুষজনে চকিত হৈ তৎক্ষণাত থিয় হৈ দূৰলৈ চাবলৈ ধৰিলে । মালতীও তেওঁৰ পাছে পাছেই যাবলৈ ধৰিলে । মাধৱে ভালকৈ নিৰীক্ষণ কৰি হাতত অস্ত্ৰ-শস্ত্ৰ লৈ অহা এজাক অশ্বাৰোহী সেই ফালে অহা দেখিবলৈ পালে । সেই অশ্বাৰোহীবোৰক দেখিয়েই মাধৱে মালতীক হাতেৰে ঘোঁৰাৰ পিঠিত তুলি লৱালৰিকৈ ঘোঁৰাত জাঁপ মাৰি উঠি তৎক্ষণাত সেই ঠাইৰপৰা বেগাই কেনিবাদি গুচি গ'ল ।

এইদৰে গৈ থাকোঁতেই সন্ধ্যা হ'ল । অস্তমিত সূৰ্য্যৰ ৰশ্মিজাল প্ৰথমে ৰঙা আৰু পিছত ধোঁৱা বৰণীয়া হ'ল ; লাহে লাহে দশোদিশ ক'লাৰঙেৰে লেপ দিয়াৰ দৰে অন্ধকাৰে ঢাকি পেলালে । আকাশত নক্ষত্ৰই দেখা দিলে । এই তাৰকাৰাজিৰ ভিতৰত সকলো কলাৰে পৰিপূৰ্ণ পিতৃগণৰ অন্নস্বৰূপ চন্দ্ৰমাই ৰাজযক্ষ্মাৰপৰা মুক্ত হৈ বিৰাজ কৰিলে । দূৰৈৰপৰা অহা সান্ধ্য-আৰতিৰ ধ্বনি তেওঁলোকৰ কাণত পৰিল । ঘোঁৰা বেগাই দৌৰিবলৈ ধৰিলে । ঘোঁৰাৰ পিঠিত মাধৱ ; মালতী তেওঁৰ বক্ষলগ্না । তেওঁ বাওঁহাতেৰে মালতীক সাৱটি ধৰিলে আৰু সোঁহাতেৰে লেকাম খামুচি ধৰি ঘোঁৰা দৌৰাবলৈ ধৰিলে । কেতিয়াবা একোবাৰ মুখখন ঘূৰাই পিছলৈ চায় আৰু পিছ মুহূৰ্ত্ততে আগলৈ চায় । ঘোঁৰাৰ গতিবেগৰ কাৰণে মালতী কেতিয়াবা তেওঁৰ বুকুত লিপিটখাই লাগি ধৰে । ঘোঁৰা দৌৰোৱাত পাৰ্গত মাধৱে কষ্ট পোৱা নাছিল । কিন্তু অভ্যাস নথকা বাবে মালতীয়ে ভয়তে সঙ্কুচিত হৈ কষ্ট অনুভৱ কৰিছিল । পুৰুষজনৰ হাতে কেতিয়াবা মালতীৰ স্তন আৰু কেতিয়াবা স্তনযুগলৰ মূৰ দুটা স্পৰ্শ কৰিছিল । অভিনৱ ঘটনা ; সান্নিধ্য আৰু স্তনস্পৰ্শৰপৰা পুলক অনুভৱ কৰি মালতীয়ে বাৰে বাৰে পুৰুষজনৰ মুখলৈ

চাইছিল । তেওঁৰ মুখৰপৰা বৈ পৰা ঘামৰ বিন্দু কাপোৰত পৰিছিল । পৰিশ্ৰান্ত হলেও মানুহজনক মিচিকিয়া হাঁহিৰে সমুজ্জ্বল দেখি মালতীয়ে তৃপ্তি লাভ কৰিছিল । দস্যুইঁতে অনুসৰণ কৰিছে বুলি ভয়তে মানুহজনৰ বুকুৰ ভিতৰত সোমাবলৈকে যেন মালতী তেওঁৰ বুকুত কোঁচমোচ খাই সোমাই পৰিল । বতাহত উৰি থকা মালতীৰ চুলিকোচাই মানুহজনৰ চকুদুটা ঢাকি ধৰিছিল আৰু কেতিয়াবা মুখত পৰি গালত কোমল সুৰসুৰণিৰ সৃষ্টি কৰিছিল । মালতীৰ কাপোৰ-কানি লাগ-বান্ধ নোহোৱা অৱস্থাত । বক্ষ-বন্ধনীৰ ভিতৰত থকা পীন-পয়োধৰ যুগলে মুখ নেদেখুৱালেও উন্নত হৈ মাধৱৰ চকু ৰবকৈ আকৰ্ষণ কৰিছিল । মালতীৰ খোপাটো সুলকি যোৱাত মুকলি হৈ পৰা চুলিকোচাই সৌৰভ বিলাইছিল । কেশদামৰপৰা নিৰ্গত সেই সৌৰভত উন্মাদনা লাভ কৰি মানুহজনে থুতুৰিৰ আগেৰে মালতীক ডিঙিত টানকৈ হেঁচি ধৰিছিল ।

এইদৰে পৰস্পৰ গাৰ সংস্পৰ্শৰ কাৰণে অনুৰাগ বৃদ্ধি হ'ল আৰু ভীতিও জাগি উঠিল । মালতীৰ চুলিৰপৰা ভুৰভুৰকৈ ওলোৱা গোন্ধে আবেগ বঢ়াই তুলিলে । ৰূপ, গন্ধ আৰু স্পৰ্শত দুয়ো আতুৰ হৈ পৰিল । কামনা প্ৰবল হোৱাত মানুহজনে ভৰিৰে ঘোঁৰাৰ পেটিত বাৰে বাৰে চেপি ধৰি ঘোঁৰাটোৰ দৌৰ বঢ়াবলৈ ধৰিলে । মালতীয়ে ঈষদুষ্ণ নিশ্বাস এৰিলে । তাইৰ গাত অলপ কঁপনিও উঠিল ।

এতিয়া কি কৰা যায়, ক'লৈ যোৱা যায়—মানুহজনে হঠাতে একো নিশ্চয় কৰিব পৰা নাছিল । এতিয়াও দস্যুবিলাকে তেওঁলোক দুয়োজনকে অনুসৰণ কৰি আহি আছে নে উভতি গৈছে সুনিশ্চিত হ'বলৈ বাৰে বাৰে পাছলৈ চায়ো যেতিয়া মানুহজনে দস্যুৰ ছাঁটোও নেদেখিলে, তেতিয়া তেওঁ অলপ আশ্বস্ত হৈ ঘোঁৰাৰ লেকাম টানি ধৰিলে । লেকাম টানি ধৰাত ঘোঁৰাৰ গতিবেগ মন্দ হ'ল । 'ঘোঁৰাটো কিয় লাহে লাহে গৈছে ? দৌৰি দৌৰি ঘোঁৰাটো ভাগৰি পৰিছে নেকি ?' —এইদৰে চিন্তা কৰি কাৰণ জানিবলৈ বুলি মালতীয়ে পিছলৈ মুখ ঘূৰাই পুৰুষজনৰ মুখলৈ চাই আচৰিত হৈ সুধিলে —

— সৌম্য, গুণসুন্দৰ, ঘোঁৰাটো লাহে লাহে দৌৰিছে কিয় ? আমাৰ অনুসৰণকাৰীসকল উভতি গ'ল নেকি ? নে এতিয়াও তেওঁলোকে আমাক অনুসৰণ কৰিয়েই আছে ? তেওঁলোকৰ সংখ্যাই নো কিমান আপুনি জানেনে ? তেওঁলোকৰ হাতত নিশ্চয় অস্ত্ৰ আছে । তেওঁলোকৰ অভিপ্ৰায় বা কি ? তেওঁলোকে আমাক হত্যা কৰিব নেকি ? নহলে আমাক বন্দী কৰিব নেকি ? আপুনি তেওঁলোকক এতিয়া দেখিছেনে ? ভয়ত মোৰ বুকু কঁপিছে, গা শিয়ঁৰি উঠিছে ।

মানুহজনে হাঁহি হাঁহি ক'লে ।

— ভয়ৰ কোনো কাৰণ নাই । মনৰপৰা তুমি শঙ্কা দূৰ কৰা । সিহঁত উভতি গৈছে । উভতি নগলেও মই হাতত তৰোৱাল লৈ থাকোঁতে কোনে . "

—আপুনি তৰোৱাল লৈ অকলশৰীয়া, কিন্তু সিঁহঁত বহুত ।"—মালতীয়ে ক'লে ।

মানুহজনে হাঁহি উত্তৰ দিলে ।

—তুমি সৌন্দৰ্য্যৰ আকৰ স্বৰূপ । তুমি শুনা নাই নে যে চন্দ্ৰই অকলে আকাশৰ অন্ধকাৰ দূৰ কৰে ।"

মালতীয়ে ক'লে ।

—কিয় নুশুনিম ? এইটোও শুনিছো যে ৰথীয়ে অকলশৰেই সহস্ৰ যোদ্ধাৰ লগত যুদ্ধ কৰে, কিন্তু.... ।" —এইবুলি মালতীয়ে বাক্যটি শেষ কৰিবলৈ নৌপাওঁতেই মানুহজনে উপহাস কৰি ক'লে ।

—কিন্তু মই হ'লে ৰথী নহয় । মই যে অশ্বাৰোহী ইয়াত কোনো সন্দেহ নাই ।"

মালতীয়ে লাজ লাজকৈ ক'লে ।

— ৰথীয়েই হওক বা অশ্বাৰোহীয়েই হওক, মই আপোনাৰ শৌৰ্য্য-বীৰ্য্য আৰু হাতৰ মুঠিত টানকৈ ধৰি থকা তৰোৱালৰ শক্তিত সন্দেহ কৰা নাই, কিন্তু অকলে এজনে কেনেকৈ বহুতৰে সৈতে যুঁজিব—এই শঙ্কাইহে মোক আকুল কৰিছে । নহ'লে কিজানি মোৰ মনটো কাৰণ নোহোৱাকৈ অমঙ্গলৰ আশঙ্কাত আকুল হৈ পৰিছে ।"

'মৰমে সদায় অমঙ্গলৰ আশঙ্কা কৰে'—কালিদাসৰ এই উক্তিয়েই এতিয়া সাৰ্থকতা লাভ কৰিছে ।" —পুৰুষজনে অৰ্থপূৰ্ণভাৱে মালতীৰ ফালে চাই ক'লে ।

মালতীয়ে অন্য প্ৰসঙ্গৰ অৱতাৰণা কৰি ক'লে ।

—আপুনি মোক ক'লৈ নিব খুজিছে ? আমি বাৰু এতিয়া ক'লৈ যাম ? ৰাতি হৈ আহিছে । ক'ত নো ৰাত্ৰি-যাপন কৰিম ?"

মাধৱে মালতীৰ কথা শুনি দুয়োহাতেৰে তাইক দৃঢ়ভাৱে সাৱটি ধৰিলে ।

— শুচিস্মিতে, উৎকণ্ঠাৰ কোনো কাৰণ নাই । ৰাতি সুখেৰেই যাপন কৰিম । এটা ৰাতি এক মুহূৰ্তৰ দৰেই পাৰ হৈ যাব । তোমাৰ টোপনি আহিছে নেকি ? তোমাৰ মন ব্যাকুল হৈ পৰিছে যেন লাগিছে..."

—নহয়,নহয়, আপুনি তেনেকৈ নক'ব ।" পুৰুষজনে আধা কওঁতেই তেওঁক বাধা দি মালতীয়ে ক'লে ।

তেনে সময়তে দূৰৈৰপৰা অহা জয়ধ্বনি শুনি মানুহজনে কাণ থিয় কৰি কিছু সময় থমকি ৰৈ আকৌ ক'বলৈ ধৰিলে ।

—এয়া দুৰ্গৰক্ষী সৈনিকসকলৰ সান্ধ্যকালীন জয়-ঘোষণা ।এই দুৰ্গতেই কোনো ধনী, শ্ৰেষ্ঠী নাইবা ৰাজপুৰুষৰ ঘৰত ৰাতিটো কটাব লাগিব । চোৱা, ৰাজপথৰ দক্ষিণে প্ৰাচীৰ যেন দেখা গৈছে । শিলৰ প্ৰাচীৰেৰে ঘেৰা এইটো এটা শৈলদুৰ্গ । তালৈকে যাওঁহক ।"

কিছু সময় ইফালে সিফালে চাই দক্ষিণফালে যোৱা বাট এটা দেখি মানুহজনে ঘোঁৰাটো দক্ষিণফালে ঘূৰালে । অলপ দূৰ গৈ দুৰ্গৰ তোৰণ পাই দুৰ্গৰ ভিতৰ সোমাব খোজোঁতেই দুটা ৰক্ষীয়ে বাটৰ মাজতে তেওঁক বাধা দিলে ।ৰখীয়া দুটাৰ এটাই কৰ্কশ-মাতেৰে তেওঁক আদেশ দিলে ।

—হেৰ অশ্বাৰোহী !তই কোন ? হেৰ মূৰ্খ, মই খাপৰপৰা তৰোৱালখন উলিয়াওঁ মানে অলপ ৰ ।"

ইটোজনৰ সিটোক উদ্দেশ্য কৰি ক'লে ।

—হেৰ অধম, তই চকুৰে দেখা নাই নে যে মানুহজনে ঘোঁৰাৰে ভিতৰত প্ৰৱেশ কৰিবলৈ ধৰিছে ?"

—কিয় নেদেখিম ? মোৰ দৃষ্টি অসৎপুৰুষৰ সেৱাৰ দৰে নিষ্ফল হোৱা নাই । সেয়ে মই কেৱল এই মানুহটোকে দেখা নাই, দেখিছোঁ এটা ঘোঁৰা আৰু ঘোঁৰাটোৰ ওপৰত মানুহটোৰ বুকুত এজনী তিৰোতা ।"

—কি ইয়াত মহিলাও আছে ? আচৰিত !অপ্ৰত্যাশিত ঘটনা !ৰমণীও ঘোঁৰাৰে পলায় ? তিৰোতাও ঘোঁৰাত উঠে ? সঁচাকৈ ক'চোন ; মহিলা ঘোঁৰাত উঠিছেনে ? নে অশ্বাৰোহী মহিলা ? কি অস্বাভাৱিক কথা । নোহোৱা-নোপজা ঘটনা ।"

—স্বাভাৱিক নে নোহোৱা-নোপজা নিজেই নাচাৱ কিয় ? চা, এইটো ঘোঁৰা, এয়া এগৰাকী নাৰী আৰু এয়া এটা গোটে-পাটে মানুহ ।"

—দেখিছো, ঘোঁৰাৰ ওপৰত উঠি থকা মানুহটো দেখিছোঁ আৰু তেওঁৰ বুকুত লাগি থকা মহিলাকো ।মই সুধিছোঁ—এওলোকৰ সম্বন্ধ কি ? সংযোগ নে সমবায় ? মই বুজি পোৱা নাই ।"

—হেৰ, সম্বন্ধ বিচাৰ থ, শীঘ্ৰে পথ বন্ধ কৰ যাতে এই দম্পতী পলাব নোৱাৰে । এয়া মই বাট ভেটি ধৰি থিয় হৈ আছোঁ ।অশ্বাৰোহীৰ কথাই নাই, ল'ৰা আনকি ছোৱালী এজনীও মোক অতিক্ৰম কৰি যাব নোৱাৰে ।"

—হেৰ মূৰ্খ, ল'ৰাই নোৱাৰে, ছোৱালীয়েও নোৱাৰে ।এইটো কিন্তু শক্তিশালী

অশ্বাৰোহী । কি ওলোটা কথা কৈছ ? সাৱধানে থাকিবি । ইহঁত তিনিটা, আমি হ'লোঁ দুটাহে ।"

— তই মহাপণ্ডিত, ক'ত তিনিটা ? ইহঁত মতা-তিৰোতা দুটা আৰু আমিয়ো দুটা পুৰুষ । দুয়ে দুয়ে দ্বন্দ্ব হয় বুলি কাত্যায়নে কোৱা নাইনে ?"

— ধিক্ মূৰ্খ, তই তিনিটা দেখা নাইনে ? এজন পুৰুষ, এজনী তিৰোতা আৰু এটা ঘোঁৰা । এই তিনিটা নহ'লনে ? ব্যাসজ্য-বৃত্তিৰে (পৰস্পৰ সম্বন্ধ) এটা এটাকে তিনিটা হয় । পুৰুষ তিৰোতাক সাৱটি ঘোঁৰাৰ ওপৰত আছে । সেই দেখি ব্যাসজ্য বৃত্তি ।"

— হেৰ দাৰ্শনিক । থ থ, তোৰ তিনিটাৰ হিচাপ । তোক দ্বিতীয় উদ্যোতকৰ যেন দেখিছোঁ । এতিয়া তোৰ পাণ্ডিত্যত ন্যায়দৰ্শনৰ স্থিতি সুপ্ৰতিষ্ঠিত হ'ব যেন লাগিছে ।"

এইদৰে সিহঁতে পৰস্পৰে উখনা-উখনি কৰি থাকোঁতেই পুৰুষজন ঘোঁৰাৰপৰা নামিল । তেওঁ এখন হাতেৰে মালতীয়ে আগবঢ়াই দিয়া হাতত ধৰিলে আৰু ইখন হাত কঁকালত দি মালতীক ঘোঁৰাৰ পৰা নমালে । তেওঁলোকক ঘোঁৰাৰ পৰা নমা দেখি এজন ৰক্ষীয়ে বাহু মেলি বাট বন্ধ কৰিলে । ইটো ৰখীয়াই পেটে পেটে ভয় খায়ো বীৰত্ব প্ৰদৰ্শন কৰি দুটা মাতেৰে মানুহজনৰ প্ৰতি অকথ্য কথা ক'বলৈ ধৰিলে ।

— হেৰ পুৰুষাধম, চোৰ , তই লম্পট । তই নাৰী অপহৰণ কৰি এতিয়া পলাইছ । এই কৰ্ণসুবৰ্ণত আমাৰ দুৰ্গাধ্যক্ষ পৰম-ভট্টাৰক সাৰ্থকনামা পৰ্ণদত্তই শাসন কৰি থাকোঁতেও তই ৰাজদণ্ডলৈ ভয় কৰা নাই ? তই নাজাননে যে স্ত্ৰী-ৰত্ন অপহৰণকাৰী আচলতে আততায়ী ? তই মনুৰ বিধান নেজাননে যে আততায়ীক বধ কৰিলে বধ কৰোঁতাৰ কোনো দোষ নহয় ? আজি মই নাৰী অপহৰণকাৰী আততায়ী তোক যমৰ ঘৰলৈ পঠিয়াম ।"

ইটো ৰখীয়াই তেতিয়া ওচৰলৈ আহি কাণে কাণে তাক ক'লে ।

— তেনেকৈ নকবি । তই মহিলাৰ আকৃতি-প্ৰকৃতি আৰু সাজপাৰ দেখা নাইনে ? এইবিলাকৰপৰা এই মহিলাগৰাকীক অভিজাত পৰিয়ালৰ বুলি তই বুজিব পৰা নাই । এওঁ কোনো ..."

এইদৰে কথা শেষ কৰিবলৈ নৌপাওঁতেই দ্বিতীয়টোৱে তাক বাধা দি বিজ্ঞৰ দৰে ক'লে ।

— দেখিছোঁ আৰু সকলো বুজিছোঁ । মোৰ অনুমান মহিলা ঘোঁৰাত উঠি অহাত ক্লান্ত হৈ পৰিছে আৰু আত্ম-বিনোদনৰ বাবে ইচ্ছা কৰিছে । গতিকে তই ঘোঁৰাটোৰ সৈতে মানুহটোক দুৰ্গপালৰ ওচৰলৈ লৈ যা । মই এওঁক পানীয়শাললৈ নিওঁ । তই এই মানুহটোক দুৰ্গপালৰ ওচৰত হাজিৰ কৰ মানে মই এওঁক জলপান-ভোজনাদিৰে তৃপ্ত কৰোঁ । মহিলাৰ মনোৰঞ্জনৰ অৰ্থে মই এতিয়া নিজকে এওঁৰ সেৱাত আত্মনিয়োগ কৰিব খুজিছোঁ ।"

— হেৰ মূৰ্খ, এই অভিজাত মহিলাক পৰিতৃপ্ত কৰিবলৈ তোৰ জানো সামৰ্থ্য আছে ?"

— মূৰ্খ, আছে নে নাই, তাৰ বিচাৰ কৰিব নালাগে । ভক্তিপূৰ্বক নিবেদন কৰা পাৰ্ত, ফুল আৰু ফলেৰেও দেৱতা তুষ্ট হয় বুলি তই নাজাননে ?"

— জানো জানো । সঁচাকৈয়ে দেৱতা ফুল-পাতেৰেই সন্তুষ্ট হয়, কিন্তু এওঁ যে আভিজাত্য-সম্পন্না নাৰী..."

— এই মূৰ্খটোৰ অজ্ঞতা চোৱাঁ । তই চকুৰে দেখা নাই নে যে লাৱণ্য আৰু সৌন্দৰ্য্যৰে এই নাৰীগৰাকীয়ে অপ্সৰাকো চেৰ পেলাই কেনেকৈ দেৱীৰূপে বিৰাজ কৰিছে । অতি শীঘ্ৰে এই দেৱীক মোৰ হাতত গতাই দি তই নিজৰ কৰ্ত্তব্য পালন কৰ ।"

ৰখীয়া দুটাই এইদৰে তৰ্কা তৰ্কি কৰি থাকোঁতেই অশ্বাৰোহী পুৰুষজনে এখন হাতেৰে খাপত থকা তৰোৱালৰ নালত খামোচ মাৰি ধৰি ইখন হাতেৰে ঘোঁৰাৰ লেকাম টানি মালতীক নিজৰ গাৰে আঁৰ কৰি সাৱধান হৈ থাকিল । মালতীয়ে ৰখীয়া দুটাৰ অশালীন কথা-বতৰা শুনি খঙত চকু ৰঙা কৰি ভ্ৰূকুটিৰে তলমূৰাকৈ থাকিল । ৰখীয়া দুটাই মানুহজনক তৰ্জন-গৰ্জন কৰি বাৰে বাৰে সুধিবলৈ ধৰিলে ।

— তই কোন ? ক'ৰ পৰা আহিছ ? তোৰ ভাৰ্য্যাক আমাৰ হাতত দে, নহলে তোক যমৰ ঘৰলৈ পঠিয়াম ।"

সিহঁত দুটাৰ কঠোৰ তৰ্জন-গৰ্জনত বাধা দি মানুহজনে যেতিয়া ক'বলৈ উপক্ৰম কৰিছিল, ঠিক সেই সময়তে এজন সেনাপতি তাত উপস্থিত হ'লহি । তেওঁক দেখিয়েই ৰখীয়া দুটাই ভূমি চুই তেওঁক প্ৰণাম কৰি হাত যোৰ কৈ থাকিল । তেতিয়া সেনাপতিজনে সিহঁত দুটাক সুধিলে ।

— এইজন কোন মানুহ ? তহঁতে কিয় এওঁক তৰ্জন-গৰ্জন কৰিছ ? এওঁ কি অপৰাধ কৰিছে যে তহঁতে এওঁক যমৰ ঘৰলৈ পঠিয়াব খুজিছ ? ক, বেগেতে ক ।"

তাকে শুনি ৰখীয়াদুটাই ভয়তে বিহ্বল হৈ কঁপা মাতেৰে অসংলগ্নভাবে ক'বলৈ ধৰিলে, ।

— গৰাকী, হে প্ৰভু, ইয়াত আমাৰ একো দোষ নাই । আমি দুয়ো নিৰপৰাধী । এই হতভগীয়াইহে অপৰাধ কৰিছে । ই চোৰ ..."

সেনাপতিয়ে কৃত্ৰিম ক্ৰোধ দেখুৱাই ক'লে, — ৰাজশাসনলৈ কেৰেপ নকৰি কিয় তহঁতে এই পুৰুষজনক কঠোৰ কথা কৈছ ? তহঁত দুয়ো ৰাজ-আজ্ঞা উলঙ্ঘা কৰা বাবে ৰাজদ্ৰোহী, অপৰাধী । সঁচা কথা ক ।"

সিহঁত দুটাই ক'লে ।

— নহয়, নহয় এনেকৈ ক'ব নাপায় ; শুনিবও নাপায় । আমি একান্ত ৰাজভক্ত ...নহয়, নহয় । আপোনাৰ আজ্ঞাবহ ভৃত্য । দিনে ৰাতিয়ে, দিন-দুপৰত, মধ্যাহ্নত ৰাতি আৰু গধূলি দিঠকে সপোনে প্ৰভুৰ আজ্ঞা মালাৰ দৰেই মূৰত লৈ থাকোঁ । মহোদয়ে কৃপা কৰি আজ্ঞা কৰক ।"

সেনাপতিয়ে আকৌ কঠোৰভাৱে সুধিলে ।

— আদেশ পালনৰ কথা থাওক । ক, কিয় এওঁক প্ৰাণদণ্ডৰ ভয় দেখুৱাইছিলি ? সঁচা কথা ক, নহ'লে ..."

তাকে শুনি প্ৰথমটো ৰখীয়াই ক'লে ।

— প্ৰভু, সঁচা কৈছোঁ । মই একো নাজানো । এই লম্বোদৰেহে সকলো জানে । মই সদা জাগ্ৰত হৈ দুৰ্গৰ তোৰণত পহৰা দি আছোঁ । মোৰ অন্য একো কাম নাই ..... । লম্বোদৰেহে বাটৰুৱা এওঁক ধৰি আনিছে ।"

সেনাপতিয়ে লম্বোদৰক সুধিলে ।

— লম্বোদৰ, সঁচা কৰি । এওঁ কি কৰিছে ? আচলতে কি হৈছে ? তহঁতৰ মতলবেই বা কি ? মোৰ প্ৰশ্নৰ শীঘ্ৰে উত্তৰ দে ।"

তাকে শুনি লম্বোদৰে মাটিত পৰি সেনাপতিৰ ভৰি চুই কৰুণভাৱে ক'বলৈ ধৰিলে ।

— প্ৰভু, আচলকথা ক'লে মোৰ দোষ নধৰিব । এই মূৰ্খ গজকেতুৱে দুৰ্গৰ তোৰণ ৰখি থাকোঁতে মোক বাৰে বাৰে কৈছিল — এই চোৰটোৱে তিৰোতা চুৰ কৰি ঘোঁৰাত উঠি পলাইছে । এই চোৰটোক মাৰিব লাগে ।" তাকে শুনি চুলিৰ আগত জীউটো বান্ধি যেতিয়া মই চোৰৰ বাট আগছি হাতত তৰোৱাল লৈ আছিলোঁ, তেতিয়া এই গজকেতু পলাব খুজিছিল ।"

তাক মাজতে বাধা দি গজকেতুৱে অলপ ডাঙৰকৈ ক'লে ।

—নহয়, নহয় ; মিছলীয়াৰ মিছা কথা গৰাকীয়ে নুশুনিব । ই যোৰ মিছলীয়া । আচলতে ক'বলৈ গলে মইহে পথ অৱৰোধ কৰিছিলোঁ । যেতিয়া এই চোৰটোৱে এগৰাকী মহিলাক ঘোঁৰাত তুলি লৈ এই বাটেৰে তাম্ৰলিপ্তিলৈ যাব ধৰিছিল আৰু মই তাক বাধা দিছিলোঁ, সেই সময়তে প্ৰভু এইখিনি পাইছেহি ।"

সেনাপতিয়ে তাক ধমকি দি ক'লে ।

— হেৰ' গজমূৰ্খ, এই পথ তাম্ৰলিপ্তিলৈ যোৱা পথ নহয় । মিছা কথা নকবি ।"

তেতিয়া মানুহজনৰ ফালে মুখ ঘূৰাই সেনাপতিয়ে সুধিলে ।

—আপোনাৰ গন্তব্য স্থান কি ? আপুনি ক'ৰপৰা আহিছে ? আপুনি জন্মগ্ৰহণ কৰি অলঙ্কৃত কৰা দেশখনৰ নামনো কি ? আপোনাৰ নাম জনাবনে ? সকলো নিঃসঙ্কোচে কওক । ভয়-সঙ্কোচৰ একো কাৰণ নাই ।"

অশ্বাৰোহী পুৰুষজনে ক'বলৈ ধৰিলে ।

— সেনাপতি মহোদয় ! এই আগন্তুকে শ্ৰদ্ধাপূৰ্বক মূৰ দোঁৱাই মহোদয়ক অভিবাদন জনাইছে । ৰাজসেৱাত নিযুক্ত মোৰ নাম মাধৱ বুলি জানিব । ৰজাৰ আদেশত পৌণ্ড্ৰবৰ্দ্ধনৰপৰা গৌড়ৰ ৰাজধানীলৈ উভতি আহোঁতে এই বন্দীদুজনে মোক প্ৰাণদণ্ডৰ ভয় দেখুৱাইছে ।"

মাধৱৰ কথন-ভঙ্গী আৰু উচ্চাৰণৰ প্ৰতি লক্ষ্য কৰি সেনাপতিয়ে 'এই মানুহজন পূৰ্বদেশীয় নহয়' বুলি মনতে সিদ্ধান্ত কৰিলে । এওঁ নিশ্চয় গৌড়দেশৰ নহলে অঙ্গদেশৰ । বাৰু, সুধি চাওঁচোন —'এওঁৰ আগমনৰ কাৰণ কি আৰু ৰজাৰ আদেশেই বা কি ?' প্ৰকাশ কৰি ক'লে ।

— নকলেও আকৃতি আৰু প্ৰকৃতিৰপৰা জনা যায় যে আপুনি এজন প্ৰধান ৰাজপুৰুষ । কোন সেই ৰজা যাৰ নিৰ্দ্দেশ পালন কৰি আপুনি দেশ-দেশান্তৰত ভ্ৰমি ফুৰিছে ? ৰজাৰ নিৰ্দ্দেশেই বা কি ?"

— মহোদয়ে উচিত কথাকে সুধিছে । কওঁ বাৰু । বৰ্তমান এই পৃথিৱীত এজন পুৰুষেই ৰজা নাম পোৱাৰ প্ৰকৃত অধিকাৰী । যেনেকৈ এক সূৰ্য্যই পৃথিৱীক উজ্জ্বল কৰে সেইদৰে সেইজনা ৰাজসূৰ্য্যৰ দীপ্তিৰেই মই, আপুনি আৰু অন্যান্য বিভাগীয় ৰাজপুৰুষসকল উজ্জ্বল হৈ আছে । যিজনে স্বীয় শুভ্ৰ যশস্যাৰে চন্দ্ৰৰ প্ৰভাকো চেৰ পেলাইছে দেখি জনগণে তেখেতক 'শশাঙ্ক' নামেৰে অভিহিত কৰিছে ; সমস্ত

শত্ৰুস্বৰূপ সাপৰ ওজা, পঞ্চগৌড়ৰ অধিপতি, নৰেন্দ্ৰগুপ্ত নামেৰে ভুৱনবিখ্যাত সেইজনা ৰজায়েই মোক ৰাজকাৰ্য্য সম্পাদনৰ বাবে নিযুক্ত কৰিছে ।”

— কি সৌভাগ্য ! একেজন চক্ৰৱৰ্ত্তী সম্ৰাটৰে আমি সকলোটি সেৱক । জানি থওক যে সেই মহামান্য সম্ৰাটৰ দ্বাৰাই মহাসামন্ত পৰ্ণদত্ত কৰ্ণসুবৰ্ণ ক্ষেত্ৰৰ শাসক নিযুক্ত হৈছে ।

— অ' বুজিছোঁ । মই তেনেহ'লে কৰ্ণসুবৰ্ণ ক্ষেত্ৰত উপস্থিত হৈছোঁ নে কি ?”

— হয় ।”

— এই দুৰ্গ কি নামেৰে জনাজাত ? দুৰ্গৰ দুৰ্গপাল নো কোন ?

— শুনক, মহাসামন্ত পৰ্ণদত্তই কৰ্ণসুবৰ্ণ যাতে সুৰক্ষিত হৈ থাকে, তাকে চিন্তা কৰি সিংহবৰ্মাক এই বৃহৎ দুৰ্গৰক্ষাৰ অৰ্থে নিযুক্ত কৰিছে । মহাসামন্ত পৰ্ণদত্তৰ শাসন অনুসৰি দুৰ্গপাল সিংহবৰ্মাই আদেশ জাৰি কৰিছে যে সন্ধ্যা হোৱাৰ পাছত সকলো বিদেশীক সুধিব লাগিব —'তেওঁৰ বাসস্থান ক'ত ? ক'ৰপৰা আহিছে, ক'লৈ যাব, যোৱাৰ কাৰণ কি' ইত্যাদি । এই সকলোবিলাক জানি লৈহে বিদেশীক এৰি দিব, নহলে আটক কৰিব । এই ৰাজ আজ্ঞাই মোক প্ৰশ্ন কৰিবলৈ বাধ্য কৰিছে । আপোনাক সুধিছোঁ — এই নাৰী গৰাকী কোন ?”

সেনাধ্যক্ষৰ প্ৰশ্ন শুনি হঠাতে উত্তৰ দিবলৈ অসমৰ্থ হৈ মাধৱে জড়তাৱিষ্ট হৈ ক'বলৈ ধৰিলে ।

— এওঁ ! এই মহিলা, এওঁ ... মোৰ ধৰ্মপত্নী ।” এইবুলি কৈয়েই মাধৱে মালতীৰ মুখলৈ দৃষ্টি নিক্ষেপ কৰি মালতীৰ মুখত কিবা প্ৰতিক্ৰিয়া প্ৰকাশ হৈছে নে নাই চাবলৈ যত্ন কৰিলে । মালতীৰ চকু আৰু মুখত প্ৰকাশ হোৱা ভাৱান্তৰ নক্ষত্ৰৰ আলোকত মাধৱে ভালকৈ দেখা নাছিল । যদি দেখিলেহেঁতেন, তেনেহ'লে তেওঁ জানিলেহেঁতেন যে মালতী কিছু বিস্ময়াৱিষ্ট হৈছিল যদিও কষ্ট হোৱা নাই, কেৱল অৰ্দ্ধপূৰ্ণভাৱে চাই আছিল । ধৰ্মপত্নী বুলি কোৱাত মালতী ক্ৰুদ্ধ হৈছেনে, উদ্বিগ্ন হৈছেনে, আনন্দিত হৈছে —সেইটো নিৰ্ণয় কৰিব নোৱাৰি মাধৱ খন্তেক নীৰৱ হৈ ৰ'ল ।

তেওঁলোকৰ মৌনতা লক্ষ্য কৰি সেনাপতিয়ে আকৌ সুধিলে ।

— ভাল কথা । আপোনালোক দুয়োৰো সাহচৰ্য্য চিত্ৰা আৰু চন্দ্ৰমাৰ দৰেই দেখা গৈছে, কিন্তু জানিবলৈ ইচ্ছুক হৈ মই আকৌ সুধিব খুজিছোঁ আপোনাৰ ধৰ্ম-পত্নী এখেতেনো কি ৰাজ আজ্ঞা পালন কৰিবলৈ দেশে বিদেশে ঘূৰি ফুৰিছে ?”

—নহয়, নহয় তেনেলেবে নক'ব । পুৰুষে পালন কৰিবলগীয়া ৰাজ আজ্ঞা নাৰীয়ে কেনেকৈ সাৰ্থক বা সফল কৰি তুলিব ? এই চৰিত্ৰৱতী, পতি-পৰায়ণা মহিলাগৰাকীয়ে ছাঁৰ দৰে সকলো সময়তে মোৰ অনুসৰণ কৰে । বেচেৰী আশ্ৰয়হীনা, গতিকে কিয়েই বা কৰিব ? ইয়াত অন্যথা শঙ্কাৰ কোনো কাৰণ নাই ।"

—বুজিলোঁ, বুজিলোঁ । এতিয়া সন্ধ্যা অতীত হৈ গ'ল । নিশাই ৰাক্ষসীৰ দৰেই ক'লা অন্ধকাৰেৰে পৃথিৱী আৱৰি ধৰিছে । ক্ষীণ চন্দ্ৰৰ পোহৰে অন্ধকাৰ সম্পূৰ্ণ আঁতৰাব পৰা নাই । ৰাজপথো দস্যুৰে পৰিপূৰ্ণ আৰু আপুনিয়ো এগৰাকী তিৰোতাৰে সৈতে অকলশৰীয়া । শাস্ত্ৰকাৰসকলে এই সময়ত গমন নিষেধ কৰিছে । গতিকে আপানাক সুধিছোঁ —যি সময়ত বিশ্ৰাম কৰিব লাগে, সেই সময়তো আপুনি যাব খুজিছে । এই বিষয়ত কিবা ৰাজ আজ্ঞা আছেনে কি ?"

— উচিত প্ৰশ্নই কৰিছে । কাৰ্য্যৰ গুৰুত্বই ইয়াৰ কাৰণ । বিশ্ৰামত কাৰ্যনাশ আৰু গমনত কাৰ্য্যসিদ্ধি, —ইয়াকে ভাবিয়েই যাবলৈ ওলাইছিলোঁ । আপুনি বোধহয় শুনিছে —'সমগ্ৰ জগত অতিক্ৰম নকৰাকৈ সূৰ্য্যই সন্ধ্যাক আলিঙ্গন নকৰে ।' কাৰ্য্য-সম্পাদনৰ পিছতহে মোৰ বিশ্ৰাম নিশ্চিত ।

— আপুনি যথাৰ্থবাদী । আপুনি ৰাজ-আজ্ঞা যথাৰ্থৰূপে পালন কৰিছে । আপুনি ধন্যবাদাৰ্হ । আপোনাৰ কুশল হওক । এতিয়া ৰাতি যাপন কৰিবলৈ দুৰ্গৰ ভিতৰলৈ আহক । কাইলৈ ৰাতিপুৱাই যথাস্থানলৈ যাব ।

এইবুলি কৈ সেনাপতি মাধৱৰ আগে আগে গ'ল । মাধৱে মালতীক হাতত ধৰি তেওঁৰ পাছে পাছে গ'ল । বন্দী দুৰ্জনে লেকামত ধৰি ঘোঁৰাটো দূৰলৈ নিলে । দুৰ্গৰ ভিতৰত সান্ধ্যকালীন বিজয় ঘোষণা শুনা গ'ল ।

বাটত যাওঁতে সেনাপতিয়ে আকৌ ক'লে ।

— অতিথিশালাতে আপোনালোকে ৰাতিটো কটাওক, কাইলৈ ৰাতিপুৱাই আপোনাক দুৰ্গপালৰ ওচৰলৈ লৈ যাম । তাৰ পিছত তেওঁৰ আদেশ অনুসৰি যথাস্থানলৈ গুচি যাব ।" —এইবুলি কৈ তেওঁ তাৰপৰা গ'ল ।

ইতিমধ্যে অনুচৰক অনুসৰণ কৰি মালতীক লগত লৈ মাধৱে অতিথিশালাত প্ৰৱেশ কৰিলে । অতিথিশালাৰ স্বাগত কক্ষত প্ৰৱেশ কৰাৰ লগে লগে অতিথিশালাৰ পালিকাই তেওঁলোক দুয়োকে স্বাগতম্ জনালে । পালিকাই ঈষৎ হাঁহিৰে মধুৰভাৱে ক'লে ।

— আপোনালোক দুয়োকে স্বাগত জনাইছোঁ । দুয়ো পথশ্ৰমত অতিশয় ক্লান্ত । ইয়াতেই আসন গ্ৰহণ কৰি ভাগৰ পলাওক । কিন্তু আতিথ্যই মোক এটা কথা সুধিবলৈ অনুপ্ৰেৰণা দিছে ; সুধিব পাৰোঁনে ? —আপোনালোকে কোনবিধ পানীয় ভাল পায় ? চেনী আৰু মৌ-মিশ্ৰিত তক্ৰ নে যবাসৱ ? যদি সুৰাপান কৰিবলৈ ইচ্ছা আছে, তেন্তে নাম ধৰি কওক । অতিথিসকলৰ সেৱাৰ কাৰণে ইয়াত বহুবিধ সুমিষ্ট সুৰা আছে ? গৌড়ী, পৈষ্টী, মাধ্বী ইত্যাদি । এই কেইবিধৰ ভিতৰত কোনবিধ বাৰু আপোনালোকে আটাইতকৈ ভাল বুলি ভাবে ? আপোনালোকে নিজ অভিৰুচি অনুসৰি পান-ভোজন কৰিব পাৰে । এই অতিথিশালাত সকলো বস্তুৱেই সহজলভ্য । 'অভাৱ' এই শব্দটো কেৱল ন্যায়শাস্ত্ৰত আৰু 'নাস্তি' এই শব্দটো কেৱল চাৰ্বাক মতাৱলম্বী সকলৰ মাজতহে আছে, আমাৰ অতিথিশালাত নাই ।"

মালতীৰ মুখলৈ চাই মালতীৰ নো অভিপ্ৰায় কি বুজিবলৈ চেষ্টা কৰি মাধৱে লাহে লাহে ক'বলৈ ধৰিলে ।

— আপুনি অতিথিশালাৰ পালিকা ? আপোনাক অভিবাদন জনাইছোঁ । আপুনি মধুৰ কথাৰে, বতাহে মেঘ আৰু চন্দ্ৰৰ কিৰণে অন্ধকাৰ দূৰ কৰাৰ দৰে আমাৰো পথশ্ৰম দূৰ কৰিছে । আহা ! অতিথিশালা যেনে মনোৰম সেইদৰে ইয়াৰ পালিকাও অনুৰূপ সুন্দৰী । যোগ্যৰ লগত যোগ্যৰ সংযোগ । পথিকসকলৰ নয়ন-মনৰ তৃপ্তিৰ বাবে বেৰত মনোমোহা ধুনীয়া ছবি আঁকি থোৱা হৈছে । নানাৰঙৰ পুতলাবোৰে কথা কওঁ কওঁ যেন কৰিছে । শিল্পীৰ কেনে নিপুণতা ! কিন্তু চিত্ৰ আৰু পুতলা সকলোকে চেৰ পেলাই অপ্সৰা-সদৃশ আপুনি এই অতিথিশালাক দ্বিতীয় অমৰাৱতী কৰি তুলিছে । এয়া আপুনি সৌন্দৰ্য্যৰ ...."

তেওঁক বাধা দি অতিথিশালাৰ ৰধীয়া অনঙ্গমেখলাই ক'লে — হৈছে হৈছে । মই কৃতজ্ঞ হৈছোঁ । এতিয়া কোনবিধ পানীয় দিম বাৰু ? জানিব পাৰিলে মই ভাল পাম । অনুগ্ৰহ কৰি কওকচোন ।"

— গৌড়ত গৌড়ীয়েই উচিত বুলি মই ভাবোঁ ।"

— আপুনিও বাৰু গৌড়ী ভাল পায়নে ?' এইবুলি প্ৰশ্ন কৰি অনঙ্গমেখলাই মালতীৰ ফালে চালে ।

— এই বিষয়ত মই বৈমত্যৰ কাৰণ নেদেখোঁ ।' —মালতীয়ে ক'লে ।

তাকে শুনি বৰকৈ হাঁহি অনঙ্গমেখলাই ঠাট্টাৰ সুৰত ক'লে ।

— আপোনালোকৰ একে ৰুচি হোৱাৰ বাবে দাম্পত্যও নিশ্চয় সুমধুৰ । পুৰুষজনে যি ভাল পায়, ধৰ্মপত্নীয়েও তাকেই ভাল পায় । ইয়াৰ কাৰণ নথকা নহয় । পুৰুষৰ ইচ্ছাকে স্ত্ৰীয়েও অনুসৰণ কৰে । আপোনালোক দুয়ো খুব ভাল পানীয় নিৰ্বাচন কৰিছে । সুৰাৰ ভিতৰতে গৌড়ী আটাইতকৈ সোৱাদ বুলি সুৰাপায়ীসকলে কয় । মাদকতাত এইবিধ সুৰাই সকলো সুৰাকে চেৰ পেলায় বুলি যুৱকসকলে একেমুখে কয় । এইবিধ সুৰাই শীঘ্ৰে মাদকতা জন্মায় কাৰণে ই কামীজনৰ প্ৰিয় । কান্তি, দীপ্তিকাৰিত্ব আৰু উদ্দীপনা জন্মোৱাই হৈছে গৌড়ী সুৰাৰ প্ৰধান গুণ । গতিকে পথশ্ৰান্ত দম্পতীক গৌড়ী সুৰাই তৃপ্তি দিয়ক .... অ' মনত পৰিছে পানীয়ৰ লগত খোৱা বস্তুও দিব লাগে । খৰিকাত দি সেঁকা কৃষ্ণসাৰ পহুৰ মাংস আছে । হৰিণা, গাহৰি আৰু গুঁইৰ সিজোৱা মাংসও আপোনালোকে খাব পাৰে । গোন্ধত মলমলাই থকা ঘিঁউৰে ৰন্ধা হাঁহ আৰু ম'ৰাৰ মাংসও আছে । ইযাৰ ভিতৰত কোনবিধ মাংস ভাল পায, কওক । যদিহে আপোনালোকে যৱধানৰ ভজা পিঠাগুৰি, শালি চাউল আৰু গোমধানৰ পিঠাগুৰিৰ গুৰেৰে কৰা সোৱাদ লাড়ু ভাল পায, —তাকে কওক । তেনেহলে এইবোৰৰে এবিধ সুৰাৰ লগত দিওঁ । সুৰা নিৰ্বাচনত পুৰুষৰ ৰুচি গ্ৰহণযোগ্য, খোৱাবস্তুৰ বিষযত আপোনাৰ বাছনি ভাল হব বুলি ভাবোঁ ।"

তাকে শুনি কিছুসময চিন্তা কৰি মাধৱৰ অভিপ্ৰায় জানিবলৈ তেওঁৰ মুখৰ পিনে চাই মালতীয়ে অনঙ্গমেখলাক ক'লে ।

— কোনবিধ খোৱা বস্তু ভাল হ'ব আমাতকৈ আপুনিয়েই ভালকৈ জানিব । আপোনাৰ বাহিৰে আন কোনে কব পাৰে ? পিছে ক'ব লাগে বুলিয়েই মই কৈছোঁ —'কৃষ্ণসাৰ পহুৰ মাংস শক্তি, বীৰ্য্য আৰু হজম আদি গুণযুক্ত বুলি চিকিৎসকসকলে কয় । গৌড়ীসুৰাৰ গোন্ধ ভাল ; এইবিধ সুৰা সোৱাদ, কামোদ্দীপক আৰু বল-কাৰক বুলি বৈদ্য-শাস্ত্ৰতো কোৱা হৈছে ; সেই দেখি মই ভাবোঁ গৌড়ী পানীয় ভাল হ'ব । গতিকে তাকে দিয়ক আৰু লগতে হৰিণাৰ ভজামাংস আৰু লগতে গুড়ৰ লাডু আৰু গুঁই-মাংসও অলপ দিব পাৰে ; যিহেতুকে গুঁইৰ মাংস ৰক্ত, শুক্ৰ আৰু বলকাৰক বুলি চিকিৎসকসকলে কয় ।"

তাকে শুনি অনঙ্গমেখলাই হাত তালি দি হাঁহি হাঁহি ঠাট্টাৰ সুৰত ক'লে — জানিছোঁ জানিছোঁ আপুনি বড়ৱা (জাতীয় ৰমণী) ।"

— মই কেনেকৈ বড়ৱা হলোঁ ?" —মালতীয়ে সুধিলে ।

— বাৎস্যায়নে কোৱা নাইনে যে ...." —এইবুলি আধা কৈয়ে লাজতে মুখ ৰঙা

কৰি মালতীলৈ চাই বাক্যটো শেষ নকৰাকৈ অনঙ্গমেখলা বৈ গ'ল । তাৰ পিছত আচল কথালৈ আহি সুধিলে ।

— কি ক'লে ? হৰিণৰ মাংস আৰু গৌড়ী সুৰা ? বাৰু, যি ভাল পাইছে, তাকেই দিয়া হ'ব । ইয়াৰ বাহিৰেও যদি আইন কিবা লাগে, তেন্তে নিঃসঙ্কোচে কওক । খাই যি ভাল পায়, তাকে খাব লাগে ।"

এই দৰে কৈ অলপ হঁহাত অনঙ্গমেখলাৰ গাল দুখন কাণত পিন্ধি থকা সোণৰ কুণ্ডলৰ জিক্‌মিকনিৰে জিলিকি উঠিল আৰু ওঁঠত কৌতুকপূৰ্ণ হাঁহি বিৰিঙি উঠিল । তাৰ পাছত অনঙ্গমেখলা লয়লাস গতিৰে নিজ কৰ্ত্তব্য পালনৰ বাবে গুছি গ'ল ।

*** *** ***

শোৱা কোঠাত গাখীৰৰ ফেনৰ দৰে শুভ্ৰ শয্যাত আধাশোৱাকৈ গাৰুত হাত দি মাধৱে একেমনে মণিখচিত মজিয়াখনলৈ চাইছে । কাষতে বহি মালতীয়ে কিবা যেন সুধিবলৈ উৎসুক হৈ মাধৱলৈ চাই আছে । বেৰৰ চিত্ৰসমূহ দেখি উৎকণ্ঠিত হৈ মাধৱে অলপ কঁপামাতেৰে মালতীক ক'লে ।

— সৌভাগ্যৱতী, বেৰৰ চিত্ৰবোৰলৈ চোৱাঁ, কি অপূৰ্ব ৰং বৰণৰ সমাৱেশ । চিত্ৰত প্ৰকাশিত আখ্যানবোৰ জানানে ? বাৰু, মই এফালৰপৰা কৈ যাওঁ । শুনা —

— এয়া স্বৰ্গৰ অপ্সৰা মেনকা । বিশ্বামিত্ৰৰ তপস্যা ভঙ্গ কৰিবলৈ তেওঁৰ আগত লয়লাস কামোদ্দীপক নৃত্য কৰিছে । নৃত্যৰতা মেনকাৰ বুকুৰ কাপোৰ খহি যোৱাত স্তন-যুগলৰ পীনত্ব আৰু তুঙ্গত্বই যাতে দৃষ্টি আকৰ্ষণ কৰিব পাৰে, চিত্ৰকৰে সুনিপুণ ভাৱে তুলিকাৰে ফুটাই তুলিছে । গৰ্বৰ ভাৱ আৰু অন্তৰৰ আকৃতিৰ চিন তেওঁৰ চকুৱে মুখে ফুটি ওলোৱা দেখা গৈছে । তপস্যা মগ্ন মুনিৰ তপোভঙ্গ হোৱাত মুনিৰ চকুদুটা সূৰ্য্যৰ কিৰণত প্ৰস্ফুটিত হৈ উঠা পদুম-কলিৰ দৰে জ্বলি উঠিছে । মদনৰ কেনে প্ৰভাৱ ! মুনিৰ নয়ন যুগলত মনোভাৱৰ প্ৰকাশ পৰিলক্ষিত হৈছে ....

— এইফালে চোৱাঁ । এয়া পুৰূৰবাৰ সৈতে অপ্সৰা উৰ্বশী । উৰ্বশীৰ কেনেকৈ জন্ম হৈছিল জানানে ? কওঁ বাৰু । এসময়ত নৰ আৰু নাৰায়ণ নামৰ দুজনা মুনি তপস্যাত মগ্ন আছিল । আনে তপস্যা কৰা দেখিলে ভয় খোৱা ইন্দ্ৰই মুনি দুজনাৰ তপস্যা ভঙ্গ কৰিবলৈ স্বৰ্গৰ কেইজনীমান অপ্সৰাক মুনিৰ আশ্ৰমলৈ পঠিয়ালে ।

তেওঁলোক আছি ঋবিদুজনাব আগত শৃঙ্গাবাত্মক উত্তেজনাপূর্ণ কামভাব প্রদর্শন কবি যেতিয়া নাচি আছিল, তেতিয়া নাবায়ণ নামব মুনিজনে এখিলা আম পাত আনি তাত গছব বসেবে এগবাকী অনিন্দ্যসুন্দবী নাবীব চিত্র অঙ্কন কবিলে । গছব পাতত চিত্রিতা সেই নাবীগবাকীয়ে লাবণ্য আৰু সৌন্দৰ্য্যবে তেওঁলোকক চেব পেলোৱা দেখি অপ্সবা কেইজনী লাজতে তাবপবা পলাই গ'ল । তেতিয়া মুনিয়ে সেই চিত্ৰটিত প্ৰাণ সঞ্চাব কবিলে । যিহেতু সেই অপ্সবাগবাকীয়ে উগ্ৰকামনা জন্মাইছিল, সেইকাবণে সবগ আৰু মবতত তেওঁ উৰ্বশী নামেবে প্ৰখ্যাত হ'ল ।"

তাকে শুনি মালতীয়ে ক'লে, — অপূৰ্ব আখ্যান । কিন্তু উৰ্বশীৰ পুৰুৰবাৰ সৈতে বিচ্ছেদ ঘটিছিল বুলি শুনা যায় । কিয় বাৰু বিচ্ছেদ ঘটিল ?"

— শুনা, যেতিয়া সবগৰ অপ্সবা উৰ্বশীয়ে জবা-মবণধৰ্মী পুৰুৰবাক কামনা কবিছিল, তেতিয়া তেওঁ পুৰুৰবাৰ সঙ্গিনী হৈ থকাৰ বাবে এটি সৰ্ত নিৰ্দ্ধাৰণ কবিছিল । যদি সেই সৰ্ত ভঙ্গ হয়, তেতিয়া তেওঁ পুৰুৰবাক পৰিত্যাগ কবি গুচি যাব । এসময়ত পুৰুৰবাই সেই সৰ্ত ভঙ্গ কবিলে । সৰ্ত ভঙ্গ হোৱাত উৰ্বশীয়ে তেওঁক পৰিত্যাগ কবিলে ।"

— তেতিয়া পুৰুৰবাই কি কবিলে ?"

— বেচেৰা পুৰুৰবাই উৰ্বশীৰ বিবহ-দুঃখ সহিব নোৱাৰি দুখে-বেজাৰে উৰ্বশীক হাবিত বিচাবি ফুৰিবলৈ ধৰিলে । এসময়ত এবাৰ দূৰৈবপৰা উৰ্বশীক দেখি বজাই ক'লে ।

— উৰ্বশী আহা ! আমি কথা পাতোঁ, আহা । নাযাবা, তুমি আঁতবি নাযাবা । মোৰ জীৱন তোমাৰ ওপৰতেই নিৰ্ভৰ কবিছে । প্ৰিয়ে, তোমাৰ অবিহনে মই আৰু কত্তেকো জীয়াই নাথাকোঁ ; মই মবিম ।"

— তেতিয়া উৰ্বশীয়ে কি ক'লে আৰু কবিলে ?"

উৰ্বশীয়ে উত্তৰ দিলে — "শুনা পুৰুৰবা ! নাবীৰ বন্ধুত্ব বোলা কোনো কথা নাই । নাবীৰ হৃদয় কুকুবনেচীয়া বাঘৰ দবে । তেওঁলোকৰ বন্ধুত্বত অকণো বিশ্বাস নাই । তুমি মিছাতে নমৰিবা ।"

— সঁচাকৈ অপ্সবাজনয়ৰ মৰ্ম প্ৰকাশ হৈছে, নাবী হৃদয়ৰ নহয় । জবা আৰু মবণধৰ্মী মানুহে জীয়াই থকালৈকে নাবীৰ বন্ধুত্ব কামনা কৰে । দাম্পত্য জীৱনত পুৰুষে পত্নীৰ পত্নীত্ব আৰু নাবীয়ে পতিৰ পতিত্ব কামনা কৰে । কিন্তু স্থিৰ-যৌৱনা

স্বৰ্গৰ অপ্সৰাই চিতাত ভস্ম হোৱালেকে শৰীৰৰ স্থিতিৰ দৰে ক্ষন্তেক মাত্ৰ প্ৰেমৰ স্থায়িত্ব বুলি ধাৰণা কৰে । সেইকাৰণেই বিৰহকালত পুৰূৰবাক উৰ্বশীয়ে উপহাস কৰি পৰিত্যাগ কৰিছিল ।"

এইদৰে কৈ থাকোঁতেই মাধৱে মালতীক পুনাই আন এটি চিত্ৰলৈ আঙুলিয়াই ক'লে ।

— এইফালে চোৱাঁ । এয়া বিভাণ্ডকৰ পুত্ৰ ঋষ্যশৃঙ্গই গণিকাবৃন্দৰ লগত আনন্দ কৰিছে । তেওঁলোকৰ অনাবৃত বক্ষ আৰু জঘনদেশলৈ চোৱা । এয়া শিৱৰ নয়নাগ্নিত দগ্ধ মদন ৰমণীৰ নয়নৰ কটাক্ষত সঞ্জীৱিত হৈছে । চোৱাঁ, এইবিলাক বহুত চিত্ৰ । এয়া অহল্যাই দেৱতাৰ বাবে কৌতূহলত দেৱৰাজ ইন্দ্ৰক কামনা কৰিছে । সৌৱা অইন নানাবিধ চিত্ৰ ।"

মাধৱে বৰ্ণাই যোৱা চিত্ৰবোৰ চাই চাই মালতীয়ে বৰ আনন্দ পোৱা নাছিল । তাই বাৰে বাৰে চিন্তা কৰিছিল —'কি অভিপ্ৰায়েৰে বাৰু মোক মাধৱে তেওঁৰ ধৰ্মপত্নী বুলি কৈছিল ? সেনাধ্যক্ষজনক প্ৰবঞ্চনা কৰিবলৈ, নে তেওঁৰ আন কিবা গূঢ় অভিপ্ৰায় আছে ?'

গৌড়ী নামৰ পানীয়বিধ পান কৰি মাদকতা অনুভৱ কৰা মালতীয়ে কালাতিপাত সহিবলৈ টান পাই লাজ লাজকৈ ক'লে ।

— সঁচাকৈয়ে চিত্ৰসমূহ অপূৰ্ব । বাৰু, এতিয়া চিত্ৰ-তত্ত্বৰ ব্যাখ্যা এৰক । চিত্ৰবিলাকৰ মৰ্মাৰ্থহে গ্ৰহণ কৰিব লাগে, আচৰণো কৰিব লাগে — এয়েই মোৰ ইচ্ছা । চিত্ৰব্যাখ্যাৰ শুকান কথাৰেই কি ৰাতিটো মিছাতে পাৰ হৈ যাবনে, ৰাতিটো সাৰ্থক নহ'ব নেকি ?" মাধৱে জানিয়ো মালতীৰ প্ৰকৃত অভিপ্ৰায় জানিবলৈ সুধিলে,

— তুমি কিয় ব্যৰ্থতাৰ কথা কৈছা — মই বুজা নাই । যদি তোমাৰ মনৰ কথা স্পষ্টভাৱে কোৱাঁ তেতিয়াহে মই বুজিব পাৰিম । মোৰ বুদ্ধিটো বৰ ভোটা । আকাৰে ইঙ্গিতে ক'লে বুজিব নোৱাৰোঁ ।"

— ৰাজপুৰুষ ! কওকচোন বাৰু, আপুনি মোক আপোনাৰ ধৰ্মপত্নী বুলি কোৱাৰ অভিপ্ৰায় কি ?"

— প্ৰথমতে হৈছে সেনাপতিক প্ৰতাৰণা কৰা ।"

— দ্বিতীয়তে বাৰু কি ?"

— একেলগে ৰাত্ৰি-যাপন কৰা । তুমি জানো নাজানা যে দম্পতীৰহে একেলগে ৰাতি কটোৱাৰ বিধান আছে ; অন্য স্ত্ৰী-পুৰুষৰ সেই অধিকাৰ নাই ।"

— প্ৰথম অভিপ্ৰায়টো ফলপ্ৰসূ হ'লনে ?"

হয় ।"

— তেনেহ'লে এতিয়া দ্বিতীয়টো বাকী আছে ।"

— হয়, ইয়াত সংশযৰ কাৰণ নাই ।"

— তেনেহলে মই এতিয়া কি কৰিব লাগিব ?"

— ধৰ্মপত্নীহে সহধৰ্মাচৰণ কৰিব লাগিব ।"

— সেই ধৰ্মটো নো কি ?"

— যৌৱন-ধৰ্ম" —এইবুলি মাধৱে কোৱাত মালতীয়ে হাঁহি মাধৱৰ মুখখন এখন হাতেৰে ঢাকি তেওঁৰ চকুলৈ চালে । মাধৱে এখন হাতেৰে মালতীৰ হাতত ধৰি আনখন হাতেৰে তেওঁৰ ডিঙিত সাৱটি যেতিয়া তেওঁক চুমা খাব খুজিছিল, তেতিয়া মালতীয়ে মুখখন অলপ আঁতৰাই নি আচৰিত হোৱা যেন দেখুৱাই পেটে পেটে হাঁহিবলৈ ধৰিলে ।

— প্ৰপা-প্ৰাঙ্গণত মই এনেকুৱা কৰিবলৈ ধৰোঁতেই দস্যুৰ আগমনে সেই কাৰ্য্যত ব্যাঘাত জন্মোৱাৰ কথা তোমাৰ মনত পৰিছেনে ?"

— কিয় বাৰু মনত নপৰিব ? সকলো মনত আছে । যেনেকৈ পুৰন্দৰে তোমাৰ ওঁঠত চুমা খাইছিল চ'ত মাহৰ ৰাতি বেতৰ কুঞ্জত.... ইয়াত পিছে দস্যুৰ প্ৰৱেশৰ আশঙ্কা নাই । গতিকে বিঘিনিৰ কোনো অৱকাশ নাই । তেনেহ'লে.....

— হ'ব হ'ব, ওঁঠত চুমা খাবলৈ তোমাৰ খুব মন গৈছে নেকি ?" —মালতীয়ে সুধিলে ।

— সেইটোৱো আকৌ সুধিব লাগিছেনে ?" .....

— আপুনি পৌণ্ড্ৰবৰ্দ্ধনৰপৰা আহিছে বুলি কৈছিল । আপুনি বাৰু তালৈ কিয় গৈছিল ? কিয় ঘূৰি আহিল ? মোক বিশ্বাস কৰি সকলোখিনি ক'বনে বাৰু ?"

— সুন্দৰী, যদিও গোপনীয় তথাপি শুনা । তোমাৰ ওচৰত গোপনীয় মোৰ একো নাই ।"

মাধৱে মালতীৰ চকু-মুখত প্ৰকাশ হোৱা প্ৰতিক্ৰিয়া ভালকৈ নিৰীক্ষণ কৰিয়ো তেওঁৰ স্বৰূপ বুজিবলৈ অসমৰ্থ হৈ নিজৰ পৰিচয় দিয়া উচিত নে অনুচিত —এই বিষয়ে

সংশযান্বিত আৰু কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিল । কুণালে তেওঁ মনতে চিন্তা কৰিবলৈ ধৰিলে, —'অজ্ঞাত-কুলশীলা এই নাৰী বিশ্বাসৰ পাত্ৰী নে ? অপ্সৰা-তুল্য এই সুন্দৰীয়ে কিয় বা প্ৰপা-পালিকাৰূপে নিজকে নিযোগ কৰিছে ? এওঁ সধৱা, বিধৱা নে স্বৈৰিণী ? এওঁ কোনোবা ৰজাৰ গুপ্তচৰ নে কি ? কৌটিল্যই কৈছে — "শিল্পকলাত নিপুণা ৰমণীক শত্ৰুৰ গমনাগমন বুজিবলৈ মুখ্যস্থানত নিযুক্ত কৰিব লাগে ।" এই মহিলাকো সেই উদ্দেশ্য-সাধনৰ বাবে কোনোবা ৰজাই ৰাজপথত পথিকক খোৱা-পানী দিয়াৰ ছলেৰে প্ৰপা-পালিকাৰূপে ৰাখিছে নেকি ? কি কৰোঁ ? নক'লে এওঁ মনত দুখ পাব আৰু ক'লেও প্ৰতিজ্ঞা ভঙ্গ হয়, গতিকে দুয়ো-ফালেই বাধা ।' এইদৰে মনতে চিন্তা কৰি যেতিয়া মাধৱ ক্ষন্তেকপৰ নীৰৱ হৈ আছিল, তেতিয়া তেওঁৰ ভাবান্তৰ লক্ষ্য কৰি মালতীয়ে কৃত্ৰিম অভিমান দেখুৱাই ক'লে ।

— কন্দৰ্পসুন্দৰ পুৰুষ ! আপুনি কিয় নীৰৱে আছে ? এই দুৰ্ভগীয়া ৰমণীয়ে আপোনাৰ উদ্বিগ্নতা সৃষ্টি কৰিছে নেকি ? শাৰীৰিকভাৱেও মই কিবা বিৰুদ্ধাচৰণ কৰিছোঁ নেকি ? যদি মোৰ সাহচৰ্য্য আপোনাৰ অনুকূল হোৱা নাই, তেন্তে মই দূৰতে থাকোঁ । মই নিজকে অপৰাধী কৰিব নোখোজোঁ । বিনিদ্ৰ ৰজনী-যাপনৰ কোনো প্ৰযোজন নাই, সুখেৰে শোৱক ।"

এইবুলি কৈ মালতীয়ে পাতলৈকে হাঁহি মাৰি অলস দৃষ্টিৰে মাধৱৰ মুখলৈ চাই অলপ আঁতৰি যাব খুজিলে । তেতিয়া মাধৱে তেওঁৰ ডিঙিত সাৱটি ধৰি কোমল মধুৰ-মাতেৰে ক'বলৈ ধৰিলে ।

- সুন্দৰী, এইদৰে কেতিয়াও নক'বা । তোমাক দেখাৰপৰাই মই তোমাকেই ত্ৰিভুৱনৰ একমাত্ৰ সাৰ বুলি গণ্য কৰি আহিছোঁ । এতিয়া মই পৃথিৱীকে স্বৰ্গপুৰী বুলি ধৰিছোঁ, মোৰ মানত এইখন আৰু মাটিৰ পৃথিৱী নহয় । মই তোমাক কিয় নকম ? মোৰ বৰ ভয় হৈছে, মোৰ নীৰস-বৃত্তান্তই কিজানি নৱনীত-কোমলাঙ্গীৰ তাতোকৈ সুকোমল হৃদয় বিৰস কৰি তোলে ? তথাপি যদি শুনিবলৈ একান্ত ইচ্ছা হৈছে, তেন্তে অপ্ৰশংসনীয় হলেও কাহিনী শুনিব লাগে ।

শুনা, সকলো দেশৰেই সাৰস্বৰূপ, দেশৰ ভিতৰতে শ্ৰেষ্ঠ উৎকল নামে এখন দেশ আছে । মোৰ পিতৃয়ে সেই দেশ শাসন কৰি থাকোঁতেই এসময়ত গৌড়াধিপতি শশাঙ্কই চতুৰঙ্গ-বলেৰে সেই দেশ জয় কৰিলে । ৰণত মোৰ পিতা নিহত হ'ল আৰু শশাঙ্কই মোক গৌড়দেশলৈ লৈ আহিল । মই তাতেই ডাঙৰ-দীঘল হ'লোঁ । এতিয়া ৰাজকাৰ্য্যত নিযুক্ত হৈছোঁ ।"

— তেনেহ'লে মই এতিয়া প্ৰধান-মহিষী হ'লোঁ ।" —এইবুলি কৈ মাধৱীয়ে মাধৱৰ কোলাত সোমাই আধা-শোৱাকৈ দুয়ো বাহুৰে ডিঙিত সাৱটি ধৰি মৃদু হাঁহিৰে চকুযুৰি উজ্জ্বল কৰি কটাক্ষনয়নেৰে মাধৱৰ দুচকুলৈ চাবলৈ ধৰিলে । মালতীৰ দৃঢ় বাহু-বন্ধনত বন্দীহে মাধৱে বাওঁহাতেৰে মাধৱীৰ হাতৰ গুৰিৰপৰা বুকুলৈকে হাতখন আল্‌ফুল্‌কৈ বুলালে । মাধৱে যাতে নিজৰ প্ৰতিজ্ঞা আৰু দায়িত্ব পাহৰি যায় আৰু নিজৰ সকলো বৃত্তান্ত যথাৰ্থভাৱে কয় —তাৰ বাবে মালতীয়ে মাধৱক উত্তেজিত কৰি একান্ত মনোনিৱেশ কৰিছিল । সুৰা ঢালি মালতীয়ে বাৰে বাৰে মাধৱক খুৱাইছিল ।

তেতিয়া মাধৱে ক'লে ।

— হেৰা, লাৱণ্যময়ী ! তোমাৰ ৰূপ-মদিৰাতেই মই পাগল হৈছোঁ, মোক আৰু বেছিকৈ সুৰা নিদিবা । শাস্ত্ৰকাৰসকলে সুৰাপান অনুমোদন কৰা নাই । 'সুৰাপান কৰিলে অৰ্থ, কাম আৰু ধৰ্ম হানি হয়' বুলি মহৰ্ষি বাল্মীকিয়েও কৈছে আৰু অন্য কথাও আছে......

সুৰাপানত মালতীৰ লাজ-সঙ্কোচ দূৰ হৈছিল । তাই মাধৱে কথা শেষ নৌ কৰোঁতেই বাধা দি বিদ্ৰূপ কৰি ক'লে ।

— আপোনাৰ কি পাণ্ডিত্য ! উক্তিৰ কি অপূৰ্ব যুক্তি । কেৱল এফালে চোৱাটো উচিত নহয় । ৰামায়ণত আদি কবিয়ে সুৰা-প্ৰদানৰ বিষয়ে কৰা বৰ্ণনা পঢ়া নাই নে ? কালিন্দীৰ বুকুত নিৰ্বিঘ্নে নদী পাৰ হ'বলৈ সুৰাৰ টেকেলি দিবলৈ মানস কৰি 'অৰণ্য-বাসৰপৰা ঘূৰি আহোঁতে তোমাক এশ কলহ সুৰা দিম' বুলি সীতাই কোৱা নাইনে । সেয়েহে মনুৱে কৈছে 'মাংসভোজনত, মদ্যপানত আৰু মৈথুনত কোনো দোষ নাই ।' মাংসভোজন আগতেই শেষ হ'ল, মদ্যপান চলি আছে । গতিকে বাৎসায়নে কোৱা চুম্বন-প্ৰতিযোগিতা আৰম্ভ কৰিবলৈ ইচ্ছা কৰিছোঁ, যদিহে আপুনি ভাল পায় ।" -মালতীয়ে সুধিলে ।

— চুম্বন প্ৰতিযোগিতা মই বৰ ভাল পাওঁ, বিশেষকৈ সুন্দৰীৰ চুম্বন । কিন্তু সুধিব খুজিছোঁ — এই প্ৰতিযোগিতাত কি বস্তু বাজি ৰখা হ'ব ?"

— পৰাজিতজনে জয়লাভ কৰোঁতাজনক এশ চুম্বন দিব লাগিব । এইটোৱে এই বাজিৰ সৰ্ত । সৰ্ত আপোনাৰ মনঃপুত হৈছেনে ?"

— নিশ্চয়, অতি মনোগ্ৰাহী যদি 'ক্ষীৰ-নীৰ' নামৰ আলিঙ্গনো তাৰ লগতে থাকে ।"

— কিয় নহ'ব ? বাৎস্যায়নোক্ত দহবিধ কাম-কর্মৰ এইটোৱেই অনুক্ৰম ।"

...... মালতীয়ে ভগা ভগা মাতেৰে সুমধুৰ কণ্ঠেৰে সুধিলে ।

— ৰূপহ পুৰুষ !আপোনাৰ বাহুবন্ধনত সোমাই মই আচল-কথা পাহৰি গৈছোঁ । কথাৰ শেষ অংশ শুনা নহ'ল নহয় । মোৰ ওপৰত আপোনাৰ অকনো বিশ্বাস নাই, সেই কাৰণেই নিজৰ কাহিনী আধাকোৱাকৈয়ে এৰিলে । মই বিশ্বাসৰ যোগ্য নহওঁ নেকি ? যদি গোপনীয়, তেন্তে প্ৰকাশ নকৰাই উচিত । আকৌ যদি কথা গোপন ৰাখিবলৈ আপুনি প্ৰতিজ্ঞাবদ্ধ, তেনেহ'লে মোৰ বাবে যেন শপত ভঙ্গ নহয় । মোৰ দৰে সাধাৰণ এজনী স্ত্ৰী ক'ত আৰু আপোনাৰ শপতেই বা ক'ত ? থাওক বাৰু ?"

এইবুলি কৈ যেতিয়া মালতীয়ে চন্দ্ৰোদয়ে সমুদ্ৰক বিক্ষুব্ধ কৰাৰ দৰে মাধৱক আকুল কৰি তুলিছিল, তেতিয়া 'প্ৰাণ গ'লেও গুপ্তচৰে ৰজাৰ আদেশ প্ৰকাশ কৰিব নালাগে' বুলি থকা নিষেধাজ্ঞা মনলৈ অহাত ক'বলৈ ইচ্ছা কৰা সত্ত্বেও মাধৱৰ মুখৰপৰা হঠাতে কথা নোলাল । নকলে আৰম্ভ কৰা কাৰ্য্যত বিপৰ্য্যয় ঘটিব বুলিয়েই মাধৱে ক'বলৈ ধৰিলে,

— তুমি কলা-নিপুণা ; এনেকৈ নক'বা । মোৰ হৃদয় ক্ষত-বিক্ষত নকৰিবা । তুমিয়েই এই জগতত মোৰ একমাত্ৰ বিশ্বাসৰ পাত্ৰ । তোমাক দেখাৰ সময়তে মোৰ হৃদয়ত প্ৰৱেশ কৰিছা । মোৰ হৃদয়ৰ নিভৃততম কোণত যিহেতু স্থান পাইছা, গতিকে তোমাৰ ওচৰত মোৰ কি গোপন কৰিবলগীয়া থাকিব পাৰে ? গৌড়াধিপতি শশাঙ্কই ......."

— সেই সকলো খিনি জানো । তুমি ৰাজকাৰ্য্যত নিযুক্ত ; কিন্তু মই জানিব খুজিছোঁ —সেই কামনো কি ? কি উপায়েৰে সেই কাৰ্য্য সাধন কৰিব পাৰি ?"

— শুনা সকলো কওঁ । মহাৰাজ শশাঙ্কই মোক শত্ৰু-ৰাষ্ট্ৰৰ বলাবল জানিবলৈ পঠিয়াইছে ।"

মাধৱে এইদৰে কোৱাত মালতীয়ে চিন্তা কৰিবলৈ ধৰিলে —'এওঁ তেনেহ'লে শশাঙ্কৰ দূত ? মই যি শঙ্কা কৰিছিলোঁ, সেয়ে সচাঁ হ'ল । আজি মোৰ ইমান দুখকষ্ট সফল হ'ল । যিহৰ বাবে মই নিযুক্ত হৈছোঁ, সেই বস্তু মই পাইছোঁ । কিন্তু এওঁ কি কি পালে কি কি কৰিলে, এই সকলো নজনাকৈ মালতীয়ে কেতিয়াও এওঁক আজি এৰি নিদিয়ে ।' মালতীয়ে সুধিলে ।

— সেই শত্ৰুনো কোন ?"

— শত্ৰু হৈছে প্ৰাগজ্যোতিষৰ অধিপতি ।"

— তুমি প্ৰাগজ্যোতিষলৈ গৈছিলা ?"

— নিশ্চয় গৈছোঁ । তাৰপৰাই এতিয়া ঘূৰি গৌড়ৰ ৰাজধানীলৈ আহিছোঁ ।"

— কিন্তু তুমি যে কৈছিলা —তুমি পৌণ্ড্ৰবৰ্দ্ধনৰপৰাহে আহিছা ।"

— যিদৰে তোমাক মোৰ ধৰ্মপত্নী বুলি কৈছিলোঁ, এইকথাও তেনেকুৱা ।"

— শুনিছোঁ প্ৰাগজ্যোতিষপুৰ হেনো পৰ্বত-পাহাৰেৰে সমাকীৰ্ণ আৰু লৌহিত্যৰ পাৰত অৱস্থিত । তুমি সঁচাকৈয়ে তালৈ গৈছিলা নে ? নে এই সকলোবোৰ কাল্পনিক ?"

— কাল্পনিক কিয় হ'ব ? সকলো সঁচা । যদি প্ৰমাণ লাগে, তেনেহ'লে হাতীদাঁতৰ হাঁকোটাত ওলোমাই থোৱা মোনাৰ ভিতৰতে সকলো পাবা ।"

— নহয, নহয়, মই প্ৰমাণ বিচৰা নাই । তোমাৰ কথাত আৰু কি প্ৰমাণ লাগিছে ?"

— তেনেহ'লে শুনা, প্ৰাগজ্যোতিষপুৰত নৰকৰ বংশোদ্ভৱ ভাস্কৰ বৰ্মা নামে এজন ৰজা আছে । তেওঁ কৰ্ণসুৱৰ্ণ জয় কৰিবলৈ চেষ্টা কৰিছে বুলি গুপ্তচৰৰ মুখে খবৰ পাই গৌড়াধিপতিয়ে তেওঁৰ বলাবল জানিবলৈ মোক তালৈ পঠিয়াইছিল ।"

ইয়াৰ পিছত মাধৱে যি কৈছিল, তাৰ এটা আখৰো মালতীৰ কাণত সোমোৱা নাছিল । কুমাৰৰ নাম শুনাৰেপৰা বিদ্যুৎ প্ৰৱাহিতা হোৱাৰ দৰে মালতীৰ আলিঙ্গন শিথিল হৈ পৰিল । স্মৰণ, অনুভৱ আৰু বিৰহ-বিচ্ছেদ আদি ভাৱে একেলগে মালতীক অভিভূত কৰিলে । মালতীয়ে নিজে নিজে ক'বলৈ ধৰিলে ।

— এই হতশ্ৰী হোৱাই স্নেহ আৰু কৰুণাৰ আঁকৰ কমনীয়-কান্তি কুমাৰৰ দৰ্শন পালেনে বাৰু ? এই অধমে কুমাৰৰ বিপদ মাতি আনিব খুজিছে ? ই কুমাৰৰ একো অনিষ্ট সাধন কৰিব নোৱাৰে..... হায়, নিষ্ঠুৰ নিয়তি । ভাগ্যবিড়ম্বিতা মই দিনে নিশাই বিৰহ-দুঃখ অনুভৱ কৰিছোঁ । কুমাৰক নেদেখা কিমান দিন হ'ল মোৰ মনত নপৰে । দুখৰ কথা, কুমাৰৰপৰা আঁতৰি থাকি মই চন্দন গছৰপৰা বাগৰি পৰা লতাৰ দৰে হৈ অতি কষ্টেৰে দিন-ৰাতি কটাইছোঁ । কুমাৰৰ দৃঢ় বাহু-বন্ধনত........, যেতিয়া মোৰ অধৰ তেওঁৰ ওঁঠৰ মাজত বন্দী হৈ পৰে, যেতিয়া কুমাৰে দৃঢ় আলিঙ্গনত ........ তাৰ পিছত মোৰ আৰু কোনো কথা মনত নপৰে । সকলো প্ৰায় পাহৰি গৈছোঁ । কুমাৰে মোক সাম, দান আদি নীতিৰ আশ্ৰয় লৈ শত্ৰুপক্ষৰ কাৰ্য্যকলাপ নিৰূপণ কৰিবলৈ নিযুক্ত

কৰিছে । গতিকে পানীয়-শালাৰ ৰখীয়া হৈ মই গুপ্তচৰ, ভয়াতুৰ, লোভী আৰু অভিমানীসকলৰ ক্ৰিয়া-কলাপ জনাই আছোঁ । শত্ৰুপক্ষৰ দূতবিলাকৰ গমনাগমনো মই জানো.....” —এইদৰে চিন্তা কৰি থাকোঁতেই মালতীয়ে স্থান, কাল পাত্ৰৰ কথা পাহৰি গ'ল । কুমাৰৰ দৰ্শনৰ বাবে ব্যগ্ৰ হৈ যেতিয়া মালতীয়ে যাবলৈ বুলি বিছনাৰপৰা উঠিব খুজিছিল, তেতিয়া তাই মাধৱৰ দৃঢ় আলিঙ্গনাবদ্ধ । নিজৰ অৱস্থা অনুভৱ কৰি ঘৃণা, ক্ৰোধ আৰু ক্ষোভত মালতী বাউলী হৈ পৰিল । পদাঘাত কৰি মাধৱক আঁতৰ কৰিবলৈ মালতীয়ে ইচ্ছা কৰিছিল যদিয়ো প্ৰয়োজনৰ কথা-চিন্তা কৰি তাৰপৰা বিৰত হ'ল ।

'কুমাৰ আৰু এই বিদেশীটোৰ মাজত কিমান পাৰ্থক্য । কুমাৰেই মোৰ একমাত্ৰ জীৱন-সৰ্বস্ব হলেও মই এই গুপ্তচৰটোৰ আলিঙ্গনত সোমাই সুখ অনুভৱ কৰিছোঁ ; হায় কিমান কষ্টকৰ ! কুমাৰৰ মঙ্গলৰ-বাবে মই সকলো কাম কৰিছোঁ ? মই স্বৈৰিণীৰ দৰে ঘূৰি ফুৰিছোঁ । মোৰ শৰীৰহে ইয়াত অপৰাধী হৈছে, মোৰ চৰিত্ৰ আৰু মন কলুষিত হোৱা নাই ।' —এই দৰে চিন্তা কৰি মালতীয়ে বৰ কষ্টেৰে নিজকে সংযত কৰি ধৈৰ্য্য ধৰি থাকিল । মালতী হঠাতে অন্য-মনস্ক হৈ বাহু-বন্ধন ঢিলাই দিয়া আৰু মৌন হোৱা দেখি মাধৱে আচৰিত হৈ সুধিলে,

— সুন্দৰী, এয়া কি হৈছে ? মোৰ কথা শুনিবলৈ তোমাৰ মন নোযোৱা হ'ল নে কি ? কাহিনীয়ে তোমাক তিতা লগালে নে কি ? আৰম্ভ কৰা কামত হঠাতে তোমাক নিঃস্পৃহ যেন দেখা গৈছে ? ক্ষীৰ-নীৰ আলিঙ্গনে যদি তোমাক কষ্ট দিছে, তেন্তে সুবৰ্ণনাভে কোৱা অন্য এবিধ আলিঙ্গনেৰে তোমাৰ সন্তুষ্টি সাধন কৰোঁ । কোৱা, তুমি কোনবিধ আলিঙ্গন ভাল পোৱা ?”

— শ্ৰেষ্ঠ নাগৰ ! মোৰ জানিবলৈ প্ৰবল আগ্ৰহ হৈছে ; মই চিন্তা কৰিছোঁ —শশাঙ্কৰ চৰ হৈ তুমি কেনেকৈ প্ৰাগজ্যোতিষপুৰলৈ গ'লা ? কেনেকৈ বা সীমান্ত-ৰক্ষীসকলৰ চকুত ধূলি দি ঘূৰি আহিলা । যদি কোনো ৰক্ষীয়ে তোমাক শশাঙ্কৰ গুপ্তচৰ বুলি জানিলেহেঁতেন, তেন্তে....... ?”

— তেনেহ'লে মুহূৰ্ত্ততে মোৰ মূৰ গাৰ পৰা খহি পৰিলহেতেন ।”

— নকবা, তেনে কথা নক'বা । তেনেকুৱা কথা মনত পৰিলেই মোৰ বুকু কঁপি উঠে ; হাত-ভৰি শিথিল হয় । অমঙ্গল দূৰ হওক, শুভ হওক । তুমি বাৰু কোনেও নজনাকৈ কেনেকৈ প্ৰাগ্জ্যোতিষ ৰাজ্যত আছিলা ?”

— বিদেশী ৰত্ন-বণিকৰ বেশ ধৰি আছিলোঁ । তাৰ বাবে মই শুল্কবিভাগৰ অধ্যক্ষৰপৰা পৰিচয়-পত্ৰ আগতে লৈছিলোঁ ।”

—যদি মনত একো বেয়া ভাব নোলোৱা, তেনেহ'লে সোধোঁ — তুমি যে শশাঙ্কৰ গুপ্তচৰ ইয়াৰেই বা প্ৰমাণ কি ?"

— সেইটোও সুধিব লাগেনে ? চোৱাঁ এয়া" এইবুলি মাধৱে নিজৰ আঙুলিত পিন্ধি থকা শশাঙ্কৰ নামাঙ্কিত আঙঠিটো মালতীক দেখুৱালে । আঙঠিটো দেখি 'কেনেকৈ সেইটো হাত কৰোঁ' —এইবুলি ভাবি মালতীয়ে মাধৱক পেঘেনিয়াই সুধিবলৈ ধৰিলে ।

— বাৰু, গৌড়বাসীৰ পত্নীক আঙঠি দিয়া প্ৰথা নাই নেকি ?"

— আছে ।"

— তেনেহ'লে এই আঙঠিটো কিয় ধৰ্মপত্নীক দিয়া হোৱা নাই ? তোমাৰ সকলো আচৰণ কপটতা মাত্ৰ ।" মালতীয়ে ক'লে কৃত্ৰিম ৰোষেৰে ।

— নহয়, নহয় । শঠতা, কপটতা —এইবোৰ ৰসাতলে যাওক । বাৰে বাৰে কঠুৱা-কথাৰে বিৰোধী ভাবৰ সৃষ্টি নকৰিবা ।"

— তেনেহ'লে আঙঠিটো মোক দিয়া ।"

— দিম দিম । ইমান লৰালৰি কৰাৰ কিবা প্ৰয়োজন আছে জানো ?"

তেতিয়া মালতীয়ে আঙঠিটোৰে সৈতে মাধৱৰ আঙুলিটো সন্মুখলৈ আনি হাঁহি মাৰি ক'বলৈ ধৰিলে ।

— আঙঠিত খাজি থোৱা হীৰা টুকুৰা কিমান উজ্জ্বল । নীলা আকাশৰ নক্ষত্ৰৰ দৰে জিলিকি আছে । আঙঠিটো মোৰ খুব ভাল লাগিছে ।"

— এইবুলি কৈ মালতীয়ে মাধৱৰ আঙুলিৰপৰা আঙঠিটো সোলোকাই আনি নিজৰ আঙুলিত পিন্ধি ললে । মাধৱ পেটে পেটে অতি শঙ্কিত হ'লেও বাধা দিবলৈ অসমৰ্থ হৈ ব্যাকুলভাৱে মালতীৰ মুখলৈ চাই ৰ'ল । মালতীয়ে তেওঁৰ মনৰ ভাব বুজি পাই পেটে পেটে হাঁহি ক্ৰুদ্ধ হোৱা যেন দেখুৱাই ক'বলৈ ধৰিলে ।

— যদি এই আঙঠিটো কোনোবা গৌড়দেশীয় সুন্দৰীক দিয়াৰ প্ৰতিশ্ৰুতি তুমি দি থৈছা, তেনেহ'লে মই অনৰ্থক তোমাৰ মনোবেদনাৰ কাৰণ নহওঁ । তোমাৰ নিজৰ প্ৰিয়াকে আঙঠিটো দিবা । মনত সকলো সময়তে সেই প্ৰিয়তমাৰ কথা ভাবি অন্য নাৰীৰ প্ৰতি কৰা তোমাৰ ধূৰ্ত্ততা মই বুজি পাইছোঁ । এয়া লোৱা, তোমাৰ আঙঠি" —এইবুলি কৈ যেতিয়া মালতীয়ে নিজৰ আঙুলিৰপৰা আঙঠিটো সোলোকোৱাৰ অভিনয় কৰিলে, তেতিয়া মাধৱে গভীৰ আলিঙ্গনেৰে মালতীক হেঁচা মাৰি ধৰি দুখেৰে ক'লে, — ৰজাৰ

নামাঙ্কিত আঙঠি বজাই পৰিচয়ৰ কাৰণে দিছে । এই আঙঠিৰ প্ৰভাৱত মোৰ সকলোতে অবাধ গতি । কাম সমাধা হ'লে আঙঠিটো আকৌ বজাক ঘূৰাই দিব লাগিব । সেই কাৰণেহে চিন্তা কৰিছোঁ । ইয়াৰ অন্য একো কাৰণ নাই ।"

— অ' বুজিছোঁ । কিন্তু আজি ৰাতিয়েইতো আঙঠিটো বজাক ঘূৰাই নিদিয়া ; দিলে কাইলেহে দিবা । গতিকে ৰাতিপুৱালৈকে আঙঠিটো মোৰ আঙুলিতেই থাকক । ইয়াতো বাধা আছে নে কি ?"

— কথাটো তেনেকুৱাই । পিছে যিয়েই নহওক, এতিয়া এই আঙঠিয়ে তোমাৰ আঙুলিকেই অলংকৃত কৰক ।" —মাধৱে ক'লে ।

— তেনেহ'লে যথাৰ্থতেই মই এতিয়া তোমাৰ ধৰ্মপত্নী হ'লোঁ ।"

— নহয়, আগেয়েই হৈছা ।"

— এতিয়া তেন্তে কামাভিলাষ চৰিতাৰ্থ কৰিবলৈ মই ধৰ্মপত্নী হৈছোঁ বুলি ক'ব লাগিব ।" —মাধৱীয়ে ক'লে ।

— প্ৰকৃততে সেয়ে ....." —মাধৱে শঙ্কাবিহ্বল চিত্তেৰে প্ৰত্যুত্তৰ দিলে ।

— ধৰ্মৰ পিছত কাম, কামৰ পিছত কি ?" মালতীয়ে আকৌ সুধিলে ।

— মোক্ষ । মোক্ষৰ বাবেই ধৰ্মপত্নী আখ্যা যথাৰ্থ হৈছে ।

সেই প্ৰসঙ্গ এৰি মালতীয়ে আকৌ সুধিলে ।

— অ' মনত পৰিছে, প্ৰাগ্‌জ্যোতিষৰপৰা কি কি আনিলা, মোক দেখোন নকলা ?"

— বাৰে বাৰে অন্য কথা উলিয়াই তুমি প্ৰকৃত কাৰ্য্য তল পেলাব খুজিছা । মই আৰু এক মুহূৰ্তও অপেক্ষা কৰিব নোৱাৰোঁ ।"

— ইয়াৰ পিছত মই আৰু একো নোসোধোঁ । এইখিনি কলেই কটি অনুসৰি আগবাঢ়িম ।"

— সঁচানে ?"

— সঁচাকৈ কৈছোঁ ।"

— শুনা বাৰু, প্ৰাগ্‌জ্যোতিষপুৰৰ জল, স্থল, গিৰি-দুৰ্গ, ৰাজ-অন্তঃপুৰ আৰু

অস্ত্ৰাগাৰৰ মানচিত্ৰবোৰ হাত কৰা হৈছে । হাতী, ঘোঁৰা, ৰথ পদাতিকসৈন্যৰ সংখ্যা আৰু অন্য যিবোৰ যুদ্ধৰ সামগ্ৰী আছে সেই সকলোবোৰৰ বিষয়ে খবৰ গোটাই আনিছোঁ । মহামন্ত্ৰী আৰু অন্যান্য মন্ত্ৰীসকলৰ অনুকূল আৰু প্ৰতিকূল ভাবো লক্ষ্য কৰা হৈছে । সঙ্কেত-লিপিও পোৱা হৈছে । তুমি শুনি এতিয়া সন্তুষ্ট হৈছানে ?"

— নিশ্চয় হৈছোঁ । বাৰু, সেই মানচিত্ৰবোৰ ক'ত আছে ?" — মালতীয়ে উৎকণ্ঠাৰে সুধিলে ।

— মোনাৰ ভিতৰত মানচিত্ৰ আৰু মূৰৰ পাগুৰিৰ ভিতৰত সঙ্কেতলিপি আছে । ইয়াৰ পাছত মই আৰু এটা শব্দও ক'ব নোৱাৰোঁ । মই আৰু এক মুহূৰ্ত্তও অনৰ্থক কাল কটাব নোৱাৰোঁ ।"

— নালাগে । একমুহূৰ্ত্তও অনৰ্থক কটাব নালাগে । প্ৰতিটো ক্ষণেই সাৰ্থক কৰা ।"

মালতীয়ে ক'লে ।

মালতীৰ চুলি আউল-বাউল হ'ল, ডিঙিৰ হাৰ আৰু গাৰ কাপোৰ-কানি খহি পৰিল । ঘামেৰে শৰীৰ তিতি গ'ল । মালতীয়ে সেই অৱস্থাত এইদৰে কৈ মাধৱক ব্যাকুল কৰি তুলিলে । মাধৱেও অনুকূল আচৰণ কৰি মাধৱীক আনন্দ দিলে ।

ৰাতিপুৱাওঁ পুৱাওঁ হোৱাত মাধৱ গভীৰ টোপনিত লালকাল দি পৰিল । মালতীয়ে তেওঁৰ আলিঙ্গনৰপৰা মুক্ত হৈ লাহেকৈ উঠি হাকোটাত ওলোমাই থোৱা মোনাটো নমাই আনিলে । তাৰপৰা মানচিত্ৰ আৰু পাগুৰিৰ ভিতৰত থকা সংকেত-লিপিখনো লৈ কাপোৰেৰে সেইবোৰ বান্ধিলে । তাৰ পিছত মাধৱৰ গাৰপৰা ৰাতিৰ পোছাক লৰালৰিকৈ গুচাই অইন কাপোৰেৰে তেওঁক ঢাকি থলে । তাৰ পিছত মালতীয়ে নিজৰ কাপোৰ সলনি কৰি মাধৱৰ সেই পোছাক পিন্ধি ল'লে । চুলিকোচাৰে দুডাল বেণী গুঠি মূৰৰ ওপৰত পকাই বান্ধিলে আৰু তাৰ ওপৰত এটা গেৰুৱা কাপোৰৰ পাগুৰি মাৰি ল'লে । বেৰত থকা তামৰ দাপোনত নিজকে ভালকৈ চাই লৈ পেটে পেটে হাঁহি মালতীয়ে নিজেই ক'বলৈ ধৰিলে,

— পুৰুষৰ দৰে আচৰণ কৰি মই এতিয়া যথাৰ্থতে পুৰুষেই হৈ পৰিছোঁ । পুৰুষৰ পোছাক আৰু পাগুৰিৰে মই সঁচাই পুৰুষ ।"

নিজৰ বুকুৰফালে চাই মালতীয়ে চিন্তা কৰিবলৈ ধৰিলে,

'এই দুটাৰ উচ্চতাই বাৰু মানুহৰ দৃষ্টি আকৰ্ষণ কৰিব নেকি ? এই দুটা কেনেকৈ লুকাওঁ ? বাৰু, উত্তৰীয় বস্ত্ৰখন বৌদ্ধভিক্ষুৰ দৰে গাত মেৰিয়াই ল'লেই পীন-পয়োধৰ লুকাই পৰিব ।' তেনেকৈ কাপোৰখন লৈ আকৌ নিজৰ গালে চাই মালতীয়ে স্বগতোক্তি কৰিলে, — এতিয়া মোক কোনেও নাৰী বুলি চিনিব নোৱাৰে ।" অলপ হাঁহি ক'লে, — এই আঙঠিটোৰে এতিয়া মালতী এতিয়া মাধৱ হ'ল ।বাৰু, এই মূৰ্খটো গোণা ম'হৰ দৰে শুই থাকক ।" —এইবুলি মালতীয়ে নিজে নিজেকৈ নিজৰ কাপোৰবোৰ মোনাত ভৰাই লৈ বাহিৰ ওলাব খুজিলে । তাৰ পিছত বিচনাৰ একাষে থোৱা তৰোৱালখন দেখি ভাবিলে —'এই তৰোৱালখন খাপেৰে সৈতে মই কঁকালত বান্ধি লোৱা উচিত । তেতিয়া মই সৈনিক বা সেনাপতি হ'ম ।' —ইয়াকে স্থিৰ কৰি মালতীয়ে লাহেকৈ বিচনাৰপৰা তৰোৱালখন লৈ চামৰাৰ বচিৰে তৰোৱালখন খাপেৰে সৈতে কঁকালত বান্ধি ল'লে । কঁকালত বন্ধাৰ আগতে দুই হাতেৰে তৰোৱালখন ধৰি মালতীয়ে নমস্কাৰ পূৰ্বক প্ৰাৰ্থনা কৰিলে ।

"তৰোৱাল, তুমি প্ৰাণী-হত্যাৰ সাধন ; খড়্গ, তুমি ধৰ্মপাল, তোমাক নমস্কাৰ । মোক মহা সংকটৰ পৰা সদায় ৰক্ষা কৰিবা । সদায় শত্ৰুনাশ কৰিবা ।"

এইদৰে ধল পুৱাতেই পুৰুষৰ সাজ পিন্ধি মালতী অতিথিশালাৰ বাহিৰ ওলাল । মালতীক দেখি দুৱৰীয়ে যেতিয়া সুধিলে — তুমি কোন ? তুমি ক'লৈ যোৱা ?" --তেতিয়া মালতীয়ে হাতত থকা আঙঠিটো দুৱৰীক দেখুৱালে । দুৱৰীয়ে আঙঠিটো দেখি মালতীক নমস্কাৰ জনাই বাট দেখুৱাই দিলে । মালতীয়ে লৰালৰিকৈ কোনেও নেদেখাকৈ তাৰপৰা প্ৰস্থান কৰিলে ।

৮

কেইদিনমানৰ ভিতৰতেই কেইজনমান অনুচৰেৰে সুপ্ৰতিষ্ঠিতবৰ্মা আৰু তাৰকবৰ্মা প্ৰাগ্‌জ্যোতিষপুৰ পালেগে । ৰাজকুমাৰ দুজনা নগৰত উপস্থিত হোৱাত ৰাজবিষয়া আৰু প্ৰজাবৰ্গই তেওঁলোকক সম্বৰ্দ্ধনা জনালে । শত্ৰুৱে বন্দী কৰি নিয়া কুমাৰ দুজনে সৌভাগ্যক্ৰমে শত্ৰুক পৰাস্ত কৰি উলটি অহা অশ্বিনীকুমাৰদ্বয়ৰ সদৃশ দুয়োকে দেখি ৰজাৰ বিয়োগত মুহ্যমান হৈ থকা নগৰবাসীসকল অতিশয় আনন্দিত হ'ল । কচেক দিনতে জ্যেষ্ঠ ৰাজকুমাৰ সুপ্ৰতিষ্ঠিতবৰ্মা আহত আৰু অত্যন্ত অসুস্থ হৈ থকা বুলি জানি আনন্দত উত্ৰাৱল হৈ পৰা প্ৰজাবৰ্গ বিষাদগ্ৰস্ত হৈ পৰিল ।

"হায়, কৰ্ণাবিধাতাই এইটো কি কৰিলে ? এতিয়া কেনেকৈ ৰাজ্য চলিব ? প্ৰজাসকলৰ কি গতি হ'ব ? প্ৰবল শত্ৰুক এতিয়া কোনে বাধা দিব ? কোনেনো দস্যুৰপৰা ৰাজ্য ৰক্ষা কৰিব ? এতিয়া নিশ্চয় ৰজাৰ অনিষ্টকাৰীবিলাক প্ৰবল হৈ উঠিব ?" —এইদৰে প্ৰজাবৰ্গই ব্যগ্ৰ হৈ নানাধৰণে কোৱাকুই কৰিবলৈ ধৰিলে ।

প্ৰজাবৰ্গক কোনোমতে সান্ত্বনা দি প্ৰধানমন্ত্ৰী আৰ্য্যগুপ্তে লগুৱাৰদ্বাৰা সুপ্ৰতিষ্ঠিতবৰ্মাক শুশ্ৰূষাৰ বাবে সমুদ্ৰগৃহলৈ পঠিয়ালে । সেই সময়ত ৰজাৰ মৃত্যু আৰু অত্যন্ত অসুস্থ হৈ পৰা ককায়েকৰ অৱস্থা দেখি তাৰকৰ অতিশয় উদ্বিগ্ন হৈ পৰিল । শোক-সন্তপ্ত হৈয়ো তেওঁ কোনোমতে ধৈৰ্য্য ধৰি কালোচিত ব্যৱস্থা ল'বলৈ আৰ্য্যগুপ্ত প্ৰভৃতি ৰাজবিষয়া বৰ্গৰ সৈতে মন্ত্ৰণা কৰিলে । এই পৰিস্থিতিত কোনেও মাধৱী কোন আৰু ক'ৰপৰা আহিছে নুসুধিলে ; কোনেও মাধৱীৰ প্ৰতি লক্ষ্যকে নকৰিলে । অন্তঃপুৰৰ ভাৰপ্ৰাপ্ত বিষয়াই কুমাৰৰ লগত অহা বুলি জানি মাধৱীক লিগিৰীবিলাকৰ লগত কন্যান্তঃপুৰলৈ পঠিয়ালে ।

"অপ্সৰাকো নিজৰ সৌন্দৰ্য্যৰে লাজ দিব 'ৰা এই গাভৰুনো ক'ৰপৰা আহিছে ?" —এইবুলি অৱশ্যে ৰাজঅন্তঃপুৰৰ লিগিৰীহঁতে কোৱাকুই কৰিবলৈ ধৰিলে । অন্তঃপুৰৰ অধ্যক্ষৰ আদেশ মতে সিহঁতে মাধৱীক কন্যান্তঃপুৰৰ এটা কোঠাত থাকিবলৈ দিলে । কঞ্চুকীয়ে নয়নিকা আদি ছোৱালীবোৰক তাইৰ সেৱাত নিযুক্ত কৰিলে ।

পথশ্ৰম আঁতৰ হ'লত মাধৱীয়ে গা-পা ধুই প্ৰসাধন কৰি কুমাৰক দেখা কৰিবলৈ কিছুসময় অপেক্ষা কৰি ৰ'ল । কিন্তু কুমাৰে 'অৰাজক ৰাজ্য যিকোনো উপায়েৰে ৰক্ষা কৰিব লাগিব' এইদৰে চিন্তাগ্ৰস্ত হৈ ৰাজকাৰ্য্যতে লাগি থাকি দিন-ৰাতিৰ ছেদ-ভেদ

পাহৰি পেলাইছিল । দিনে-ৰাতিয়ে মাধৱীৰ কথা মনত পৰিলেও তেওঁ মাধৱীৰ ওচৰলৈ যাব পৰা নাছিল ।

ইফালে কন্যান্তঃপুৰত লিগিৰীহঁতৰ সেৱা-শুশ্ৰূষা পায়ো 'কেতিয়া কুমাৰ আহিব, কেতিয়া তেওঁক দেখা পাম' —এইদৰে চিন্তা কৰিয়েই মাধৱীয়ে উদ্বিগ্ন হৈ সময় অতিবাহিত কৰিবলৈ ধৰিলে । কুমাৰ ক'ত থাকে, আৰু সেই সময়ত নো ক'ত আছে মাধৱীয়ে একোকে গম পোৱা নাছিল । তাই ৰাজ অন্তঃপুৰৰ আও-ভাও বুজি পোৱা নাই । অনভ্যস্ত হোৱা বাবে ৰাজ-অন্তঃপুৰত কি কৰিব লাগে তাকো মাধৱীয়ে জনা নাছিল । 'কুমাৰ ক'ত থাকে আৰু তেওঁ কেতিয়া কন্যান্তঃপুৰলৈ আহিব ?' —আচৰণবিধিৰ অনভিজ্ঞতা আৰু লগতে লাজত সেইকথা মুখ ফুটাই সুধিব নোৱাৰি মাধৱী বাঘৰ মুখত পৰা হৰিণীৰ দৰে চট্‌ফটাই আছিল ।

খোৱা-বোৱাৰ পিছত বিছনাত শুই শুই মাধৱী অতিশয় উদ্বিগ্ন হৈ পৰিল । মাধৱীয়ে চিন্তা কৰিবলৈ ধৰিলে,

—'মই ভাল কৰিছোঁনে ? মহাকালৰ ওচৰত কৰা প্ৰতিজ্ঞা-ভঙ্গৰ বাবে মই নৰকলৈ যাব নালাগিবনে ? দেৱস্বামীয়ে মোক মহাকালত অৰ্পণ কৰিছিল আৰু তেওঁ মোক মহাকালৰ পত্নীৰূপে স্বীকৃতি দিছিল ; কিন্তু আচাৰ্য্যৰ সেই সংকল্প মই পূৰ্ণ নকৰিলোঁ । গতিকে মহাকাল মোৰ ওপৰত নিশ্চয় ৰুষ্ট হৈছে । তাৰ পাছত .... ? মোৰ ব্ৰতৰ উদ্‌যাপন নৌহওঁতেই মহাকালক পৰিত্যাগ কৰি আচাৰ্য্য দেৱস্বামীক অৱহেলা কৰি,পাৰম্পৰিক ৰীতি উলঙ্ঘা কৰি আৰাধ্য দেৱতাক পৰিত্যাগ কৰি মই কুমাৰৰ প্ৰেমত পাগলী হৈ পৰিলোঁ । শেষত মন্দিৰ এৰি বিদেশলৈ গুচি আহিলোঁ । দেৱতাৰ ক্ৰোধৰপৰা এতিয়া মোক কোনে ৰক্ষা কৰিব ? মৃতপ্ৰায় মোক কুমাৰে প্ৰেমেৰে জীয়াই তুলিব নে ? যদি কুমাৰৰ মোৰ প্ৰতি অনুৰাগৰ ইমানতে শেষ হয় ? যদি মোৰ প্ৰতি কুমাৰৰ আকৰ্ষণ নাথাকে ? তেতিয়া ... ? কুমাৰে ৰাক এতিয়াও মোক কিয় দেখা দিয়া নাই ? তেওঁ ইমান ৰাতিলৈকে অহা নাই কিয় ? ৰাতি শেষ হ'বৰ হ'ল । ৰাতি তেওঁ ৰাক কি কৰে ? যদি কুমাৰ নাহে, তেন্তে মই কি কৰিম —ছিন্নমূল লতাৰ দৰে মই ইয়াতে কেনেকৈ জীয়াই থাকিম ?'

এইদৰে চিন্তা কৰি মাধৱীয়ে লাজত কোনোমতে লিগিৰীহঁতক কুমাৰৰ খবৰটো সুধিলে । সিহঁতে মাধৱীৰ কথা শুনি উপহাস কৰি ক'লে ।

—তুমি বৰকৈ উৎকণ্ঠিত হৈ পৰিছা, নহয়নে ? আমি তোমাৰ মনৰ অৱস্থা বুজি পাইছোঁ । অনৰ্থক ভাবি-চিন্তি থকাৰ পৰা একো লাভ নাই ; সুখেৰে শুই থাকা ।

সপোনত নিশ্চয় কুমাৰে তোমাক দেখা দিব । কন্যান্তঃপুৰত পূৰ্ব-সূচনা নোহোৱাকৈ কোনেও প্ৰৱেশ কৰিব নোৱাৰে । যথাসময়ত কুমাৰৰ আগমন সূচিত হ'বই । নিয়ম-নীতি নজনা বাবেহে তুমি অবাস্তৱ কথা সুধিছা । ৰজা-ৰাজকুমাৰ প্ৰায়ে বহুবল্লভ । দয়ালু ৰজাই নিতৌ একোগৰাকী সদ্যস্নাতা আৰু প্ৰসাধনযুক্তা যুৱতীক অনুগৃহীত কৰে । ভাস্কৰবৰ্মাদেৱ ৰাজকাৰ্য্যত ইমান ব্যস্ত হৈ পৰিছে যে কুমাৰৰ দিন-ৰাতিৰ পাৰ্থক্যই নোহোৱা হৈছে । খোৱা-বোৱাৰ কথাও পাহৰি গৈছে । কেৱল ৰাজ্য ৰক্ষাৰ চিন্তাতহে মগ্ন আছে । বিশেষকৈ ডাঙৰজনা কুমাৰ আহত হৈ শয্যাত পৰি আছে বুলি শুনা গৈছে । ধৈৰ্য্য ধৰি অপেক্ষা কৰা । যথাসময়ত দেখা হ'ব । ভালকৈ গা-পা ধুই সাজপাৰ পিন্ধি সুগন্ধি প্ৰসাধনেৰে ধুনীয়াজনী হৈ থাকা দেই !কুমাৰে প্ৰেমৰ আকৰ্ষণত এদিন তোমাক দেখা কৰিবহি । গতিকে আজি ৰাতি শান্তিৰে শুই থাকা । বিছনাখন বাৰু তোমাৰি মনঃপূত হৈছে নে ? এই শয্যাখন তোমাৰ মনে কিচবা ধৰণৰ হৈছে নে ? নাইবা বিছনাৰ ভাল বেয়ানো কি আছে ? প্ৰেমিকজন প্ৰিয়তম হ'লে ধৰণীয়েই স্বৰ্গ হয় । কুমাৰ যে তোমাৰ হৃদয়-বল্লভ, তোমাৰ উৎকণ্ঠাই তাৰ প্ৰমাণ । বহু কল্পনা-জল্পনাৰ প্ৰয়োজনেই বা কি ? যোগ্যজনৰ লগত যোগ্যজনৰ মিলন বিধাতাৰ বিধান । অকণো আশঙ্কা নকৰিবা .... ।" —এই বুলি হাঁহি হাঁহি অন্তঃপুৰত্ব লিগিৰীহঁতে ক'লে ।

ৰাতি মাধৱীয়ে এটি সপোন দেখিলে ।

'হিমালয়ৰ স্ফটিকময় শৃঙ্গত নানা বৰণীয়া লতা-গুল্ম আৰু ফুলেৰে ৰমক-জমক এখন তপোবন । তাৰ মাজত পদুম আৰু নীলোৎপলেৰে সুশোভিত এটি সৰোবৰো আছে । ৰাজহাঁহ আৰু অন্যান্য চৰায়ে এই সৰোবৰ কল-নাদেৰে মুখৰিত কৰি তুলিছে । সৰোবৰৰ পাৰতে দেৱতা-গন্ধৰ্বই অপ্সৰা-কিন্নৰীৰ সৈতে নৃত্য কৰিছে । নাচি নাচি সেই অপ্সৰা আৰু কিন্নৰীয়ে নিজৰ মনোভাৱ প্ৰকাশ কৰি কটাক্ষ কৰিছে । কুলিৰ কুহু কুহু ধ্বনি আৰু ভোমোৰাৰ গুঞ্জনেৰে মুখৰিত সেই তপোবনত স্ফটিকময় শিলাখণ্ডৰপৰা আবিৰ্ভূত জটাজুটধাৰী ধ্যানস্থ শিৱ স্বয়ং বিৰাজমান । দূৰত আম্ৰগছৰ তলত ধনুত বাণ জুৰি মদনে মহাদেৱক শৰৰ লক্ষ্য কৰি বৈ আছে । এনে সময়তে হাতত মালতীমালা লৈ মাধৱীয়ে যেতিয়া শিৱৰ কণ্ঠত দিবলৈ হাত দুখন আগবঢ়াই মুখামুখি হৈ পৰিছিল, তেতিয়া হৰেও মাধৱীৰ ৰঙচুৱা ওঁঠত দৃষ্টি নিক্ষেপ কৰিলে । হৰক তেনে অৱস্থাত দেখি "এয়া মহাকাল, শিলাখণ্ড নহয় ; মূৰ্ত্তিমান স্বয়ং হৰ । মোৰ আকুল নিবেদন কেতিয়াও ব্যৰ্থ নহয় । কমনীয় ৰূপ ধৰি মহাকালে এতিয়াই মোক আকোৱালি ল'ব, চুমাৰে মোৰ ওঁঠ ওপচাই দিব আৰু মোক ব্যাকুল কৰিব । এয়েঁই

মোৰ স্বামী ।' — এইবুলি আনন্দত অধীৰ হৈ অন্তৰৰ গুপ্ত কামনা প্ৰকাশ কৰি মাধৱীয়ে যেতিয়া হৰৰ কণ্ঠত মালা অৰ্পণ কৰিব খুজিছিল, ঠিক সেই মুহূৰ্ত্ততে মাধৱীয়ে কুমাৰকহে হৰৰ সলনি দেখা পালে । কুমাৰৰ কণ্ঠতে মাধৱীয়ে মালা অৰ্পণ কৰিলে, হৰৰ কণ্ঠত নহয় । লগে লগে মাহাদেৱ শিলাখণ্ডত বিলীন হৈ গ'ল । হঠাতে কুমাৰক দেখি মাধৱীয়ে 'আহক, আহক, কুমাৰক নেদেখা কিমান দিন হ'ল ... আহক, আলিঙ্গনেৰে মোক বুকুৰ মাজত সুমুৱাই লওক ....আহক,' —এইবুলি সপোনতে শূন্যলৈ হাত দুখন আগবঢ়াই দি কিছুসময় মাধৱী ৰৈ থাকিল । ...... মুহূৰ্ত্ততে সাৰ পাই মাধৱী শোৱাৰপৰা উঠি কুমাৰক স্পৰ্শ কৰিবলৈ ব্যাকুল হৈ পৰিল । সন্মুখত কাকো নেদেখি হাত দুখন মেলি কুমাৰক ধৰিবলৈ মাধৱী লৰি যাব খুজিলে । তেনেকুৱা অৱস্থাত দেখি লিগিৰীহঁতে লৰি যাব খোজা মাধৱীক কোনোমতে ধৰি ৰাখিলে ।

"অ' মই এটা সপোন দেখিছিলোঁ ।" —এইবুলি কৈ মাধৱী কোনোমতে স্বাভাৱিক হ'ব খুজিলে ।

আন এদিনাখন আবেলি স্নানৰ সময় হোৱাত ধাত্ৰী আৰু লিগিৰীহঁতে নৃত্য আৰু ব্যায়ামৰ ফলত মাধৱীৰ মেদহীন গাটোত হালধিৰ গুৰি সানি দিলে আৰু তাৰ পাছত গোটেই গাতে ঘিঁউ ঘঁহি দিলে । তাৰ পাছত বনৌষধিৰ ৰসমিশ্ৰিত তেলেৰে গাটো মালিচ কৰি মাধৱীক স্নানাগাৰলৈ লৈ গ'ল । কৰ্পূৰ মিহলোৱা সুগন্ধি কুহমীয়া গৰম পানী মাধৱীৰ গাত ঢালিবলৈ ধৰিলে ।

গা-ধোৱাৰ সময়ত মাধৱীৰ বক্ষৰ উত্তুঙ্গতা, জঘনৰ স্থূলতা, উৰুসন্ধিৰ ৰূপ আৰু উদৰৰ ক্ষীণতা দেখি স্থূলত্ব আৰু ক্ষীণত্বৰূপী বিৰুদ্ধ ধৰ্মৰ কেনেকৈ একে ঠাইতে সমাবেশ ঘটিল —তাকে ভাবিয়ে যেন লিগিৰীহঁত বিস্ময়ত অভিভূত হৈ পৰিল । ইজনীয়ে সিজনীৰ মুখলৈ চাই হাঁহি হাঁহিয়েই সিহঁতে মাধৱীক সাজপোছাকেৰে সুসজ্জিতা কৰিবলৈ ধৰিলে ।

স্নানৰ পিছত লিগিৰীহঁতে লোধ্ৰ ফুলৰ ৰেণু, ৰিৰিশাৰ শিপাৰ অনুলেপন আৰু চন্দন মাধৱীৰ গাত ঘঁহিলে । সুগন্ধি ধূপ জ্বলাই লিগিৰীহঁতে মাধৱীৰ চুলি, বাহু সন্ধি আদি সুগন্ধি কৰি গাত কাপোৰ মেৰিয়াই এখন ধুনীয়া বক্তিম পাটৰ কাচুলিৰে বক্ষ আবৃত কৰি ছোৱালীবোৰে মাধৱীক চীনদেশীয় পাটৰ কাপোৰ এজোৰ পিন্ধালে । কোনো এজনীয়ে বিবিধ ৰঙেৰে বিচিত্ৰ অনুলেপনেৰে মাধৱীৰ চুলি কোচা ম'ৰা চৰাইৰ পাখিৰ দৰে ভাঁজ ক'লা কৰিলে । আন এজনীয়ে লাক্ষাৰাগেৰে ভৰিদুখন ৰঙা কৰি দিলে । কোনোবা এজনীয়ে আকৌ ৰঙা বেলুসিন্দুৰেৰে মাধৱীৰ ওঁঠ দুটা কোৱাভাতুৰীৰ

নিচিনা বণ্ডা কৰি দিলে । এজনীয়ে মাধৱীৰ ডিঙিত হাৰ পিন্ধালে ; আন এজনীয়ে কঁকালত কিংকিণী আঁৰি দিলে । লিগিৰীহঁতে কাপোৰ পিন্ধাওঁতে আৰু অলংকাৰেৰে বিভূষিত কৰোঁতে তালে তালে নচাৰ দৰেই নাচি নাচি একো কাৰণ নোহোৱাকৈয়ে হাঁহিবলৈ ধৰিলে । এজনীয়ে আনজনীৰ কাণে কাণে ক'লে,

—কুমাৰক অৰ্পণ কৰিব খোজা এই পাহ বাৰু কাৰো হাত নলগা, অনাঘ্ৰাত ফুল নে বাহি ফুল ?"

—আমি চিন্তা কৰিলে কি হ'ব ? কুমাৰে কেতিয়াও আমাক সেই ঠাইত অভিষিক্ত নকৰে ।"

* *　　　　　* *　　　　　* *

অস্তগামী দিবাকৰ প্ৰণয় ৰাগেৰেই যেন বক্তিম হৈ পশ্চিম দিশত যাব ধৰিলে । দিবাকৰৰ সৈতে মিলনৰ আশাতেই যেন স্বভাৱসুন্দৰী সন্ধ্যাই মনোমোহা ৰূপ ধাৰণ কৰি আকাশৰ নীলবৰণীয়া ওৰণি গুচাই বক্তিম মুখখন দেখুৱালে । প্ৰখৰৰশ্মি সূৰ্যাই মনোলোভা কোমলতা আশ্ৰয় কৰিলে আৰু সন্ধ্যাক দৃঢ়ভাৱে আলিঙ্গন কৰি লোকালোক পৰ্বতৰ গুহাত সোমাল । অন্ধকাৰে তেওঁলোকৰ অনুকূল আচৰণ কৰিলে ।

...মাধৱীয়ে সাজপোছাক পিন্ধি মনতে কুমাৰক ধ্যান কৰি পৰিচাৰিকাসকলেৰে সৈতে বহি আছে আৰু কাষতে বিচনি লৈ ধাত্ৰী ।

দুপৰীয়াই কন্যান্তঃপুৰৰ অধ্যক্ষই জনাইছিল, — আজি কুমাৰে চন্দন ভৱনত ৰাতিটো কটাব ।" আদেশ পাই লিগিৰীহঁতে ধূপ-ধূনা জ্বলাই চন্দন ভৱনৰ কোঠা সুবাসিত কৰিলে । কপালী পাখিৰ নিচিনা শুকুলা কাপোৰেৰে শয্যা ৰচনা কৰিলে আৰু চন্দন আৰু ফুলেৰে সুগন্ধি কৰি তুলিলে । বকুল ফুলৰ মালাৰে পুতলাবোৰো সজাই তুলিলে । বিছনাৰ একাষে কাঠৰ এখন চাপৰ আসন আৰু অলপ নিলগত ভাঙৰ আসনো পৰা আছে । তাম্বুলী লিগিৰীয়ে তামোলৰ টেমাত শয্যাৰ কাষতে ইলাচী আৰু তামোল-পান থৈছে । বেৰত আঁৰি থোৱা চিত্ৰবোৰ চালে চকুবোৱা । সকলোবোৰেই যেন কুমাৰৰ আগমন প্ৰতীক্ষা কৰি আছে ।

ধাত্ৰীয়ে পঠোৱা নয়নিকা নামৰ লিগিৰীজনীয়ে গধূলিতেই কুমাৰক এইবুলি নিবেদন কৰিছিল,

— মহাৰাজ ! মহাকাল মন্দিৰৰ্পৰা অহা মাধৱী নামৰ সুলক্ষণ-সম্পন্না কন্যাগৰাকীয়ে আপোনাৰ দৰ্শনৰ অপেক্ষা কৰি আছে । যৌৱনত ভৰি দিয়া, চৌষষ্ঠি

কলাত নিপুণ, চৰিত্ৰৱতী আৰু সৰ্বাঙ্গসুন্দৰী কন্যাগৰাকীৰ প্ৰতি মহাৰাজে সন্মান জনোৱা উচিত হ'ব । সেই কন্যা মহাৰাজৰ পৰিচিতা সেই কাৰণেই ইয়াতকৈ বেছি আৰু মই জনাব নোখোজোঁ ।"

— যিদৰে জনোৱা হৈছে, তেনেভাৱেই কৰা হ'ব ।" বুলি কুমাৰে প্ৰতিশ্ৰুতি দিয়াত তাই আশয় পাই পেটে পেটে হাঁহি আকৌ ক'বলৈ ধৰিলে ।

— এতিয়া বাৰু মালতীৰ কি অৱস্থা হ'ব ? মই অনুমান কৰিছোঁ বেচেৰী নিশ্চয় তিৰস্কৃত হ'ব আৰু স্থানচ্যুত হৈ তাই নিজৰ ভাগ্যক নিজেই নিন্দা কৰিব লাগিব ।"

— কিয় ? মালতী আগৰ দৰে নিজৰ কামত নিযুক্ত হৈ আগৰ ঠাইতেই থাকিব । ইয়াত আৰু ইফাল সিফালৰ কি কথা আছে ?"

নয়নিকাই কুমাৰৰ মুখলৈ চাই লাহে লাহে ক'বলৈ ধৰিলে ।

— মাধৱীয়ে ৰূপ লাৱণ্যৰে যে আন সকলোকে চেৰ পেলাব —ইয়াত কোনো সন্দেহ নাই । এনে অৱস্থাত মাধৱীক এৰি মহাৰাজৰ স্নেহ কেনেকৈ মালতীৰ প্ৰতি আগৰদৰে থাকিব —সেই আশঙ্কাই মোক কষ্ট দিছে ।"

— এনেকুৱা আশঙ্কা কৰা অনুচিত, মালতীৰ মনত অনৰ্থক দুঃখ নিদিবা । এই ক্ষেত্ৰত কাৰ্পণ্য বা ব্যতিক্ৰম হ'ব নোৱাৰে । তুমি যি কৰিবলগীয়া আছে তাকে কৰা ।" এইবুলি কৈ এটি মিচিকিয়া হাঁহিৰে কুমাৰে নয়নিকাক বিদায় দিলে ।

কুমাৰৰপৰা বিদায় লৈ নয়নিকা মাধৱীৰ ওচৰলৈ আহিল আৰু কুমাৰে কোৱা সকলোখিনি কথা নিবেদন কৰিলে । কুমাৰৰ কথা শুনি মাধৱী অতিশয় আনন্দিত হ'ল । কুমাৰক দেখা পাবলৈ মাধৱী উৎকণ্ঠিতা হৈ আছিল ; তাইৰ হৃদয় কঁপি উঠিল আৰু গাত শিহৰণ জাগিল ।

সময়োচিত প্ৰথাৰে প্ৰসাধন সমাপ্ত কৰি বৈ থকা মাধৱীৰ বুকু তপত নিশ্বাসেৰে উদ্বেলিত হৈ আছিল । কম্পিত হৃদয়েৰে কোনোমতে নিজকে চম্ভালি মাধৱীয়ে সময় অতিবাহিত কৰিছিল । গছৰ পাত এখিলা লৰিলেও মাধৱীয়ে কুমাৰৰ আগমন আশঙ্কা কৰি দুৱাৰমুখলৈ চাই ৰাতি কটাবলৈ ধৰিলে । ৰাতিৰ প্ৰথম প্ৰহৰ গৈ দ্বিতীয় প্ৰহৰত পৰিল, দ্বিতীয় প্ৰহৰো ব্যৰ্থতাত পৰিণত হ'ল । নিশাটোৱেই উৎকণ্ঠা আৰু উদ্বিগ্নতাৰ মাজেৰে শেষ প্ৰহৰত পৰিণত হোৱা যেন লাগিল । তৃতীয় প্ৰহৰ প্ৰায় অতীত হ'ল, কিন্তু কুমাৰ নাহিল । প্ৰভাতী পখীৰ মাত শুনি মাধৱী অতিশয় কাতৰ হৈ পৰিল । অভিসাৰৰ কাৰণে সুসজ্জিতা নায়িকাৰ ব্যৰ্থ অভিসাৰৰ আত্মগ্লানি মাধৱীয়ে অনুভৱ

কৰিলে । তেওঁৰ নিজৰ জীৱন-যৌৱনৰ প্ৰতিও শ্ৰদ্ধা হেৰাই গ'ল । 'মহাকালৰ পৰা আঁতৰি আহি আৰু এতিয়া প্ৰিয়তমৰ দ্বাৰা প্ৰতাৰিত হৈ মই কেনেকৈ জীয়াই থাকিম' —এইবুলি মাধৱীয়ে নিজৰ জীৱন শেষ কৰিবলৈ চিন্তা কৰিলে । এইদৰে চিন্তামগ্ন হৈ থাকোঁতে তেওঁৰ চিলমিলকৈ টোপনি আহিল । তন্দ্ৰামগ্ন অৱস্থাতেই ৰাতিপুৱাৰ সময়ত মাধৱীয়ে এটি সপোন দেখিলে । সপোনত মাধৱীয়ে শূলপাণি মহাদেৱক দেখিলে । মহাকালে ত্ৰিশূল হাতত লৈ খঙত তাইক ভস্ম কৰিবলৈকে যেন আৰক্ত নয়নেৰে তাইলে চাই আছে । মহাকালক ক্ৰোধান্বিত দেখি সেই ফালে চাব নোৱাৰি ভয়তে কঁপি কঁপি যেতিয়া মাধৱী লৰি আঁতৰি গৈছিল তেতিয়া দেৱস্বামীয়ে তাইক কোনোমতে ধৰি ৰাখিছিল । তেতিয়া তাই দুখতে খুব কান্দিছিল । "নাই নাই নাকান্দিবা" —এইবুলি দেৱস্বামীয়ে মাধৱীক সান্ত্বনা দিছিল । ক্ষন্তেক মহাকালৰ ফালে ঘূৰি চাই ক্ৰুদ্ধ মহাকালক দেখি "মই মৰিলোঁ" বুলি চিঞৰি দূৰলৈ মাধৱীয়ে লৰ মাৰিছিল । এইদৰে সপোনত লৰ মাৰিব খোজোঁতে মাধৱী বিছনাৰ পৰা মাটিত পৰিল ।

ৰাতি জাগি থকাৰ কাৰণে ক্লান্ত আৰু চিন্তাত ব্যাকুল হৈও মাধৱী ভয়তে সেই ঠাইৰপৰা লৰালৰিকৈ লৰি যাবলৈ ধৰিলে । ক'লৈ যাব, বাট পথেই বা কোনফালে, ৰক্ষণাবেক্ষণ কেনেকৈ পাব —মাধৱীয়ে একো জানিব খোজা নাছিল । তাই কেৱল লৰি গৈয়ে আছিল ।

তেতিয়াও সূৰ্য্য উদয় হোৱা নাই । সূৰ্য্যোদয়ৰ প্ৰাক্‌মুহূৰ্ত্তত চাৰিও দিশ অলপ পোহৰ হৈছে মাত্ৰ । সেই সময়তেই মাধৱী আহি লুইতৰ পাৰত উপস্থিত হ'ল । অলপ দূৰৰ ঘাটত নৈলৈ নমা খটখটিৰ শাৰী মাধৱীয়ে দেখিবলৈ পালে আৰু বাওঁফালে অলপ ওপৰত এটি মন্দিৰো দেখিলে । লৰালৰিকৈ সেইফালে গৈ মাধৱী মন্দিৰত সোমাল । মন্দিৰটোৰ দুৱাৰ খোলা আছিল । মন্দিৰৰ ভিতৰ সোমাই মাধৱীয়ে গৰ্ভগৃহত কামেশ্বৰ মহাগৌৰীৰ যুগল মূৰ্ত্তি দেখা পালে । কামেশ্বৰৰ আলিঙ্গনাবদ্ধ মহাগৌৰীক দেখি মাধৱী কিছুসময় তাতে থমকি ৰ'ল । হঠাতে মাটিত আঁঠু লৈ সেই যুগলমূৰ্ত্তিক প্ৰণাম জনাই মাধৱীয়ে চিন্তা কৰিবলৈ ধৰিলে —'এয়া মহাকালে মহাগৌৰীক চিৰকাল আলিঙ্গন কৰি আছে । কিন্তু মহাকালে মোক কেতিয়াও নিবিড় আলিঙ্গনত আবদ্ধ কৰা নাই ; মোৰ প্ৰতি মহাকাল অতিশয় কুপিত । দেৱতাৰ ক্ৰোধানলত মই দিক্‌বিদিক্ দেখা নাই । যি হেতু মই দেৱাদিদেৱৰ প্ৰতি অপৰাধ কৰিছোঁ, সেই কাৰণতেই মোক কুমাৰেও ত্যাগ কৰিছে ।'

কুমাৰক দেখাৰে পৰা যিবোৰ ঘটনা ঘটি গৈছিল সেই আটাইবোৰ ঘটনা এটি এটিকৈ মাধৱীৰ মানসপটত জিলিকি উঠিল । হৰ্ষ, শোক আৰু ক্ষোভে একেলগে মাধৱীক জুমুৰি

দি ধৰিলে । মাধৱীয়ে নিজৰ জীৱনটো ব্যৰ্থ বুলি ভাবিবলৈ ধৰিলে । তৎক্ষণাত্ তাই লুইতৰ বুকুত নিজকে বিলীন কৰিবলৈ ঘাটৰ খট্‌খটিয়েদি তললৈ নামি আহিল । এটা দীঘলীয়া জাঁপ দি মাধৱী নৈৰ সোঁতত পৰিল । সোঁতৰ বেগত তাই কেতিয়াবা পানীৰ তললৈ যায় আৰু কেতিয়াবা ওপৰলৈ ওপঙি উঠে ।

*** *** ***

ইফালে নয়নিকাই দিয়া বাতৰি শুনি ভাস্কৰবৰ্মা আনন্দত প্ৰফুল্লিত হৈ আছিল । মাধৱীৰ কক্ষলৈ যোৱাৰ উপক্ৰম কৰোঁতেই কুৰঙ্গক নামৰ দূত এটা লৰালৰিকৈ আহি প্ৰণাম জনাই ভাস্কৰক নিবেদন কৰিলে ।

— মহাৰাজে নিজগুণে দূতৰ অপৰাধ ক্ষমা কৰিব । স্থানকাল উপযুক্ত নহলেও নিবেদন কৰা বিপদ-বাৰ্তাৰ প্ৰতিকাৰ বিধানৰ আৱশ্যকতাৰ বাবে জনাবলৈ ওলাইছোঁ । আজি গধূলি পৰত পৃথিবীলৈ সন্ধ্যা নমাৰ লগে লগে বাণাহত শৰীৰৰ দুৰাৰোগ্য পীড়াত পৰম মাহেশ্বৰ সুপ্ৰতিষ্ঠিত বৰ্মাদেৱে পাঞ্চভৌতিক দেহ পৰিত্যাগ কৰি যশস্যা শৰীৰেৰে বিৰাজ কৰিছে । ইয়াৰ পিছত যি কৰিব লাগে মহাৰাজেই জানে ।"

এই হৃদয় বিদাৰক বাৰ্ত্তা শুনি আগেয়ে পিতৃহীন হোৱা ভাস্কৰে দুনাই নিজকে পিতৃহীন হোৱা বুলি ধাৰণা কৰি শোকাভিভূত হ'ল । কন্তেক কিংকৰ্ত্তব্যবিমূঢ় হৈ কুমাৰে কোনোমতে ধৈৰ্য্য ধৰিলে । শোকত মুহ্যমান হৈয়ো যত্নেৰে মন স্থিৰ কৰি ভাস্কৰে চিন্তা কৰিবলৈ ধৰিলে, —'পিতৃদেৱ পৰলোকলৈ গ'ল । ককাইদেউৰো মৃত্যু হ'ল । শত্ৰুৱে ৰাজ্যৰ এছোৱা বলেৰে কাঢ়ি ল'লে । শত্ৰু এতিয়া আৰু প্ৰবল হৈ উঠিছে ... মই অকলশৰীয়া । পিতৃ-পিতামহৰ এই ৰাজ্য প্ৰাণ দিও মই ৰক্ষা কৰিব লাগিব ...এই বিপদ কালত দুৰ্বলতা দেখুৱালে প্ৰবলৰূপে অনৰ্থহে দেখা দিব । যদি এই ৰাজ্য হেৰুৱাবলগীয়া হয়, তেন্তে নৰকবংশীয় ৰজাসকলৰ ঘোৰ কলঙ্কৰ কাৰণ ময়েই হ'ম । গতিকে যি কোনো প্ৰকাৰেই ইয়াৰ প্ৰতিৰোধ কৰিব লাগিব । মই এতিয়া কি কৰোঁ ? ইফালে মাধৱীয়ে মোৰ আগমনৰ প্ৰতীক্ষাত বিৰহত উৎকণ্ঠিতা হৈ থাকিব । মহাকালৰ মন্দিৰ এৰিবৰেপৰা তেওঁ মোৰ দৰ্শনৰ আকাঙ্ক্ষাত উদ্বিগ্ন হৈ কাল কটাইছে । যদি আজি নিশা মই নাযাওঁ, বেচেৰীৰ কি গতি হ'ব নাজানো । তাই কি কৰিব ? ...মই কি কৰোঁ ...ক'ব পৰা নাই । স্বৰ্গগত জ্যেষ্ঠ কুমাৰৰ পাৰলৌকিক কাৰ্য্য এতিয়াই সম্পন্ন কৰিব লাগিব । ইয়াত বিলম্ব হ'লে বৰ বিপদ ঘটিব । ৰজাৰ ৰাজ্যৰক্ষাই প্ৰধান কাম । ইয়াত অন্তৰৰ আবেগ প্ৰকাশৰ কোনো অৱকাশ নাই । মাধৱী ? থাকক .... মাধৱী .... ।'

এইদৰে কহত ভাবিচিন্তি ভাস্কৰবৰ্মাদেৱে অনুচৰবৰ্গৰে সৈতে য'ত জ্যেষ্ঠ কুমাৰ মৃত অৱস্থাত পৰি আছিল —তালৈ বেগাই গ'ল ।

ৰাজোচিত বিধি অনুসৰি ককায়েকৰ পাৰলৌকিক কাৰ্য সুসম্পন্ন হ'লত, ৰাতি পুৱাও পুৱাও হওঁতেই ভাস্কৰে অনুচৰবৰ্গৰে সৈতে ব্ৰহ্মপুত্ৰত স্নান কৰিবলৈ আহিল । গা ধুবলৈ বুলি নাভিলৈকে পানীত নামি ভাস্কৰে যেতিয়া চাৰিওকালে চকুফুৰাই চাইছিল, তেতিয়া সোঁতত উটি যোৱা এটা কাপোৰৰ টোপোলা তেওঁৰ চকুত পৰিল । ভালকৈ চাই তেওঁ জানিব পাৰিলে যে সোঁতত উটি যোৱা বস্তুটো কাপোৰৰ টোপোলা নহয়, কোনোবা মহিলাহে সোঁতত উটি গৈছে । সেই কথা উপলব্ধি কৰিয়েই অনুচৰবিলাকে নিষেধ কৰা সত্ত্বেও উটি যোৱা মহিলাক উদ্ধাৰ কৰিবলৈ ভাস্কৰে সেই ক্ষণেই সাতোঁৰ মেলিলে আৰু চুলিত ধৰি সোঁতত উটি যোৱা নাৰীক টানি পাৰলৈ আনিলে । কেৱল উশাহেৰে জীয়াই থকাৰ লক্ষণ থকা সংজ্ঞাহীন সেই নাৰীক মাধৱী বুলি জানি ভাস্কৰ অতিশয় বিস্মিত হোৱাৰ লগতে অত্যন্ত উদ্বিগ্ন হৈয়ো পৰিল । তেওঁ অপ্ৰতিভ নহৈ কালোচিত ব্যৱস্থা লোৱা উচিত বুলি বিবেচনা কৰিলে । যত্নেৰে মাধৱীৰ পেটবপৰা পানী উলিয়াই পেলালে আৰু পিছত অনুচৰবিলাকৰ দ্বাৰা শীঘ্ৰে অচেতন মাধৱীক কন্যান্তঃপুৰলৈ পঠালে ।

তিনিদিনৰ ভিতৰতেই মাধৱী সুস্থ হৈ পৰিল । এই কেইদিন মাধৱীয়ে নিজৰ আচৰণৰ কাৰণে খুব অনুশোচনা কৰিবলৈ ধৰিলে । এদিনাখন মাধৱী কুমাৰৰ আগমনৰ বাবে বাট চাই আছিল । এনেতে কুমাৰ অহাত উৎফুল্ল নয়নেৰে মাধৱীয়ে কুমাৰক স্বাগত জনালে ।

শয্যাত অৰ্দ্ধশায়িত হৈ মাধৱীয়ে কুমাৰৰ মূৰটো কোলাত তুলি লৈ তেওঁৰ মুখলৈ চাই আছে । কুমাৰে মাধৱীৰ চুলিকোচাত আলফুলকৈ হাত ফুৰাই দি অভিযোগৰ সুৰত কবলৈ ধৰিলে, — মাধৱী, তুমি অতি নিঠুৰ ; মোৰ প্ৰতি তোমাৰ এই অনুৰাগ তেনেই কৃত্ৰিম ; নহলে তোমাৰ মোক এৰি যোৱাৰ ইচ্ছা কেনেকৈ হ'ব ? তুমি এক মুহূৰ্তও চিন্তা কৰি নাচালা —মাধৱী নোহোৱাকৈ কুমাৰ কেনেকৈ জীয়াই থাকিব ? কুমাৰৰ দশাই বা কি হ'ব ?"

— নকব, নকব, কুমাৰে এইদৰে কোৱা অনুচিত" এইবুলি কৈ মাধৱীয়ে হাতৰ তলুৱাৰে কুমাৰৰ মুখখন ঢাকি ধৰি ক'বলৈ ধৰিলে ।

— মহাকালৰ মন্দিৰৰপৰা আঁতৰ হৈ মই দেৱতাৰ কোপত পৰিছোঁ ইফালে আচাৰ্য্য দেৱস্বামীয়েও মোক পৰিত্যাগ কৰিছে । এই সংসাৰত মোৰ পিতৃ-মাতৃ, ককাই-

ভাই, ভাই-ভনী, বন্ধু-বান্ধৱ কোনো নাই । কুমাৰৰ উপেক্ষিতা হে বন্ধুহীনা মাধৱী ছিন্নমূলা মাধৱী লতাৰ দৰে কাৰ আশ্ৰয়ত জীয়াই থাকিব ? তাই কিহৰ আশাত জীয়াই থাকিব ? কুমাৰে বাৰু এই কথা উপলব্ধি কৰা নাইনে ?"

কুমাৰে মাধৱীক সান্ত্বনা দি ক'লে ।

— বিয়েই নহওক, দুনাই এনে দুঃসাহস কেতিয়াও নকৰিবা । কুমাৰ জীয়াই থাকোঁতে তুমি অন্য কথা চিন্তা কৰা উচিত নহয় ।"

— মই অন্য একো চিন্তা কৰা নাই । কিন্তু মই কি কৰোঁ ? কুমাৰক নেদেখি মোৰ ...."

— এয়া মই তোমাৰ চকুৰ আগতে ...." এইবুলি কৈ কুমাৰে মাধৱীৰ মুখখন ওপৰলৈ তুলি ধৰিলে । .....মাধৱীয়ে মিচিকিয়া হাঁহিৰে দুই হাতেৰে তেওঁৰ ডিঙিত সাৱটি ধৰি বুকুৰ মাজত সোমাব খুজিলে । বহুকাল প্ৰতীক্ষা কৰি থকাত তেওঁলোকৰ আলিঙ্গন দীঘলীয়া হ'ল । পৰস্পৰে পৰস্পৰৰ অন্তৰত প্ৰৱেশ কৰিব খোজাত দুয়োৰে পৃথক পৃথক স্থিতি লাজতেই যেন দূৰ হ'ল । ইয়াৰ পিছত তেওঁলোকৰ কথা-বতৰা আৰু শুনা নগ'ল । নিশাৰ সেই মুহূৰ্ত্তকেইটিক নিশ্বাসেই মুখৰিত কৰি তুলিলে ।

৯

বসন্ত কালৰ প্ৰথম মাহ । নিশাৰ প্ৰথম প্ৰহৰ । দূৰৈৰপৰা অহা ঘণ্টাৰ কোবত প্ৰতি প্ৰহৰৰ সঙ্কেত শুনা গৈছে । শীত প্ৰায় শেষ হওঁ হওঁ হলেও অতৃপ্ত প্ৰেমিকৰ দৰে যেন যাওঁ যাওঁ বুলিও যোৱা নাই, গৈয়ো বাৰে বাৰে ঘূৰি আহিছে । সূৰ্য্যৰ তাপ অনুভূত যোৱা নাই । বতাহৰ ভয়তে যেন ৰ'দ কোমল হৈ পৰিছে । চাৰিওফালে ফুলৰ বাগিচাবোৰত তাম বৰণীয়া কুঁহিপাতেৰে ভৰি পৰা গছ-লতাই এক অপূৰ্ব স্নিগ্ধতা বিস্তাৰ কৰিছে । কেতেকীফুলৰ সৌৰভ বোকোচাত লৈ অহা বতাহে ফুলৰ সৌৰভ বিলাইছে ।

সুন্দৰীয়ে দেখুওৱা পথেৰেই কুমাৰ ভাস্কৰবৰ্ম্মাদেৱে মন্ত্ৰণাকক্ষত প্ৰৱেশ কৰিলে । গুৰুগম্ভীৰ খোজেৰে লাহে লাহে সভাকক্ষত প্ৰৱেশ কৰোঁতে শালগছৰ দৰে ওখ আৰু

অসীম শক্তিশালী কুমাৰ তাৰকক কান্তিৰে দীপ্তিমান্ এক উজ্জ্বল তৰুৰ দৰে দেখা গৈছিল । সভাকক্ষত প্ৰৱেশ কৰি ৰজাই সযত্নে ইফালে সিফালে লক্ষ্য কৰিলে আৰু বৰীয়াসকলে আসন পৰীক্ষা-নিৰীক্ষা কৰাৰ পাছত আসনত বহিল । আসন গ্ৰহণ কৰিলত দুৱৰীয়ে ততাতৈয়াকৈ ৰজাক কেবাবাৰো প্ৰণাম জনাই সেইফালে পিঠি নিদিয়াকৈ যিদৰে আহিছিল, সেইদৰেই বাহিৰ ওলাই গ'ল । আসনত বহি কুমাৰে খোলা খিৰিকীৰে কোঠাৰ ভিতৰলৈ চোৰৰ দৰে সোমোৱা ৰ'দ পুৱাই আছে আৰু সেই খিৰিকীৰ মুখেদি কিবা এটি সুধিবলৈ ইচ্ছুক হৈয়ে যেন বাহিৰফালে চাই আছে । অলঙ্কাৰ পৰিহিতা, ৰূপহী সৌজন্যময়ী গণিকা কেইজনীমানে হাতত চোঁৱৰ লৈ ৰজাৰ শুশ্ৰূষা কৰি আছে । ওচৰতে আমগছত আমৰ মল চুহি মতলীয়া হৈ কুলিয়ে বাৰে বাৰে কুহু কুহু কৰি পঞ্চম ৰাগত সুৰ ধৰিছে । কুলিৰ মাত শুনি আৰু সিহঁতক নাচি নাচি এটা ডালৰ পৰা আনটো ডাললৈ যোৱা দেখি কুমাৰে কিবা এটি পাহৰা কথা সুঁৱৰিবলৈ চেষ্টা কৰাৰ দৰে বাহিৰ ফালে চাই কিবা ভাবি আছে । স্নানৰ পিছত অগৰু চন্দন আৰু গোৰচনা আদিৰ অনুলেপন লৈ আহ্নিক কৰ্ম সমাপন কৰা কুমাৰৰ পোৱা সোণৰ দৰে গালদুখন অতিশয় উজ্জ্বল দেখা গৈছে । 'শিৱৰ পাদপদ্মযুগলৰ বাহিৰে আন কাকো মই সেৱা নকৰোঁ' বুলি শৈশৱতে সঙ্কল্প গ্ৰহণ কৰা কুমাৰৰ কপালৰ তিনিডাল ৰেখাই তেওঁৰ মহেশ্বৰৰ প্ৰতি থকা ভক্তিকেই সূচাইছিল । অলপ ডাঠ শকত নাক আৰু অলপ ওলাই থকা গালৰ হাড়েৰে তেওঁৰ মুখমণ্ডল হৈ পৰিছে অধিক মনোৰম । তেওঁৰ পৌৰুষসূচক স্বভাব, বক্তিম, মদনোদ্দীপক নয়নযুগলে সীমিত বিস্তৃতিৰে মনৰ দৃঢ়তাকেই সূচাইছে । চকুৰ ডাঠ চেলাউৰিয়ে অলপ ঢাকি থোৱা বাবে চকুদুটা বেছি ডাঙৰ আৰু বহল নহয় যেন দেখা যায় । মূৰত মুকুট; দুয়োফালে পৰিপাটিকৈ ফনিওৱা চুলিকোছাই নিজৰ স্বভাৱজাত ক'লাৰঙেৰে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছে । কান্ধত ৰত্নখচিত পাটৰ চাদৰখনে তেওঁৰ শৰীৰ যে মেদবহুল নহয়, তাকে জনাইছে ।

দুৱৰীয়ে এনে সময়তে সভাকক্ষত প্ৰৱেশ কৰি সাষ্টাঙ্গে প্ৰণাম জনাই কুমাৰক জনালে,

— মহাৰাজ, গৌড়ৰাজ্যৰ পৰা ঘূৰি অহা সমাধি নামৰ গুপ্তচৰজন দুৱাৰমুখত ৰৈ আছে ।"

তাকে শুনি কুমাৰে "তেওঁক শীঘ্ৰে প্ৰৱেশ কৰোৱা" বুলি আদেশ দিলে । অন্তৰৰ ভাব বুজিব পাৰি ৰজাৰ সন্মানৰ কাৰণেই দুৱৰী নিজেই বাহিৰ ওলাই গ'ল । গুপ্তচৰজনে প্ৰৱেশ কৰিয়েই মাটিত দীঘল দি পৰি সাষ্টাঙ্গে কুমাৰক প্ৰণাম কৰিলে । তেতিয়া কুমাৰে

পোন হৈ বহি চামৰ ধাৰিণী পৰিচাৰিকাক চকুৰ সূক্ষ্ম ইঙ্গিতেৰে আঁতৰাই সন্মুখত থকা গুপ্তচৰক সুধিলে ।

— গুপ্তচৰ, তুমি কি জানি বুজি আহিলা যথাযথভাৱে কোৱাঁ । তুমি কি শুনিলা বা কি পালা ?"

সমাধিয়ে দুনাই ৰজাক প্ৰণাম জনাই ক'লে ।

— গুপ্তচৰ সদায় যথাৰ্থবাদী । ৰজাই চোৰাংচোৱাৰ চকুৰে দেখে । সেই কাৰণে ৰজাক "চাৰচক্ষু" বোলা হয় । গতিকে প্ৰকৃত কথা যথাযথভাৱে কোৱাৰ কাৰণে এই সেৱকৰ অপ্ৰিয়কথন মহাৰাজৰ কুশলৰ বাবে বুলিয়েই মহাৰাজে ক্ষমা কৰিব লাগে ।"

ৰজাই "গুপ্ত পুৰুষ ! কোৱাঁ কোৱাঁ নিঃসঙ্কোচে সকলো কোৱাঁ ।" বুলি কোৱাত কিছু সময় মৌন হৈ থাকি সমাধিয়ে স্পষ্ট ভাষাৰে কবলৈ ধৰিলে ।

— মহাৰাজ ! আমাৰ প্ৰাগ্‌জ্যোতিষ নগৰ এৰি মই গৌড়লৈ গৈছিলোঁ । এমাহৰ ভিতৰত গৌড়ৰাজ্য পালোঁগৈ । তাত ইন্দ্ৰৰ পুৰীৰ দৰে পুণ্যৱানসকলৰ বাসস্থান শতদল নামে এখন ঠাই আছে । তাতেই সুগন্ধি দ্ৰব্যৰ বেহাবেপাৰ কৰা বণিকৰ বেশত কস্তুৰী চন্দন আদিৰ কিনা বেচা কৰি থাকোঁতে মই সেই ৰাজ্যৰ প্ৰজা, মন্ত্ৰীবৰ্গ, ৰাজকুমাৰসকল আৰু শৰীৰ ৰক্ষকসকলৰ ক্ৰিয়াকলাপ লক্ষ্য কৰি আছিলোঁ । ৰজাৰ অভিপ্ৰায়নো কি তাকো যথাযথভাৱে নিৰ্ণয় কৰিছিলোঁ । মই জানিব পাৰিছোঁ — গুপ্তবংশীয় শশাঙ্ক ওৰফে নৰেন্দ্ৰ গুপ্তই এতিয়া সন্ধি-বিগ্ৰহ আদি ছবিধ ৰাষ্ট্ৰনীতি আশ্ৰয় কৰি দক্ষতাৰে ৰাজ্য শাসন কৰি আছে ...

.... সম্প্ৰতি প্ৰাগ্‌জ্যোতিষপুৰ জয় কৰি নিজৰ অধীন কৰিব লাগে বুলি নিশ্চয় কৰি সাপৰ ওজা সদৃশ নৰেন্দ্ৰ গুপ্তই যুদ্ধৰ সামগ্ৰীসমূহ সংগ্ৰহ, সৈন্যবল বৃদ্ধি, সমৃদ্ধি আহৰণ, মিত্ৰসকলৰ উন্নতি সাধন আৰু শত্ৰুৰ বিনাশ কৰিবলৈ উঠিপৰি লাগিছে । কুকুৰনেচীয়া বাঘৰ দৰেই সেই ৰজা নিষ্ঠুৰ । তেওঁ প্ৰজাক আৰু মন্ত্ৰীবৰ্গক মৰমৰ চকুৰে নাচায় । জয়ৰ আশাত শশাঙ্কই কেতিয়াবা 'মালৱৰাজে শত্ৰুতা আচৰণ কৰি গৌড়দেশ জয় কৰিব' বুলি আশঙ্কা কৰি তেওঁৰ প্ৰতি দান, মান আৰু উপঢৌকন আগবঢ়াই সন্মান জনাইছে । নৰেন্দ্ৰগুপ্তই কপটমিত্ৰতা দেখুৱাই মালৱাধিপতি বুধগুপ্তক মৌখৰি সকলৰ দ্বাৰা ভয় খুৱাইছে । মৌখৰিৰাজ কেতিয়াবা থানেশ্বৰৰ অধিপতিৰ বিৰুদ্ধে যাব পাৰে বুলিয়েই প্ৰভাকৰে মৌখৰিৰাজকুমাৰ গ্ৰহবৰ্মালৈ নিজৰ লক্ষ্মীস্বৰূপিণী কন্যা ৰাজ্যশ্ৰীক বিয়া দিছিল । থানেশ্বৰ আৰু কান্যকুব্জৰ মিত্ৰতা মালৱসকলৰ বিনাশৰ কাৰণ হ'ব পাৰে

বুলি নৰেন্দ্ৰগুপ্তই বুধগুপ্তক পতিয়ন নিয়ালে । বুধগুপ্তয়ো সেইকথা বিশ্বাস কৰি গ্ৰহবৰ্মাৰ বিনাশ ঘটাবলৈ পিশাচৰ দৰেই ছেগ চাই আছিল । গতিকে যিদিনা অৱনীপতি প্ৰভাকৰৰ মত্যুৰ বাতৰি প্ৰচাৰ হ'ল সেইদিনাই গ্ৰহবৰ্মাক দুৰাত্মা বুধগুপ্তই নিজৰ সুকৃতিৰে সৈতে পৰলোকলৈ পঠালে । ৰাজ্যবৰ্দ্ধনে ইতিমধ্যে সকলো বৃত্তান্ত জানিবলৈ পাই থানেশ্বৰৰ বিৰুদ্ধে মালৱাধিপতিৰ অভিযান আশঙ্কা কৰি ভায়েক হৰ্ষবৰ্দ্ধনক এই বুলি ক'লে ।

— ভাই হৰ্ষ, মালৱৰাজৰ হাতত পুষ্পভূতি বংশৰ পৰাজয়ৰ কথা শুনিছা ? ইয়াতকৈ আৰু অন্য কি অপযশ শুনিবলৈ আছে ? তুমি থাকা ; সেনাধ্যক্ষসকল আৰু মন্ত্ৰীসকল থাকক, মই আজিয়েই মালৱকুলৰ ধ্বংসৰ কাৰণে যাত্ৰা আৰম্ভ কৰিম । ৰাজ্য ৰক্ষাৰ বাবে সৈন্যসকলৰ আধা ইয়াতে থাকক । আমাৰ সেনাপতি ভণ্ডীয়ে আধা সৈন্য লগত লৈ মোক অনুসৰণ কৰক । মই অচিৰে সেই মালৱপিশাচক লোৰ শিকলিৰে বান্ধি ইয়ালৈ লৈ আহিম ।"

এইবুলি কৈ ৰাজ্যবৰ্দ্ধনে সৈন্যসামন্ত লৈ মালৱলৈ যাত্ৰা কৰিলে । বুধগুপ্তই শত্ৰুৰ স্ত্ৰী উপভোগ্যা বুলি ভাৱি ৰাজ্যশ্ৰী আৰু অন্যান্য মৌখৰি বংশৰ ৰমণীসকলক নিজ অন্তঃপুৰলৈ আনিলে । ইয়াৰ কিছুদিন পিছত তাত অষ্টমী চন্দ্ৰমহোৎসৱ আৰম্ভ হ'লত, পুৰনাৰীসকলে ৰজাৰ অন্তঃপুৰতপ্ৰৱেশ কৰিলে আৰু তেতিয়াই সাহীৰাজকন্যা অশ্ৰুমতীৰপৰা আগতেই সঙ্কেত পাই স্ত্ৰীৰ বেশধাৰী মীনকেতু নামৰ ৰাজকুমাৰ এজনে অন্তঃপুৰত প্ৰৱেশ কৰিছিল । অন্তঃপুৰৰ পৰিচালকসকল যেতিয়া সুৰা পানত উন্মত্ত আছিল, তেতিয়া ৰাজ্যশ্ৰীয়ে উৎসৱলৈ অহা নগৰৰ মহিলাসকলৰ লগত কোনোৰে নেদেখাকৈ মীনকেতুৰ লগত বাহিৰলৈ ওলাই গ'ল । তেওঁলোক দুয়ো ক'লৈ গ'ল কোনোৱে নাজানে । জনপ্ৰবাদমতে মালৱৰ পৰা অহা কোনো শক ছত্ৰপৰ হাতত তেওঁলোক বন্দী হৈছিল । শত্ৰুৰ হাতত মীনকেতুৰ মৃত্যু হ'ল, কিন্তু ৰাজ্যশ্ৰী ক'লৈ গ'ল কোনেও একো নাজানে ।

ইপিনে ৰাজ্যবৰ্দ্ধন আগবাঢ়ি অহা বুলি শুনি গৌড়ৰাজে ওচৰচুবুৰীয়া সামন্ত কল্যাণচন্দ্ৰৰ লগত আলোচনা কৰি তেওঁক আহ্বান জনালে । কল্যাণ চন্দ্ৰই সুৰা আৰু সুন্দৰীৰে ৰাজ্যবৰ্দ্ধনক সন্তুষ্ট কৰিবলৈ ধৰিলে । কুবেৰৰ সৈতে মহাদেৱৰ যেনে মিত্ৰতা কল্যাণচন্দ্ৰৰ লগতো ৰাজ্যবৰ্দ্ধনৰ তেনেকুৱা মিত্ৰতা হ'ল । কল্যাণচন্দ্ৰই তেওঁক জনালে যে মধুৰভাষিণী, অনুৰাগৱতী আৰু নৱনীত-কোমলাঙ্গী গৌড়ললনা শয্যাত অনুপম । গৌড়াধিপতি শশাঙ্কৰ শ্ৰীমতী নামৰ অপূৰ্ব সুন্দৰী কন্যা আছে । সেই কন্যাৰত্ন যেন

লাৱণ্যৰ মাজৰ পৰাহে ওলাই আহিছে । শশাংকই নিজৰ কন্যাক মালৱাধিপতি বুধগুপ্তলৈ বিয়া দিবলৈ ইচ্ছা কৰিছে । সেই অধম মালৱৰাজ বয়সত প্ৰৌঢ় । শশাংকৰ কন্যা শ্ৰীমতী অনিন্দ্যসুন্দৰী । আপুনিয়েই সেই যুৱতীৰ উপযুক্ত বৰ । এয়েই মোৰ অভিমত । গতিকে আপুনি গৌড়দেশলৈ আহক, আহি নিজেই গৌড়ললনাৰ যৌনকলাত নৈপুণ্য আৰু সুকোমলতা অনুভৱ কৰক ।"

এনেকুৱা বহুতো কামোদ্দীপক কথাৰে কল্যাণচন্দ্ৰই তেওঁক গৌড়দেশলৈ মাতি আনিলে । গৌড়ৰাজৰ কন্যাক দেখা পোৱাৰ প্ৰবল ইচ্ছাত ৰাজ্যবৰ্দ্ধন অপেক্ষা কৰিবলৈ অসহিষ্ণু হৈ পৰিল । কল্যাণচন্দ্ৰৰ পৰামৰ্শত যেতিয়া ৰাজ্যবৰ্দ্ধনে শশাংকৰ কন্যান্তঃপুৰত প্ৰৱেশ কৰিলে, তেতিয়া ৰক্ষীবিলাকে তেওঁক ধৰি ৰজাৰ ওচৰলৈ আনিলে । ৰজাই তেওঁক ৰাজঅন্তঃপুৰৰ মৰ্য্যাদা ভঙ্গৰ অপৰাধত প্ৰাণদণ্ডেৰে দণ্ডিত কৰিলে ।

হৰ্ষবৰ্দ্ধনৰ পিতৃ-মাতৃ স্বৰ্গগামী, ভনীজোঁৱায়েক আৰু ভায়েকক শত্ৰুৰ হাতত নিহত আৰু ভনীয়েক নিৰুদ্দেশ । এনে পৰিস্থিতিত হৰ্ষই কোনোমতে ধৈৰ্য্য ধৰি অৰাজক প্ৰায় পুষ্পভূতি বংশৰ পিতৃ-পিতামহৰ সিংহাসনত আৰোহণ কৰিলে । তাৰ পিছতেই তেওঁ মন্ত্ৰীৰ হাতত ৰাজ্যভাৰ অৰ্পণ কৰি মালৱ আৰু গৌড়ৰাজ্য জয় কৰিবলৈ চতুৰঙ্গবাহিনীৰে শত্ৰুৰ বিৰুদ্ধে যাত্ৰা কৰিলে ..."

চৰৰ মুখৰপৰা সকলো শুনি বিশেষকৈ হৰ্ষৰ অভিযানৰ কথা শুনি আনন্দিত হৈ ভাস্কৰে আকৌ চোৰাংচোৱাক সুধিলে ।

— কিমান সৈন্যেৰে হৰ্ষই গৌড়ৰ বিৰুদ্ধে অভিযান কৰিছে, ক'ব পাৰানে ?"

— মানুহে কয় এক বিৰাট সৈন্যবলেৰে এই অভিযান আৰম্ভ হৈছে । প্ৰকৃত সংখ্যা মই নাজানো ।" গুপ্তচৰে ক'লে ।

— এতিয়াই এই কাৰ্য্য সাধন কৰিব লাগিব ।" এইবুলি কৈ মহাৰাজ ভাস্কৰবৰ্মাই তেওঁক যাবলৈ অনুমতি দি চিন্তাকুল হৈ নিজে নিজেই লাহে লাহে ক'বলৈ ধৰিলে,

— যদি হৰ্ষই গৌড়দেশ জয় কৰে কেতিয়াবা তেওঁ কামৰূপো জয় কৰিবলৈ আগ বাঢ়িব পাৰে । শুনা যায় উত্তৰাপথত তেৱেঁই একছত্ৰী সম্ৰাট । আকৌ যদি হৰ্ষবৰ্দ্ধন যুদ্ধত হাৰি ভয়বিহ্বল হৈ পৰে, তেন্তে গৌড়ৰ অধিপতিৰ পুনৰ কামৰূপ জয়ৰ আকাংক্ষা প্ৰবল হ'ব আৰু আমাৰ মহা অনিষ্ট সাধন কৰিব । গতিকে অতিশীঘ্ৰে সেই শত্ৰুদমন কৰিবলৈ চেষ্টা কৰা উচিত হব । কেনেকৈ ..... কি উপায়েৰে ....কিয়েইবা ....কৰ্ত্তব্য । নহয়, নহয় ... জানিছোঁ .. আঃ মনত পৰিছে । ..... স্বৈৰিণীৰ বেশধাৰিণী

যুৱতী মালতীক শত্ৰুপক্ষৰ গুপ্তচৰ বিলাকৰ গতিবিধি জানিবলৈ কৰ্ণসুবৰ্ণলৈ পঠিয়াইছিলোঁ । বঙ্গভাষাত অভিজ্ঞা সেই ৰমণী কামোদ্দীপক কথাৰে প্ৰৱঞ্চনা কৰি গুপ্তচৰ বিলাকক বিয়াকুল কৰিবলৈ সক্ষম । বিভিন্ন বেশ, ভাষা আদিত নিপুণা বুলিয়েই মালতীক শত্ৰুৰাজ্যত ৰখা হৈছে । মালতী এতিয়াও তাতে আছেনে ? এতিয়া বসন্ত কাল । বসন্তৰ লগে লগেই তাইক উলটি আহিবলৈ আদেশ দিয়া হৈছিল । মালতী ইতিমধ্যে উলটি আহিল নে নাই মই নাজানো ।"

ভাস্কৰে দুৱৰীক মাতিলে, — দুৱাৰত কোন আছে ? শীঘ্ৰে আহাঁ ।"

দুৱৰীয়ে শীঘ্ৰে প্ৰৱেশ কৰি প্ৰণাম জনালে আৰু ৰাজ আজ্ঞা গ্ৰহণ কৰিবলৈ সাজু হৈ ৰ'ল ।

ৰজাই দুৱৰীক আদেশ দিলে, — মালতীক শীঘ্ৰে ইয়ালৈ মাতি আনা । তাই ক'ত আছে জানানে ?"

"হয় জানো" বুলি কৈ দুৱৰী তাৰপৰা ওলাই গ'ল । ইয়াৰ পিছত দুৱৰীয়ে দেখুওৱা পথেৰে মালতী কোঠাৰ দুৱাৰ মুখলৈ আহিল । মালতী বহুপৰ ভাস্কৰবৰ্মাৰ মুখলৈ সতৃষ্ণ নয়নে চাই ৰ'ল । অনিমেষ নয়নেৰে ভাস্কৰবৰ্মালৈ চাই থাকোঁতে মালতীৰ মনত একেলগে হৰ্ষ, শোক আৰু ক্ষোভে জুমুৰি দি ধৰিলে । ওচৰলৈ যাবলৈ ইচ্ছা কৰিও ৰজাৰ অন্তৰৰ ভাৱনো কি নিশ্চয় কৰিব নোৱাৰি আগ বাঢ়িবলৈ মালতী অসমৰ্থ হ'ল । হাঁহি মুখেৰে কথা কব খুজিও মালতী ক্ষন্তেক নিৰ্বাক হৈ ৰ'ল আৰু হাতযোৰকৈ প্ৰণাম কৰিবলৈ যত্ন কৰিও নিশ্চল হৈ পৰিল । মালতী কিছু সময় ছবিৰ দৰে অচল হৈ থাকিল । মালতী কিংকৰ্ত্তব্যবিমূঢ় হৈ ৰ'ল । তাই মনতে ভাবিলে ।

'সৌভাগ্যক্ৰমেহে মই আকৌ মহাৰাজক দেখা পাইছোঁ । প্ৰকৃততে কিমান সময় অতিবাহিত হ'ল মোৰ মনতে নপৰে । মই প্ৰাগ্‌জ্যোতিষপুৰৰ পৰা কেতিয়া বিদেশলৈ গৈছিলোঁ ? এক মুহূৰ্ত্তও কুমাৰক নেদেখাকৈ থাকিব নোৱৰা মই পাষাণেৰে হৃদয় বান্ধি একছৰ অতিবাহিত কৰিলোঁ । কুমাৰক নেদেখাকৈ মোৰ প্ৰাণটো যে কেনেকৈ দেহত থাকিল ? শৰীৰৰ দুৱাৰেদি সি পলাই নগ'ল এইটোহে আচৰিত । ...ভাবিছোঁ, কুমাৰে মোক আগৰ দৰে গাঢ় আলিঙ্গনেৰে মৰমেৰে ওপচাই লব নে বাৰু ? কুমাৰৰ আলিঙ্গনাবদ্ধ হৈ মই সংসাৰ আৰু মোৰ নিজৰ পৃথক জ্ঞান হেৰুৱাই পেলাওঁ । মই যেতিয়া দূৰত আছিলোঁ, তেতিয়া বাৰু কুমাৰৰ মোলৈ কেতিয়াবা মনত পৰিছিল নে ? নহয়, মই সেইখিনি বিচৰা অনুচিত । ৰজাসকল স্বভাৱতেই বহুবল্লভ । ৰাজ অন্তঃপুৰ হিমালয়ৰ প্ৰান্তৰপৰা অনা ৰূপ লাৱণ্যৰে অপ্সৰা তুল্য ৰমণীৰে ভৰপূৰ । সকলোকে

পৰিত্যাগ কৰি কুমাৰ কেৱল এগৰাকী ৰমণীৰ প্ৰতি কিয় আসক্ত হ'ব ? ...এনে কথা অতি আচৰিত । কিয় ৰাক মহাৰাজে এতিয়ালৈকে কাকো মহাৰাণী কৰা নাই ? পিতৃৰজা স্বৰ্গী হোৱাত আৰু ককায়েকৰ মৃত্যু ঘটাত ভাস্কৰবৰ্মাদেৱেই প্ৰাগ্‌জ্যোতিষপুৰ ৰাজ্যৰ মহাৰাজাধিৰাজ । প্ৰধান মহিষী-বিহীন হৈ মহাৰাজে কেনেকৈ সকলো সম্পাদন কৰিব ? সহধৰ্মাচৰণেই বা কেনেকৈ সম্ভৱ হ'ব ? কুমাৰে ৰাক ৰাজমহিষী বিলাকৰ ভিতৰত কাকো বিশেষত্ব দিব নোখেজে নেকি ? আগেয়ে শুনিছিলোঁ যে মহাকাল মন্দিৰৰপৰা অহা নৃত্যপটিয়সী, কলানিপুণা মাধৱীয়েই প্ৰধান মহিষী হ'ব । মহাৰাজে তেনে সিদ্ধান্ত কৰিছে । মাধৱীক কুমাৰে মনেৰে বৰণ কৰিলেও মন্ত্ৰীসকলে মাধৱী নৰ্ত্তকী বুলি সেই সিদ্ধান্ত অনুমোদন কৰা নাই । ইফালে প্ৰজাবৰ্গৰো ক্ষোভৰ আশঙ্কা আছে । সেইকাৰণেই সম্ভৱতঃ মহাৰাজে মাধৱীক মহাৰাণী কৰা নাই । নিশ্চয় মাধৱীগত প্ৰাণ কুমাৰে অন্য কাকো সেই স্থানত অভিষিক্ত কৰিবলৈ ইচ্ছা নকৰে । মহাৰাজাধিৰাজ ভাস্কৰবৰ্মাদেৱ এতিয়াও সেই দেখি কুমাৰ নামেৰেই প্ৰসিদ্ধ । মোৰ বিশ্বাস মহাৰাজে ৰাজ অন্তঃপুৰৰ কোনো নাৰীকে কেতিয়াও প্ৰধান মহিষীৰূপে বৰণ নকৰে । যি হয় হওক, চিন্তাৰ প্ৰয়োজন নাই । মহাৰাজে মাধৱীক পৰিত্যাগ কৰি মোকতো আৰু পাটৰাণী নকৰে ? মাধৱী দেৱদাসী বুলি নাগৰিকসকলে গ্ৰহণ নকৰে । তেনেহ'লে মই কেনেকৈ তেনে মৰ্য্যাদা লাভ কৰিম ? ময়ো স্বৈৰিণীৰূপে দেশ দেশান্তৰ ঘূৰিছোঁ, লাজ মান পৰিত্যাগ কৰি কুলটাৰ নিচিনাকৈ বহু পুৰুষৰ বক্ষলগ্না হৈ ৰাতিৰ পিছত ৰাতি কটাইছোঁ । মাধৱীৰ সন্তুষ্টিৰ বাবেই মহাৰাজে মোক স্বৈৰিণীবেশত পৌণ্ড্ৰবৰ্দ্ধনলৈ পঠিয়াইছিল নেকি ? মোৰ স্বৈৰিণীৰূপ প্ৰকাশ পালে মোৰ আৰু কেতিয়াও মহিষীপদৰ বাবে যোগ্যতা নাথাকিব । ...এইদৰে চিন্তা কৰা অনুচিত । কুমাৰে মোৰ প্ৰতি অন্যায় কৰিছে বুলি মই আশঙ্কা নকৰোঁ । কুমাৰে মোক অনুগ্ৰহ দেখুওৱা বাবে মই নিজকে সৌভাগ্যৱতী বুলিহে ভাবোঁ । মহাৰাজৰ অনুগ্ৰহেই মোৰ জীৱন । তেওঁকেই স্মৰণ কৰি মই সুখ পাওঁ । কুমাৰক দেখিলেই মই ৰোমাঞ্চিত হওঁ ...শৰীৰ পুলকিত হয় । কুমাৰৰ আলিঙ্গনত মই স্বৰ্গীয় সুখ অনুভৱ কৰোঁ । এতিয়া জানো মোৰ ইচ্ছা পূৰণ হব ? ...মই যে এতিয়া কুলটা !

......ৰজাৰ নিৰ্দেশত মই স্বৈৰিণীৰূপ লৈছোঁ । মই ৰজাৰ আদেশ পালন কৰিছোঁ । মোৰ গণিকাতুল্য বৃত্তি কৃত্ৰিম । মোৰ শৰীৰটো ব্যভিচাৰী সঁচা, কিন্তু মোৰ মন তেনে নহয়, ই পৱিত্ৰ । মহাৰাজৰ অভ্যুদয় আৰু মঙ্গলৰ কাৰণেই মই এনে কাম কৰিছোঁ । ... তথাপি মই স্বৈৰিণী বুলি যদি কুমাৰে মোৰ প্ৰতি এতিয়া ঘৃণা প্ৰকাশ কৰে ? মই যদি বাৰবনিতা হওঁ, তেন্তে মাধৱীনো কি ? তায়ো দেৱদাসী । দেৱনৰ্ত্তকী

মাধৱী এতিয়া মহাৰাজৰ মনপ্ৰভা হব আৰু বৈৰিণী বেশ লোৱাৰ বাবেই মই এতিয়া দূৰৈত থাকিম ? এনে চিন্তা অনুচিত । যদি কুমাৰে মোক মৰমৰ চকুৰে নাচায় ... ? হৃদয় আশ্বস্ত হ । মিছাতে আশঙ্কা নকৰিবি । মই আৰু একো নাভাবোঁ ।'

এইদৰে বহুত ভাৱি-চিন্তি যেতিয়া মালতী অচল হৈ বৈ আছিল, তেতিয়া দুৱৰীয়ে মালতীক সোঁৱৰাই দিলে ।

—বৈ নাথাকিব । এয়া মহাৰাজ আসনত বহি আছে । চামৰধাৰিণীৰ বাহিৰে কোঠাৰ ভিতৰত কোনো নাই । লাহে লাহে প্ৰৱেশ কৰক ।"

দুৱৰীৰ কথা শুনি মালতীয়ে টোপনিৰপৰা সাৰ পোৱাৰ দৰে "এয়া মই, এয়া মই গৈছোঁ" — বুলি লাহে লাহে ভয় ভয়কৈ মন্থৰ গতিৰে কুমাৰৰ ফালে আগবাঢ়ি আহিল । ৰজাই বহুদিনৰ মূৰত মালতীক দেখি অতি সাৱধানে আনন্দ উলাহ আৰু মনৰ অভিলাষ সংযত কৰি ৰাজোচিত গাম্ভীৰ্য্যৰে মালতীৰ ফালে চালে ।

"মহাৰাজৰ জয় হওক" বুলি মালতী কুমাৰৰ কাষ চাপিল ।

—আহাঁ, আহাঁ মালতী । ওচৰলৈ আহাঁ । ইয়াতে বহাঁ । তোমাৰ সৰ্বাঙ্গীন মঙ্গল নে ?" ৰজাই সুধিলে ।

— হয় সম্প্ৰতি মহাৰাজৰ দৰ্শন লাভ কৰাত সকলো প্ৰকাৰে মঙ্গল ।"

— তুমি কৰ্ণসুৱৰ্ণৰ পৰা কেতিয়া উভতি আহিলা ? তাত কি দেখিলা ? কি জানিলা ? সকলো যথাযথভাৱে নিঃসঙ্কোচে কোৱাঁ ।"

— কালি বেলি মাৰ যোৱা সময়ত মই প্ৰাগ্‌জ্যোতিষপুৰ নগৰ পাইছোঁহি । মহাৰাজক দৰ্শন কৰিবলৈ মই সুবিধা চাই আছিলোঁ, এনেতে ৰাজ সেৱকে মোক ইয়ালৈ অহাৰ আদেশ দিলে ।"

— ভালেই কৰিলা, মালতী । তুমি যথাসময়ত উপস্থিত হৈছাহি । এতিয়া সকলো কোৱাঁ । ইয়াত সঙ্কোচৰ কোনো কাৰণ নাই ।" এইবুলি ভাস্কৰবৰ্মাই চকুৰ ইঙ্গিতেৰে চামৰধাৰিণী পৰিচাৰিকাক কোঠাৰপৰা বাহিৰলৈ যোৱাৰ নিৰ্দেশ দিলে । তাৰ পাছত মালতীৰ মুখলৈ চাই অলপ হাঁহি ক'লে, — নিঃসঙ্কোচে কোৱাঁ, মালতী ।"

মালতীয়ে তেতিয়া আৰু কিছু ওচৰলৈ গৈ হাত যোৰকৈ ভাস্কৰবৰ্মাদেৱক আকৌ প্ৰণাম কৰি আসন গ্ৰহণ কৰিলে আৰু কবলৈ চেষ্টা কৰিলে, কিন্তু হঠাতে তাইৰ মুখৰপৰা

কোনো কথা নোলাল । তেতিয়া মালতীয়ে গাটো অলপ ইফাল সিফাল কৰি খুব কষ্টেৰে যেন কৰবলৈ ধৰিলে ।

— মহাৰাজে মনোযোগ দি শুনিলে সকলো জানিব । মহাৰাজে মোৰ যেন কোনো দোষ নধৰে । মহাৰাজৰ আদেশ মালাৰ দৰেই মূৰত লৈ মই ইয়াৰপৰা কৰ্ণসুবৰ্ণলৈ গৈছিলোঁ । চন্দ্ৰপুৰী অঞ্চলত চট্টল নামে এখন গাঁও আছে । তাত ধনীসকলৰ বাস । সেই ঠাইলৈ অহা এজন বিদেশী বণিকৰ লগত মোৰ কিছুদিনৰ বাবে মিত্ৰতা হৈছিল । তাৰ পাছত সেই বণিকজনৰ লগত বেহা-বেপাৰৰ ছলেৰে মই নগৰ আৰু গাঁও ঘূৰি ফুৰি প্ৰজাবৰ্গৰ ৰজাৰ প্ৰতি ভক্তি, ৰাজকৰ্মচাৰীসকলৰ কাৰ্য্যকলাপ, ৰজাৰ চালচলন আৰু যুদ্ধৰ সামগ্ৰী আহৰণ আদিৰ বিষয়ে জানিব পাৰিছোঁ, সেই বণিকজনৰ লগত মই ..." এইবুলি আধাকোৰাকৈ বাক্য শেষ নকৰাকৈয়ে মালতীয়ে কিছুপৰ তলমূৰাকৈ থাকি লাজৰ অভিনয় কৰিলে । তেতিয়া ভাস্কৰে মিচিকিয়া হাঁহিৰে মালতীক মধুৰ কথাৰে উদ্‌গনি দি ক'লে ।

— মালতী, সঙ্কোচ নকৰিবা ; সকলো কোৱা । ইয়াত ভয়-সঙ্কোচৰ কথা একো নাই । দুখ কৰবিলগীয়া বা লাজ কৰিব লগীয়াও একো নাই । ৰাজ আজ্ঞা যথাৰ্থৰূপে পালন কৰি তুমি উচিত কাম কৰিছা । বণিকসকলেই ভালকৈ জানে ৰাজ্যৰ বৈভৱ, ৰাজকোষৰ অৱস্থা, নতুন কৰ লগোৱাৰ প্ৰতিক্ৰিয়া আৰু যুদ্ধৰ সামগ্ৰী আহৰণৰ ব্যৱস্থা ।"

— মহাৰাজে প্ৰকৃত কথা কৈছে ।" — মালতীয়ে ক'লে ।

— সেই বণিকজনে মগধদেশৰপৰা পাঁচশ নাও আৰু ছহেজাৰ ঘোঁৰা লৈ আহিছিল । তেওঁ কৈছিল যে নতুন কৰ লগাই গৌড়াধিপতিয়ে ৰাজকোষ পূৰ্ণ কৰিছে । ৰজাই লো আৰু তামৰ খনিত নিজৰ মানুহ নিযুক্ত কৰিছে । ৰজাৰ আজ্ঞা নহলে কোনো সেই খনিবোৰৰ ওচৰলৈ যাব নোৱাৰে । তেওঁ মোক নন্দীপুৰলৈয়ো লৈ গৈছিল । তাত এজন জমিদাৰে মোক বিশ্বাস কৰি বণিকসকলে বিদেশৰ পৰা অনা মণি-ৰত্ন পৰীক্ষা কৰিবলৈ নিযুক্ত কৰিছিল । এইদৰে কেইমাহমান যোৱাত মণ্ডলাধিপতিয়ে মোক ৰাজপথৰ প্ৰপাপালিকা ৰূপে নিযুক্ত কৰিলে । দেশ-বিদেশৰ পৰা অহা যোৱা বণিক, শ্ৰেষ্ঠী আৰু অন্যান্য লোকৰ কাৰ্য্যকলাপ জানিব পাৰিম বুলিয়েই মই ৰাজপথৰ পানীয়শালাৰ ৰখীয়া পদ নিজেই গ্ৰহণ কৰিলোঁ । যদিহে কেনেবাকৈ শত্ৰুপক্ষৰ গুপ্তচৰৰ লগত কেতিয়াবা দেখা-সাক্ষাৎ হয়, তেন্তে মনৰ ইচ্ছা পূৰ্ণ হ'ব —মই ইয়াকেই চিন্তা কৰি আছিলোঁ । প্ৰপাপালিকা হৈ মই বৰ কষ্টেৰে কাল কটাইছিলোঁ । ৰাতি এবা এৰি

হৈ থকা চাকৈ-চকোৱাৰ দৰে মই অতিশয় মানসিক কষ্টত উজাগৰে ৰাতি কটাই তপত চকুলোৰে গাৰু তিয়াই ...” —এইবুলি কওঁতে মালতীৰ চকুলো বৰবৈ ধৰিলে আৰু কণ্ঠৰোধ হ'ল । মালতীয়ে তেতিয়া এখন হাতেৰে বৈ পৰা চকুপানী মচিলে । তাকে দেখি সান্ত্বনা দি ৰজাই মালতীক ক'লে ।

— মালতী, এতিয়া অনুশোচনাৰ সময় নহয় । দুঃখ নকৰিবা । এতিয়া সুফলৰ দ্বাৰাই সকলো দুখৰ অৱসান হৈছে । শৰীৰৰ কষ্টও অচিৰেই নাইকিয়া হ'ব । কোৱা প্ৰপাপালিকা হৈ তুমি কি কৰিলা ? কি কি কথা জানিলা ? কি শিকিলা ?”

মালতীয়ে ঘাই কথাৰে আহি ক'লে, — এসময়ত মাধৱ নামেৰে এজন ৰাজকৰ্মচাৰী যেন লগা অশ্বাৰোহী যুৱক জলপ্ৰপালৈ আহিছিল আৰু তেওঁক মই নাম, ধাম আদি সুধিবলৈ ধৰোঁতেই হঠাতে কেইজনমান অস্ত্ৰধাৰী লোক পানীয়শালাৰ ফালে অহা দেখিলোঁ । দূৰৈৰ পৰাই অশ্বাৰোহী লোকসকলক দেখি মাধৱ বিদ্যুৎ গতিৰে ঘোঁৰাত উঠি তাৰপৰা পলাল । এই বেচেৰীযেও গত্যন্তৰ নোহোৱাত তেওঁৰ লগতেই ঘোঁৰাত উঠি যাব লগা হ'ল । দৰাচলতে সেই অশ্বাৰোহী কেইজন মাধৱক হত্যা কৰিবলৈ অহা নাছিল । মোকো বন্দী কৰি নিবলৈ তেওঁলোক অহা নাছিল । ৰজাৰ অনিষ্টকাৰী পলাতক কোনো সামন্তক ধৰিবলৈ বিচাৰিহে তেওঁলোক সেইফালে আহিছিল । গতিকে সেই সৈনিককেইজনে আমাক অনুসৰণ কৰা নাছিল । যাওক বাৰু ... মাধৱক দেখাৰে পৰাই তেওঁক শত্ৰুৰ গুপ্তচৰ বুলি মোৰ মনত সন্দেহ জন্মিছিল । সেই দেখি যি কোনো উপায়েৰে তেওঁক অনুসৰণ কৰিবলৈ মই থিৰ কৰিলোঁ । ঘোঁৰাত উঠি বেগাই যোৱাত সন্ধিয়া সময়ত আমি এটা দুৰ্গ পালোঁগৈ । প্ৰথমে নগৰ ৰক্ষকৰ হাতত নিগৃহীত হলেও সেনাধ্যক্ষই ৰাতি কটাবলৈ আমাক অতিথিশালালৈ পঠিয়াই দিলে । সেই অঞ্চলটো সামন্ত পৰ্ণদত্তৰ দ্বাৰা শাসিত গৌড়ৰাজ্যৰ অন্তৰ্গত বুলি বুজিব পাৰিলোঁ । দুৰ্গপাল সিংহবৰ্মাৰ দ্বাৰা ৰক্ষিত এটা বৃহৎ স্থলদুৰ্গ তাত আছে । দুৰ্গৰক্ষক আৰু সেনাধ্যক্ষই মোৰ আৰু মাধৱৰ প্ৰকৃত পৰিচয় কেনেবাকৈ জানিব বুলি পেটে পেটে মোৰ বৰ ভয় লাগিছিল যদিও মাধৱৰ স্বৰূপ কথাৰ ছলেৰে জানি ললোঁ । জানিলোঁ যে তেওঁ শশাঙ্কৰ গুপ্তচৰ । সেই কথা জানিয়েই তেওঁক এনেভাৱে বিৱশ কৰিলোঁ যে তৎক্ষণাত তেওঁ নিচা ধৰা মানুহৰ দৰে হ'ল । সেই অৱস্থাতে তেওঁৰ হাতৰ পৰা মই এই আঙঠিটো সৰকাই আনিলোঁ ।” —এইবুলি কৈ মালতীয়ে নিজৰ আঙুলিৰপৰা আঙঠিটো সোলোকাই ৰজাৰ আগত থলে । তাৰ পিছত কাপোৰৰ গাঁঠিৰপৰা মানচিত্ৰ আৰু সংকেত লিপিৰে লিখিত ভুৰ্জপত্ৰ এখনো উলিয়াই আগৰ দৰে ৰজাৰ আগত থৈ মালতীয়ে কৰবলৈ ধৰিলে ।

— সংকেতলিপিৰে লিখা ভুৰ্জপত্ৰ তেওঁৰ পাগুৰিৰ পৰা অনা হৈছে, এই মানচিত্ৰখনি তেওঁৰ কাপোৰৰ টোপোলাত আছিল । মহাৰাজে দৃষ্টিপাত কৰিলে ভাল হয় ।"

শশাঙ্কৰ নামাঙ্কিত সেই আঙঠিটো দেখিয়েই ৰজাই বিস্ময়ান্বিত হৈ ক'বলৈ ধৰিলে, — মালতী, তুমি দুষ্কৰ কাৰ্য্য কৰিছাঁ । যি কাম এতিয়ালৈ কোনো গুপ্তচৰে কৰিব পৰা নাই, তুমি তেনে কাৰ্য্য সাধন কৰিছাঁ । উত্তম কাম কৰিছাঁ । তুমি নিঠাৰে আৰু অকপট ভাবে ৰাজ্যৰ সেৱা কৰিছাঁ । তুমি অভিনন্দিত হোৱা উচিত । এতিয়া কোৱাঁ, আঙঠিটো হাত কৰাৰ পাছত তুমি কি কৰিলাঁ ? এইখন বা কোন প্ৰদেশৰ মানচিত্ৰ ? ইয়াত কি কি চিহ্নিত কৰা হৈছে —তুমি জানানে ?"

মালতীয়ে এখন হাতেৰে মানচিত্ৰখন মেলি ধৰি ভাস্কৰবৰ্মাৰ মুখলৈ চাই ক'বলৈ আৰম্ভ কৰোঁতেই তাইৰ দুচকুৰ সৈতে কুমাৰৰ দুচকুৰ মিলন হ'ল । চাৰি চকুৰ মিলন হ'লত, মালতী বিচলিত হৈয়ো কোনোমতে ধৈৰ্য্য ধৰি থাকিল । দুয়োৰে দৃষ্টিৰ বিনিময়ত কি কথা প্ৰকাশ হ'ল —মালতীয়ে ক'ব নোৱাৰিলে, ৰজায়ো ভালদৰে নাজানিলে । তথাপি মালতীয়ে নিজৰ মনৰ অব্যক্ত ভাব কথাৰে ব্যক্ত কৰা নাছিল আৰু কুমাৰেও অন্তৰৰ ভাবৰ একো ইঙ্গিত দিয়া নাছিল । অব্যক্ত অকথিত হ'লেও যেন তেওঁলোকৰ অন্তৰৰ ভাব সুস্পষ্ট হৈ পৰিছিল । ক্ষন্তেক নীৰৱে থাকি মালতীয়ে আকৌ ক'বলৈ ধৰিলে ।

— মহাৰাজ ! এই আঙঠিটো, এই মানচিত্ৰখন আৰু ভুৰ্জপত্ৰত লিখা এইলিপি এই সকলোবোৰ লৈ ৰাতি পুৱাও পুৱাও হওঁতেই মই মাধৱৰ পোছাক পিন্ধি পুৰুষৰ বেশ ধৰি কোনেও নেদেখাকৈ অতিথিশালাৰপৰা ওলাই আহিলোঁ । মই দুৰ্গৰ তোৰণদ্বাৰত উপস্থিত হোৱাত দ্বাৰৰক্ষীয়ে 'মই কোন, ক'ৰপৰা আহিছোঁ আৰু ক'লৈ যাওঁ' বুলি মোক সুধিলে । ৰজাৰ নাম লিখা আঙঠিটো মই আঙুলিত পিন্ধি আছিলোঁ দেখি পট কৰে ৰক্ষীক দেখুৱাই 'ৰজাৰ আদেশত মই গৌড়ৰ ৰাজধানীলৈ যাওঁ' বুলি তাক ক'লো ।

ৰাজ-আজ্ঞা-প্ৰকাশক মোৰ কথা শুনি আৰু মহাৰাজ শশাঙ্কৰ নামাঙ্কিত আঙঠিটো মোৰ আঙুলিত দেখি ৰক্ষীবোৰে মণি-মন্ত্ৰৰ প্ৰভাৱত বশ হোৱা সাপৰ দৰে বাৰে বাৰে মূৰ দোঁৱাই প্ৰণাম কৰি মোক বাট এৰি দিলে । ৰজাৰ নাম থকা আঙঠিৰ প্ৰভাৱত সেই অঞ্চলত মোৰ গতি অপ্ৰতিহত হ'ল আৰু মই নিৰ্বিঘ্নে আমাৰ ৰাজ্যৰ সীমা

পালোঁহি । এই যাত্ৰাপথত যিবোৰ ঘটনা ঘটিছিল, সেইবোৰ তেনেই সামান্য আৰু অবাঞ্ছিত । সেইবোৰ কৈ মিছাতে সময় নষ্ট কৰা সমীচীন নহয় ।"

তাৰ পিছত মানচিত্ৰখন মেলি ধৰি মালতীয়ে আকৌ ক'লে, — মহাৰাজে অনুগ্ৰহ কৰি এই ঠাইত দৃষ্টি দিয়ক । এয়া ৰাজপথত নদীশ্ৰেষ্ঠা কৰতোয়া । এইটো ৰাজপথ কৰতোয়াৰপৰা প্ৰাগ্‌জ্যোতিষপুৰলৈ গৈছে ।"

মালতীয়ে এইদৰে কৈ থাকোঁতে ভাস্কৰবৰ্মাই আচৰিত হোৱাদি হৈ কৌতূহলেৰে সুধিলে — মালতী ! মানচিত্ৰত বাৰু এই ক'লা চিনবোৰে কি সূচাইছে ? এই বেঁকা ৰেখাবোৰেৰে নো কি বুজোৱা হৈছে ?"

— মহাৰাজে যথাযোগ্য কথাকে সুধিছে ।" — মালতীয়ে ৰজাক বিনযেৰে ক'লে ন

— মহাৰাজে শুনক বাৰু ! ক'লা ক'লা চিনবোৰেৰে গিৰি দুৰ্গৰ অৱস্থান আৰু বেঁকা বেঁকি ৰেখাবোৰেৰে পৰ্বতীয়া নৈ, জান-জুৰি বুজোৱা হৈছে । হালধীয়া বিন্দুৰে নৈৰ পাৰঘাট দেখুওৱা হৈছে আৰু পাঁচ, দহ আদি সংখ্যাৰে এঠাইৰপৰা ইখন ঠাইৰ দূৰত্ব জনাই দিয়া হৈছে — পাঁচ ক্ৰোশ, দহ ক্ৰোশ ইত্যাদি ।"

ৰজাই দুনাই প্ৰশ্ন কৰিলে, — সঙ্কেতলিপিত বাৰু কি কথা লিখা আছে ? তুমি লিপিৰ পাঠ পঢ়িব পাৰিছানে ?"

— হয় । মহাৰাজৰ আশীৰ্বাদত মই লিপিৰ পাঠ পঢ়িব পাৰিছোঁ । মহাচীনৰ লিপিৰে লিখা এইখন পত্ৰ হিমালয়ৰ প্ৰত্যন্ত দেশৰ প্ৰশাসকে গৌড়াধিপতিলৈ পঠিয়াইছে । সেই প্ৰশাসকে জনাইছে যে তেওঁৰ সশস্ত্ৰ প্ৰজা ছদ্মবেশত জল্পেশ্বৰত আছে । অস্ত্ৰ-শস্ত্ৰেৰে সাজু হৈ গৌড়েশ্বৰৰ সহায়ৰ অৰ্থে তেওঁলোক তাত নিজ নিজ স্থানত সাজু হৈ থাকিব । ইতিমধ্যে সামন্তসকলৰ প্ৰতি আদৰ-সাদৰ দেখুৱাই আৰু উপঢৌকন পঠিয়াই তেওঁলোকক সন্তুষ্ট কৰি ৰখা হৈছে । ইফালে প্ৰাগ্‌জ্যোতিষ ৰাজ্যলৈ পৰিব্ৰাজকৰ বেশত কেইজনমান গুপ্তচৰো ইতিমধ্যে পঠোৱা হৈছে । তেওঁলোকৰ ভিতৰৰে এজনে অলপ দিন আগতে প্ৰাগ্‌জ্যোতিষৰ প্ৰধান মন্ত্ৰীৰ শৰীৰ ৰক্ষকৰ কামত নিযুক্ত হৈছে বুলি বাৰ্তা অহিছে । তেওঁ ৰজা আৰু মন্ত্ৰীসকলৰ সকলো ভিতৰুৱা কথাৰ সম্ভেদ লৈ আছে । ইয়াৰ পিছত মহাৰাজৰ যেনে ইচ্ছা ...."

তাকে শুনি ভাস্কৰবৰ্মাই "অ' বুজিছোঁ । শত্ৰু মোৰ ঘৰখৰ সোমাইছে ।" এইবুলি হঠাৎ একো নিশ্চয় কৰিব নোৱাৰি মালতীলৈ চাই কন্তেক মৌন হৈ ৰ'ল । ভয়, শঙ্কা

আৰু লাজত উদ্বিগ্ন হৈ মালতীয়ে সুধিলে ।

— হঠাতে মহাৰাজ উদাসীন হৈ পৰা যেন লাগিল ? এই হতভাগিনীৰ প্ৰগল্ভতাই কিবা অনুচিত কথাৰে মহাৰাজৰ মনত বৈমনস্য জন্মালে নেকি ? যদি অপৰাধ হৈছে মহাৰাজে নিজগুণে সেৱিকাক ক্ষমা কৰিব লাগে । যদিহে ....”

মালতীক বাধা দি ভাস্কৰে ক'লে, — নহয় মালতী, তুমি একো অনুচিত কথা কোৱা নাই । তোমাৰ প্ৰগল্ভতাও প্ৰকাশ হোৱা নাই । তুমি নিজৰ প্ৰাণটো আগ কৰি ৰাজকাৰ্য্য সম্পাদন কৰিছা । তুমি ৰাজ অনুগ্ৰহেৰে সন্মানিতা হোৱা উচিত । ..... মই ভৱিষ্যতৰ কথাহে চিন্তা কৰিছোঁ ..... বাৰু আজিৰ পৰা মই তোমাৰ বাসস্থান কন্যান্তঃপুৰত নিৰ্দিষ্ট কৰিলোঁ । এতিয়াৰপৰা তুমি তোমাৰ কাৰ্য্যৰ পুৰস্কাৰ স্বৰূপে ৰাজ অন্তঃপুৰ বাসিনী হ'লা ।”

তাকে শুনি মালতীয়ে লাজ লাজকৈ মিচিকিয়া হাঁহি মাৰি মূৰ দোঁৱাই ৰজাক শ্ৰদ্ধাৰে প্ৰণাম জনালে । ৰজাই তাৰ পিছত “এতিয়া তুমি যোৱাঁ” বুলি কঞ্চুকীৰে সৈতে মালতীক তাৰপৰা অন্তঃপুৰলৈ পঠিয়াই দিলে ।

** ** **

১০

"পৰম কাৰুণিক ভগৱান্ বুদ্ধ বন্দনীয় ;
জগতৰ একমাত্ৰ প্ৰদীপ-স্বৰূপ ধৰ্মই বিজয়ী হৈ বিৰাজ কৰক
সেই সদ্ধৰ্মৰ সেৱানিৰত ভিক্ষুসংঘই সংসাৰ সাগৰৰপৰা পৰিত্ৰাণ পায় ।"

বিহাৰৰ ভিতৰৰ পৰা অলপ ডাঙৰকৈ উচ্চাৰিত শব্দ শুনি সুচৰিত নামৰ ব্ৰাহ্মণজন সেইফালে গৈ আছে । গৈ থাকোঁতে সুচৰিতৰ পদক্ষেপ ক্ৰমে মন্থৰ হৈ আহিছে । ইফালে সিফালে চাই চাই ধীৰে গতিত গৈ তেওঁ এখনত পাঠশালাৰ দুৱাৰমুখ পালেগৈ । নালন্দা মহাবিহাৰৰ এইখন এখন পাঠশালা । কক্ষৰ উত্তৰফালে আচাৰ্য্যৰ আসন শূন্য হৈ আছে । আচাৰ্য্য এতিয়াও অহা নাই । দহজনমান ভিক্ষু আচাৰ্য্যৰ আসনৰ চাৰিওফালে বহি আছে । এওঁলোক আটাইকেইজনেই কৃতবিদ্য, স্নাতক । প্ৰজ্ঞা-পাৰমিতা, তৰ্ক, অভিধৰ্ম আৰু ত্ৰিপিটক-শাস্ত্ৰত পাৰ্গত এওঁলোকে অচিৰেই আচাৰ্যৰ স্থান লাভ কৰিব । এতিয়া মহাস্থবিৰৰপৰা অনাত্ম-তত্ত্বজ্ঞান ল'বলৈ তেওঁলোকে বাট চাই আছে ।

বিহাৰৰ ভিতৰ সোমাওঁতেই সুচৰিতৰ মনলৈ এটা শ্ৰদ্ধাৰ ভাৱ আহিল ।

'এই নালন্দা মহাবিহাৰ সঁচাকৈয়ে মহান্ । সুদূৰ গান্ধাৰৰপৰাও জ্ঞান-পিপাসাত ইয়ালৈ বিদ্যাৰ্থীসকল আহে । জ্ঞান, প্ৰজ্ঞা, বিদ্যা আৰু বিনয়েৰে অনুপ্ৰাণিত হৈ বিদ্যাৰ্থীসকল উদ্ভাসিত হৈছে । আচাৰ্য্যকল্প এই পণ্ডিতসকলৰ সকলো শাস্ত্ৰ হাতৰ মুঠিত থকা আমলখিৰ দৰেই । তথাপি অনন্ত জিজ্ঞাসাৰে এই ভিক্ষুসকলে অতিশয় কষ্টেৰে জ্ঞান আহৰণ কৰিবলৈ সততে চেষ্টা কৰি আছে । খন্তিৰে খান্দি মাটিৰ তলত পানী বিচৰাৰ দৰে শুশ্ৰূষা-প্ৰৱণ জ্ঞানলিপ্সু এই ভিক্ষুসকলে জ্ঞানৰ অন্বেষণ কৰিছে । এওঁলোক বন্দনীয় ।

আমিও পুৰাণ, মহাভাৰত, ইতিহাস, তৰ্কশাস্ত্ৰ আৰু কৃষিবিদ্যা আদি অধ্যয়ন কৰিছোঁ । গুৰুৰ অনুগ্ৰহত জানিবলগীয়াখিনি আয়ত্তও কৰিছোঁ । কিন্তু কেনেকৈ বৌদ্ধ-দৰ্শনত প্ৰৱেশ কৰোঁ ক'ব পৰা নাই । আচাৰ্য্যসকল সদায় বন্দনীয় । প্ৰণাম্ জনাই আচাৰ্য্যৰ ওচৰ চাপি কৰ্ত্তব্য পালন কৰা উচিত ।'

অলপ আগলৈ গৈ ঘৰৰ ভিতৰলৈ চকু ফুৰাই সুচৰিতে নিজেই ক'বলৈ ধৰিলে, — 'আচাৰ্য্যৰ আসন শূন্য , বোধহয় তেওঁৰ অহাৰ সময় এতিয়াও হোৱা নাই । বাহিৰতে থাকি আচাৰ্য্য অহালৈ বাট চাওঁ ।'

তেনেতে শিষ্যসকলে দেখুৱাই দিয়া বাটেৰেই আচাৰ্য্য ধৰ্মমিত্ৰ আহিবলৈ ধৰিলে । আচাৰ্য্যজন বেচি ওখও নহয়, বেচি স্থূলস্তৰো নহয় । বয়সত স্থবিৰজন পয়সত্তৰ বছৰীয়া হলেও প্ৰৌঢ় যেনহে দেখা যায় । জৰা আৰু মৰণৰ হাত সাৰিবলৈ কৃতনিশ্চয় এওঁৰপৰা জৰা ভয়তে যেন দূৰলৈ গৈছে । মৰণ যেন ক'ৰবাত পলাইহে আছে । মৰণক বিচাৰিয়েই যেন স্থবিৰে বাৰে বাৰে মাটিত দৃষ্টিপাত কৰি খোজ দিছে । প্ৰজ্ঞাৰে উদ্ভাসিত মুখমণ্ডলেৰে দশোদিশ প্লাৱিত কৰি ধৰ্মমিত্ৰই যেতিয়া কক্ষত প্ৰৱেশ কৰিলে, তেতিয়া তাত বহি থকা ভিক্ষুসকলে হাত-যোৰকৈ ভূমি স্পৰ্শ কৰি তেওঁক অভিবাদন জনাই নিশ্চল হৈ ৰ'ল । তেওঁলোকক তেনেদৰে থকা দেখি সুচৰিতো ভিতৰলৈ সোমাই গ'ল আৰু আচাৰ্য্যক প্ৰণাম জনাই তেওঁৰ ফালে পিঠি নিদিয়াকৈ তেওঁ নিৱেদন জনালে,

— আচাৰ্য্যৰ অৱগতিৰ অৰ্থে জনাব খোজোঁ যে মই প্ৰাগ্‌জ্যোতিষপুৰৰপৰা আহিছোঁ ; মোৰ নাম সুচৰিত । দ্বাৰ-পণ্ডিতে মোক পৰীক্ষা কৰি অনুমতি দিয়াৰ পিছত দুৱৰীয়ে সকলো চাই-চিতি মোক প্ৰৱেশ কৰিবলৈ দিছে । ভদন্তৰ অন্তৰত ত্ৰিৰত্নই স্থান লাভ কৰিছে । শ্ৰদ্ধা আৰু বিনয়েৰে ভদন্তলৈ এই বিদ্যাৰ্থীয়ে প্ৰণাম জনাইছে ।"

— সম্যক সম্বুদ্ধ ভগৱান বুদ্ধৰ প্ৰতি প্ৰণাম । আসন গ্ৰহণ কৰাঁ । তোমালোক ভিক্ষুসকলো যথাস্থানত বহা ।"

আচাৰ্য্যই ক'লে । আচাৰ্য্যৰ কথা শুনি সকলো ভিক্ষুৱেই আসন গ্ৰহণ কৰিলে । সুচৰিতো তেওঁলোকৰ কাষতে বহিল ।

তেতিয়া আচাৰ্য্যই হাঁহিমুখেৰে সুধিলে ।

— প্ৰাগ্‌জ্যোতিষপুৰ নগৰখন ব্ৰহ্মপুত্ৰৰ পাৰত বুলি শুনিছোঁ । প্ৰাগ্‌জ্যোতিষপুৰ ইয়াৰপৰা বহুত দূৰৈত, নহয় জানো ? সেই ৰাজ্যৰপৰা ইয়ালৈ অহা ৰাজপথ পথিকৰ বাবে সুৰক্ষিত নে ? পথত দুৰ্লংঘ্য পাহাৰ আৰু নদীয়ে যাতায়াতত বাধাৰ সৃষ্টি কৰিছে নেকি ? পৰম কাৰুণিক তথাগতৰ কৃপাত তোমাৰ কুশলনে ?"

সুচৰিতে বুদ্ধৰ প্ৰতি ভক্তি নিৱেদন কৰি উত্তৰ দিলে ।

— "দয়াসিন্ধু তথাগতৰ পবিত্ৰ গুণৰাশি সকলোৱে অক্ষয় আৰু অমৃতৰ অৰ্থে অনুসৰণ কৰিব লাগে । তেতিয়া সেৱকীসকলৰ সকলো প্ৰকাৰে কুশল হয় ।

... পঞ্চলিছ দিনৰ মূৰত প্ৰাগ্‌জ্যোতিষপুৰৰপৰা মই নালন্দা মহাবিহাৰ পাইছোঁহি । মাজবাটত কোনো নদীয়ে পথিকৰ যাত্ৰাত বাধাৰ সৃষ্টি কৰা নাই । ৰাজপথৰ ঠায়ে ঠায়ে অৱশ্যে বহুত সৰু বৰ নৈ আছে ; সেইবোৰ পাৰ হ'বলৈ ঘাট আৰু ঘাটোৱাল

আছে । ঘাটৰ শুল্ক দিলেই ঘাটৈয়ে ঘাট পাৰ কৰি দিয়ে । এই নৈ বিলাকৰ ভিতৰত হিমালয়ৰপৰা ওলোৱা দক্ষিণ সাগৰ-গামিনী কৰতোয়া বিশেষভাবে উল্লেখযোগ্য ।"

— সেই নদীখন কোন দেশত ?" — আচাৰ্য্যই সুধিলে ।

— প্ৰাগ্‌জ্যোতিষ নামৰ ৰাজ্যতেই বুলি ক'ব পাৰি ।"

— ক'ব পাৰি বুলি কিয় ক'লা ?"

— সেই কৰতোয়া নদীয়েই প্ৰাগ্‌জ্যোতিষ ৰাজ্যৰ পশ্চিম সীমা । প্ৰাচীন কালত শিৱই সেই ৰাজ্য সৃষ্টি কৰিছিল । তাৰ পিছত বিদেহৰপৰা নৰক নামেৰে এজন ৰাজকুমাৰ আহি সেই ৰাজ্য শাসন কৰিছিল ।"

— বিদেহৰপৰানো ৰাজকুমাৰ নৰক কিয আহিব লগা হ'ল ? তাত শাসনকৰ্ত্তা নাছিল নেকি ? কোনো ৰজা বা ৰাজবংশও নাছিল নেকি ?"

— ৰজা আছিল, তথাপি ...."

— তথাপি কেনেকৈ এনে ডাঙৰ ঘটনা ঘটিল ? ৰাজ্য দখল কৰা হৈছে ..."

— আচাৰ্য্যই বাকীখিনি শুনিলে ভাল হয, যদি শুনাত বাধা নাই ।"

সুচৰিতে নিৱেদন কৰিলে ।

তেওঁৰ কথা শুনি দুই তিনিজনমান যুৱক ভিক্ষুৱে আচাৰ্য্যক উদ্দেশ্য কৰি লাহে লাহে ক'লে ।

— আমাৰো শুনাৰ প্ৰবল ইচ্ছা । যদি আচাৰ্য্যই অনুমতি দিযে তেন্তে বিদেশী ব্ৰাহ্মণ যুৱকে বাকীখিনিও আমাক শুনাব পাৰিব ।"

আচাৰ্য্যই তেওঁলোকৰ পৰোক্ষ প্ৰাৰ্থনা শুনি হাঁহি মাৰি ক'লে ।

— যি ঘটিছিল সকলোখিনি কোৱাঁ । আচাৰ্য্যসকলে প্ৰাচীন আখ্যান শ্ৰৱণ আৰু ইতিহাস কথন অনুমোদন কৰিছে । পূৰ্বপুৰুষসকলৰ পন্থা আমিও অনুসৰণ কৰা বাঞ্ছনীয ।"

আচাৰ্য্যৰ আদেশ পাই সুচৰিত অলপ কাটি-কুটা কৰি আসনত আৰাম কৰি বহিল আৰু আচাৰ্য্যৰ মুখলৈ চালে । তাত উপস্থিত থকা ভিক্ষুসকলৰ প্ৰতি তিৰ্য্যক্ দৃষ্টিপাত কৰি তেওঁ কিছুসময নীৰৱে ৰ'ল আৰু তাৰ পাছত ক'বলৈ ধৰিলে ।

— বিদেহ ৰাজ্যত জনক নামে এজন ৰজা আছিল । এসময়ত এই বিদেহৰাজ জনকে এটি যজ্ঞ সম্পাদন কৰি বহুত দান-দক্ষিণা কৰিছিল । সেই যজ্ঞত কুৰু-পাঞ্চালৰ

সকলো ব্ৰাহ্মণ সমৱেত হৈছিল । তেতিয়া বিদেহৰাজ জনকৰ মনত এটি প্ৰশ্ন উদয় হ'ল, — 'এই ব্ৰাহ্মণসকলৰ ভিতৰত কোনজন বাৰু শ্ৰেষ্ঠ বিদ্বান ?' এইবুলি তেওঁ এহেজাৰজনী গাই অনালে আৰু প্ৰত্যেকজনী গাইৰ শিঙত দহোটাকৈ সোণৰ মুদ্ৰা বান্ধি দিলে । ৰজাই সমবেত ব্ৰাহ্মণসকলক উদ্দেশ্য কৰি ক'লে ।

— হে প্ৰভুসকল ! আপোনালোকৰ ভিতৰত যিজন প্ৰকৃততে শ্ৰেষ্ঠ ব্ৰহ্মৱাদী তেৱেঁই এই এহেজাৰজনী গাই গ্ৰহণ কৰক ।"

তেতিয়া যাজ্ঞবল্ক্যই নিজৰ শিষ্য এজনক ক'লে ।

— 'সৌম্য, গাইগৰুজাক গোটাই আমাৰ আশ্ৰমলৈ লৈ যোৱাঁ ।'

সেই কাৰ্য্যত অপমান বোধ কৰি বিদেহৰাজ জনকৰ হোতা অশ্বলে যাজ্ঞবল্ক্যক সুধিলে ।

— যাজ্ঞবল্ক্য, কোৱাচোন, তুমিয়েই আমাৰ মাজত শ্ৰেষ্ঠ ব্ৰহ্মবাদীনে ?"

তাকে শুনি যাজ্ঞবল্ক্যই বিনয়েৰে উত্তৰ দিলে,

— মই ব্ৰহ্মৱিদক নমস্কাৰ কৰোঁ । মোৰ এই এহেজাৰজনী গৰুৰহে প্ৰয়োজন, শ্ৰেষ্ঠত্বৰ দাবী মই কৰা নাই ।"

তেতিয়া হোতা অশ্বলে যাজ্ঞবল্ক্যক সুধিলে ।

— কোৱাঁচোন যাজ্ঞবল্ক্য, যজমানে কেনেকৈ জন্ম-মৃত্যুৰপৰা মুক্তি পাব পাৰে ?"

যাজ্ঞবল্ক্যই 'হোম, মন্ত্ৰ অগ্নিৰ দ্বাৰা' বুলি উত্তৰ দিলে । সেই উত্তৰত সন্তুষ্ট নহৈ হোতা অশ্বলে আকৌ আৰু অন্য প্ৰশ্ন সুধিলে । তাৰ পিছত আৰ্ত্তভাগ, ভুজ্যু, উষষ্ট আৰু কোহল আদি যজ্ঞস্থলীত সমৱেত বাহ্মণসকলেও তেওঁক প্ৰশ্নবাণেৰে থকাসৰকা কৰিলে । শেষত বিদুষী গাৰ্গীয়ে তেওঁৰ প্ৰতি দুটি প্ৰশ্নবাণ নিক্ষেপ কৰিলে । যাজ্ঞবল্ক্যই তেওঁক সাৱধান কৰি দিলে ।

— গাৰ্গী, সীমা লঙ্ঘন কৰি প্ৰশ্ন নকৰিবা । তেনে কৰিলে তোমাৰ মূৰটো খহি পৰিব ।"

এইদৰে কৈ গাৰ্গীক বিৰত কৰি যাজ্ঞবল্ক্যই আত্মতত্ত্ব-বিষয়ে বহলাই ক'বলৈ ধৰিলে, — "যথা ৱা আত্মা ...."

এইদৰে সুচৰিতে কৈ থাকোঁতে ভিক্ষুসকলৰ মাজত গুণগুণনি শুনা গ'ল । তেওঁলোকে অধীৰ হৈ ক'বলৈ ধৰিলে,

— আমি আত্মতত্ত্বজিজ্ঞাসু নহয, সেইবিষয়ে শুনিবলৈকো আমাৰ ইচ্ছা নাই ।"

তেওঁলোকক বাধা দি ধৰ্মমিত্ৰই উপহাসৰ ছলেৰে সুচৰিতক ক'লে ।

— বৎস, অপ্ৰাসঙ্গিক বিষয বেছি দীঘলীযা নকৰিবা । বিদেহৰপৰা নৰক কেনেকৈ কিয প্ৰাগ্‌জ্যোতিষলৈ আহিছিল, আৰু তালৈ গৈ তাত কি কি কৰিছিল, সেইবিষয়ে কোৱাঁ ।"

— অ' বুজিছোঁ । আচাৰ্য্যাই যথাৰ্থভাৱে সোঁৱৰাই দিছে । জনক-যাজ্ঞবল্ক্য-সম্বাদে মোক বহুত দূৰলৈ লৈ গৈছে । অৱান্তৰ কথনৰ বাবে আপোনালোক সকলোৰে পৰা মই ক্ষমা বিচাৰিছোঁ । এতিয়া আচল কথালৈ আহোঁ । আত্মতত্ত্বজ্ঞ জনকৰ মৃত্যু হ'লত, তেওঁৰ বংশৰ কেবাজনো ৰজা হৈছিল । তেওঁলোকে যশস্যা আৰু খ্যাতিৰে বিদেহৰাজ্য পোহৰ কৰিছিল । সেই বংশৰ সকলো ৰজাই জনক নামেৰেই খ্যাতি লাভ কৰিছিল ।

... কিছুকাল যোৱাৰ পিছত বিদেহ ৰাজ্যত কিছুমান কাপালিকে আগমোক্ত বিধি অনুসৰি ষট্‌কৰ্ম সাধন কৰি নদীৰ পাৰত ৰাজধানীৰ ওচৰতে বাস কৰিছিল । তেওঁলোক অবৈদিক বুলি যজ্ঞভূমিৰ বাহিৰত আছিল । নৰকপাল হাতত লৈ তেওঁলোক ইফালে সিফালে ফুৰিছিল কাৰণেই মানুহে তেওঁলোকক কাপালিক বুলিছিল .........

এসময়ত জনক নামৰ এজন ৰজাই ৰাজধানীৰ আশে-পাশে ভ্ৰমণ কৰি ফুৰোতে কাপালিকসকল কৌলসাধন আৰু অণিমাদি সিদ্ধিৰ সাধনাত পাৰ্গত বুলি জানি এক কাপালিক দম্পতীক মাতি আনিলে । নিজৰ অভিপ্ৰায প্ৰকাশ কৰি জনকে বিনীতভাৱে সিদ্ধি-লাভৰ অৰ্থে প্ৰাৰ্থনা জনালে । তেতিয়া কাপালিকে জনকক কৌলপ্ৰথাত দীক্ষিত কৰিলে আৰু কিছুকাল পৰাশক্তিৰ সাধনাত নিযুক্ত কৰিলে । তাৰ ফলস্বৰূপে কাত্যাযনী নামৰ কাপালিকী অন্তঃসত্ত্বা হ'ল । কাপালিকীৰ পক্ষে গৰ্ভধাৰণ নিষিদ্ধ বাবে অৱধূতসকলে সেই শক্তিক নিজৰ কুলৰপৰা বহিষ্কাৰ কৰিলে । উপাযান্তৰ নেদেখি কাত্যাযনীয়ে জনকৰেই আশ্ৰয ল'লে । কাত্যাযনী কাপালিকী বাবে ৰজাই তেওঁক যজ্ঞভূমিৰ বাহিৰত নিৰ্জন ঠাইত থাকিবলৈ দিলে । যথাসময়ত কাত্যাযনীয়ে এদিনাখন ৰাতি এটি পুত্ৰ-সন্তান জন্ম দিলে । ৰজাই পুত্ৰজন্মৰ সঙ্কেত পাই ৰাতি যাই যজ্ঞভূমিলৈ গৈ সেই পুত্ৰ সন্তানটিক নিজৰ কাষলৈ আনিলে । কাত্যাযনীয়ে কাপালিকীৰ বেশ পৰিত্যাগ কৰি ধাত্ৰীৰ বেশ ধাৰণ কৰিলে আৰু জনকৰ অন্তঃপুৰত ৰাজকুলৰ ধাত্ৰী বুলি চিনাকি দি ছদ্মবেশেৰে নিজ-পুত্ৰক প্ৰতিপালন কৰিবলৈ ধৰিলে । ইপিনে ৰজাই যজ্ঞভূমিত পুত্ৰ-লাভ কৰিলে বুলি ৰাজ্যত প্ৰচাৰ হ'ল । কোনেও যাতে আচল কথাটো নাজানে, কোনেও যাতে সন্দেহ কৰিব নোৱাৰে আৰু কোনো প্ৰশ্ন তুলিব

নোৱাৰে, এইদৰে চিন্তা কৰি ৰজাই যজ্ঞভূমি হাল বাই সমান কৰি পেলালে । তেতিয়াবেপৰা মানুহে সেই ঠাইডোখৰ খেতিৰ পথাৰ বুলিহে জানিলে । জনকে নিজৰ বংশৰ জনক নামৰ সাদৃশ্য ৰাখি ল'ৰাটোৰ নাম থ'লে — 'নৰক' ।

কালক্ৰমত নৰকে শাৰীৰিক শক্তি, বল-বীৰ্য্য, ৰূপ-গুণত আৰু অস্ত্ৰ-শস্ত্ৰ চালনাত জনকৰ পুত্ৰ ৰাজকোঁৱৰ কেইজনক চেৰ পেলালে । ধনুৰ্বিদ্যাত পাৰ্গত আৰু শাস্ত্ৰাৰ্থত পণ্ডিত হৈ ষোলবছৰ বয়সতে নৰক সকলোকে চেৰ পেলাব পৰা হ'ল । নৰক মহা পৰাক্ৰমী হৈ উঠা দেখি বিদেহ ৰাজ চিন্তিত হৈ পৰিল — 'নিশ্চয় মহাপৰাক্ৰমী এই পালিত পুত্ৰ নৰকে মোৰ আটাইকেইটা ল'ৰাক খেদি এদিন ৰাজপাট দখল কৰিব' - — এইদৰে ভাবি চিন্তি ৰজাক মন-মাৰি থকা দেখি ৰাজমহিষীয়ে তেওঁৰ বিষণ্ণতাৰ কাৰণনো কি বুলি সুধিলে । ইফালে জনকৰ মনৰ গোপন কথা প্ৰকাশৰ ইচ্ছা নাছিল । অনিচ্ছা সত্ত্বেও তিনি মাহৰ পিছত এদিন সকলো কথা ক'বলৈ ৰজাই মহিষীক প্ৰতিশ্ৰুতি দিলে । ইফালে ধাত্ৰীৰ বেশত থকা কাত্যায়নীয়ে গোপনে ৰজা আৰু মহিষীৰ সেই কথোপকথন শুনি আছিল । কাত্যায়নীয়ে চিন্তা কৰিলে — 'ৰজাই নিজৰ প্ৰতিশ্ৰুতি অনুসাৰে মহিষীক তিনিমাহৰ পিছত সকলো কথা নিশ্চয় কব । তেতিয়া সকলো গোপন কথা প্ৰকাশ হৈ পৰিব' — এইদৰে চিন্তা কৰি কাত্যায়নীয়ে এদিন ৰাতি কোনেও নেদেখাকৈ পুতেকৰে সৈতে বিদেহৰাজৰ অন্তঃপুৰৰপৰা গঙ্গাৰ পাৰলৈ আহিল । তাৰপৰা বিষ্ণুৰে সৈতে প্ৰাগ্‌জ্যোতিষপুৰলৈ আহিল ।

...আগেয়ে সেইখন দেশ নিজৰ ৰাজ্যৰবাবে শম্ভুৱে ৰাখি থৈছিল । শিৱ কিৰাতসকলে তাত বাস কৰিছিল । মূৰ খুৰোৱা, মদ-মাংস ভোজনত আসক্ত, সোণৰ স্তম্ভৰ দৰে জিলিকি থকা কিৰাতসকলে নগৰে-গাঁৱে বাস কৰিছিল আৰু হিমালয়ৰ নামনিলৈকে স্বচ্ছন্দে বিহাৰ কৰি শম্ভুক উপাসনা কৰি আছিল । তেওঁলোকৰ ৰজা আছিল — ঘটক । শক্তিশালী সেইগৰাকী ৰজাই বিৰাট চতুৰঙ্গ-বলেৰে ৰাজ্য শাসন কৰিছিল । আক্ৰমণকাৰী নৰকক অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত দেখি ঘটক ঐৰাৱত সদৃশ আকাশৰ এচপৰা ক'লা মেঘ যেন হাতীত উঠি খণ্ডত জুইৰ দৰে জ্বলি-পকি [illegible] সন্মুখীন হ'ল । নৰকে বিষ্ণুৰ অনুগ্ৰহত ৰণত যুদ্ধলিপ্সু ঘটকক বধ কৰিলে । ৰজা আৰু সেনাপতি নিহত হোৱাত ভীতি-বিহ্বল হৈ কিৰাতসকল দশোদিশে পলাই [illegible] নৰকৰ আশ্ৰয় ল'লে । তেতিয়া বিষ্ণুৰ আদেশত নৰকে পলাই যোৱা কিৰাতসকলক সাগৰৰ পাৰত সংস্থাপিত কৰি অনাবিলাকক দিক্কৰবাসিনী পাৰ কৰি পঠিয়ালে । তীৰ্থকান্তা আৰু ললিতকান্তা — এই দুটা ৰূপত এই দিক্কৰবাসিনী প্ৰাগ্‌জ্যোতিষৰ পূৰ্বভাগত বিৰাজমান । কৰতোয়াৰপৰা আৰম্ভ কৰি দেৱী দিক্কৰবাসিনীৰ পীঠলৈকে এই বৃহৎ

ৰাজ্যখণ্ড বিষ্ণুৱে নৰকক দিলে । লগতে তেওঁক উপদেশ দি ক'লে,

— জগতৰ উৎপত্তিৰ কাৰণ দেৱী মহামায়া যোগনিদ্ৰা কামাখ্যা ৰূপে ইয়াত সদায় বিৰাজমান । ব্ৰহ্মাৰ পুত্ৰ নদৰাজ লৌহিত্যও ইয়াত প্ৰবাহিত । দেৱী কামাখ্যা তোমাৰ আৰাধ্যা । সেই দেৱীক আৰাধনা কৰিয়েই তুমি ৰাজলক্ষ্মী লাভ কৰি দ্বিতীয় ইন্দ্ৰৰ দৰে সদায় বিৰাজ কৰিবা । মনত ৰাখিবা কামাখ্যাৰ প্ৰতি ভক্তিহীন হ'লেই তোমাৰ বিনাশ-কাল উপস্থিত ।"

— 'প্ৰাগজ্যোতিষপুৰ' — এই নামটোৰ অৰ্থইবা কি ?" কোনো এজন ছাত্ৰই সুধিলে ।

সুচৰিতে তেতিয়া ক'লে ।

— ভাল প্ৰশ্ন কৰিছে । পুৰাণশাস্ত্ৰমতে ইয়াৰ ব্যুৎপত্তি কি শুনক ।

'অস্য মধ্যে স্থিতো ব্ৰহ্মা প্ৰাঙ্ নক্ষত্ৰং সসৰ্জ হ ।'

প্ৰাচীন কালত ব্ৰহ্মাই সেই দেশত অৱস্থান কৰিয়েই নক্ষত্ৰ আৰু জ্যোতিষ্কসমূহ [illegible] কৰিছিল বাবেই (প্ৰাক্ = প্ৰথম, জ্যোতিষ = নক্ষত্ৰ আদি জ্যোতিষ্ক) দেশখনৰ [illegible] হ'ল — প্ৰাগ্‌জ্যোতিষ [illegible] দিছে তান্ত্ৰিকসকলে সেই অৰ্থৰ বিৰোধিতা কৰি কয় যে [illegible]নো এসময়ত ব্ৰহ্মাই [illegible]লোকৰপৰা এটি নক্ষত্ৰ (অভিজিৎ) নমাই আনি ইয়াত [illegible] কৰিছিল ; সেই কাৰণেই ইয়াৰ নাম প্ৰাগ্‌জ্যোতিষ হৈছে । পৰিত্যাগ কৰা [illegible]তহে অতীতকালত [illegible] ধাতুৰ 'সসৰ্জ' ৰূপ, সৃজন কৰা অৰ্থত নহয় । সেয়ে ই [illegible]জিত নামৰ নক্ষত্ৰৰ [illegible]ৰপৰা খহি পৰা ঘটনাৰ সূচনা কৰিছে । যিয়েই নহওক, [illegible] ৰাজ্যই কামৰূপ বুলি খ্যাত হৈছে । হৰৰ নেত্ৰাগ্নিত দগ্ধ হৈ কামদেৱে ইয়াতেই [illegible] নিজৰ ৰূপ লাভ কৰিছিল, সেই কাৰণেই কামৰূপ হৈছে অৰ্থানুসৰি হোৱা আন [illegible] নাম ।"

— কামদেৱ দগ্ধ হৈছিল, সেই কাহিনীটো নো কি ? তেওঁ নো নিজৰ দগ্ধ ৰূপ [illegible]নৈকে ঘূৰাই পাইছিল ?"

দুজন ছাত্ৰই কৌতূহলেৰে সুধিলে ।

সুচৰিতে অলপ হাঁহি উত্তৰ দিলে ।

— বিদ্যাৰ্থীৰ এই কুতূহল সমীচীন হৈছে । যদি সকলোৱে সমৰ্থন কৰে, তেন্তে [illegible] ।"

— নিশ্চয়, নিশ্চয়, শুনাৰ আমাৰ প্ৰবল ইচ্ছা আছে ।"

তাকে শুনি সুচৰিতে অলপ বৈ ক'বলৈ ধৰিলে ।

— শুনক, প্ৰাচীন কালত এসময়ত হিমালয়ত শিৱই তপস্যা কৰি আছিল, আৰু হিমালয়ৰ দুহিতা উমাই তপস্যাত মগ্ন হৰক সেৱা-শুশ্ৰূষা কৰি আছিল । ছিদ্ৰ বিচাৰি ফুৰা কামদেৱে উমাক উপলক্ষ্য কৰি এদিন পুষ্পবাণেৰে মহাদেৱৰ মন কামনাত ক্ষুব্ধ কৰি তুলিলে । তেতিয়া ঈষৎ-নিমীলিত নয়নেৰে মহাদেৱে উমাৰ বক্তিম অধৰত দৃষ্টি-নিক্ষেপ কৰিলে । হঠাতে মন চঞ্চল হৈ পৰাৰ কাৰণ বিচাৰি চাওঁতে মহাদেৱে ওচৰতে আমগছৰ তলত শৰ নিক্ষেপ কৰিবলৈ ধনুত শৰ-সংযোজন কৰি বৈ থকা মদনক দেখা পালে আৰু দেখা মাত্ৰেই চকুৰপৰা ওলোৱা জুইৰে শিৱই মদনক ভস্ম কৰি পেলালে ।"

ইয়াকে শুনি হৰিৰে তৎক্ষণাত্ ক'লে ।

— মাৰৰ এই কাম জগততে প্ৰসিদ্ধ । সি সদায় মানুহৰ মন উত্তেজিত কৰে । তথাগত [illegible] অনুচৰ সকলোৱে সেতে মাৰৰ দ্বাৰা আক্ৰান্ত হৈছিল । মাৰে বাৰে বাৰে আক্ৰমণ [illegible] সত্বেও তথাগতে ভূমিস্পৰ্শ-মুদ্ৰাৰে মাৰক জয় কৰিছিল । সেই কাৰণেই দেৱতাসকলেও তথাগতক "[illegible]" বুলি স্তুতি কৰে ।"

[illegible] হৰিৰ [illegible] হ'ল । সুচৰিতে প্ৰকৃত কথাৰ আঁত ধৰি কেনেকৈ শিৱৰ [illegible] সেই [illegible] পুনৰ ৰূপ পালে আৰু কেনেকৈ তেতিয়াৰপৰাই [illegible] কামৰূপ নামে প্ৰসিদ্ধ হ'ল — এই সকলোবোৰ [illegible] হ'ল ।

[illegible] আৰু [illegible] নদৰাজ লৌহিত্য কেনেকৈ ব্ৰহ্মাৰ পুত্ৰ হ'ল [illegible] সেই [illegible] কাহিনী সংক্ষেপে ক'বলৈ আৰম্ভ কৰিলে ।

[illegible] কালত [illegible] এজন ৰাজৰ্ষি আছিল । তেওঁ এসময়ত হিমালয়ত [illegible] সৈতে [illegible] তপস্যা কৰিছিল আৰু সেই অমোঘাৰ গৰ্ভৰপৰাই ব্ৰহ্মাৰ এটি [illegible] পুত্ৰ জন্মিল ।"

— ঋষিপত্নী অমোঘাৰ গৰ্ভত ব্ৰহ্মাই কেনেকৈ পুত্ৰ জন্ম দিলে ?" — কোনোবা এজন [illegible] সুধিলে ।

- সেই কথা সুধিব নাপায়, ক'বও নাপায়, শুনিবও নাপায় ।" — এইবুলি হৰিৰে [illegible]জনক আৰু লগত সুচৰিতকো বাধা দিলে ।

— বাৰু, যদি অশ্ৰাব্য হয়, তেন্তে সেইখিনি নুশুনাই ভাল ।"

এইবুলি কৈ সুচৰিতে আকৌ ক'বলৈ ধৰিলে ।

— শান্তনুৱে জলময় পুত্ৰক দেখি পুত্ৰক চাৰিটা পৰ্বতৰ মাজত এটা কুণ্ডত থলে । কুণ্ডৰ উত্তৰফালে কৈলাস, দক্ষিণে গন্ধমাদন, পশ্চিমে জাৰুধি পৰ্বত আৰু পূবে সম্বৰ্ত্তক । এসময়ত চাৰিওফালে পৰ্বতে আৱৰি থকা কুণ্ডত বাঢি অহা জলৰাশি জামদগ্নিৰ পুত্ৰ পৰশুৰামে নিজৰ কুঠাৰেৰে গিৰিকুণ্ডৰ পাৰ কাটি কামৰূপ ৰাজ্যলৈ বোৱাই দিছিল । সেই নদৰাজেই পৃথিৱীত ব্ৰহ্মপুত্ৰ নামে জনাজাত । সেই ব্ৰহ্মপুত্ৰই কামৰূপৰ মাজেদি বৈ গৈ দক্ষিণ সাগৰত পৰিছে । ... যি নদৰ দুয়োপাৰে গছৰ ডালত বৰ্ষা কালত ময়ূৰে কেঁ কেঁ কৰি নাচে, যি নদৰ পানীত স্নান কৰা বিলাসিনী যুৱতীৰ স্তনযুগল অগৰু চন্দনে মলিন কৰি তোলে, যি নদৰ সোঁতৰ ঢৌত উঠা-নমা কৰা নাওবোৰে নটৰ আলিঙ্গনত কঁপি থকা নটীৰ দৰে নাচি থাকে, যি নদৰ তীৰৰ লতাকুঞ্জত সিদ্ধযুগলে আনন্দত মতলীয়া হৈ ৰজাৰ গৌৰৱৰ জয়-গান গাই থাকে, সেই লৌহিত্য প্লাৱিত কামৰূপতেই বিজয়ী নৰকে প্ৰাগ্‌জ্যোতিষ নামৰ নগৰত বাস কৰিছিল । দ্বিতীয় অমৰাৱতী তুল্য সেই নগৰীক ....

সুচৰিতে এইদৰে বৰ্ণনা কৰি থাকোঁতে স্থৱিৰে হাঁহি মুখেৰেই বাধা দি ক'লে ।

— বৎস, তুমি অস্থানত কবিত্ব প্ৰকাশ কৰিছাঁ । সংক্ষেপে কোৱাঁ, নৰকৰ কি হ'ল ? এতিয়া কোনে সেই ৰাজ্য শাসন কৰে ? সময় পাৰ হৈ গৈছে ।"

— আচাৰ্য্যই কৃপা কৰি মোৰ বাচালতা ক্ষমা কৰে যেন । কামৰূপৰ গৌৰৱ স্মৰণ কৰি মই ক'ত আৰম্ভ কৰিছিলোঁ পাহৰি গৈছোঁ । এতিয়া আচাৰ্য্যৰ আদেশ অনুসৰি মই আচল কথালৈ আহোঁ । — সুচৰিতে ক'লে ।

"... কালক্ৰমত শিৱৰ লগত কুবেৰৰ বন্ধুত্ব হোৱাৰ দৰেই নৰকৰ বলিৰ পুত্ৰ বাণৰ লগত বন্ধুত্ব স্থাপন হ'ল । বাণৰ প্ৰভাৱত নৰকৰ মতিভ্ৰম হ'ল । কামাখ্যাৰ পূজা-অৰ্চনা বেদ-বিহিত কাৰ্য্যত বীতশ্ৰদ্ধ হৈ নৰকে আসুৰিক শক্তিৰে ইন্দ্ৰ আদি দেৱতাসকলক পৰাজয় কৰিলে । প্ৰবলপ্ৰতাপী নৰকে যিফালেই চাইছিল, সেইফালেই দেৱতাসকলে মূৰ দোঁৱাইছিল । নৰকে ইন্দ্ৰৰ ইন্দ্ৰত্ব কাঢ়ি ল'লে, আৰু নিজেই গণনায়ক হৈ পৰিল । তিনিও লোকতে বিখ্যাত অদিতিৰ কাণৰ কুণ্ডলযোৰা নৰকে বলেৰে কাঢ়ি আনিলে ; অমৰাৱতী আৰু হিমালয়ৰ পৰা ৰূপ-যৌৱনসম্পন্না ষোল্লহাজাৰ দেৱতা আৰু গন্ধৰ্ব-কন্যা নৰকে নিজৰ নগৰলৈ আনিলে । আকৰ্ণ-বিস্তৃত-নয়না আৰু পীনোন্নত-পয়োধৰা ক্ষীণমধ্যা সুন্দৰী যুৱতীসকলক নৰকে এটা মণিময় কৃত্ৰিম পৰ্বতত থাকিবলৈ দিলে ...

এসময়ত ব্ৰহ্মাৰ পুত্ৰ বশিষ্ঠ মহাচীনৰপৰা প্ৰাগ্‌জ্যোতিষলৈ আহিছিল। তাৰাদেৱীক কেনেকৈ আৰাধনা কৰিব লাগে, আৰাধনাৰ পন্থাই বা কি জানিবলৈ বশিষ্ঠ মহাচীনলৈ গৈছিল আৰু সাধক-শ্ৰেষ্ঠ পৰম বুদ্ধক গণিকা-শত-সেৱিত দেখি অতিশয় বিস্ময়ান্বিত বশিষ্ঠৰ মুখৰপৰা হঠাতে এষাৰ কথা ওলাল — 'বুদ্ধৰূপী বিষ্ণুৱে এয়া কি কৰিছে ? এনে আচৰণ বেদ-বহিৰ্ভূত, এই আচাৰত মোৰ অকণো আস্থা নাই।'

আকাশী বাণীয়ে বিস্ময়াভিভূত মুনিক সান্ত্বনা দি তেতিয়া ক'লে।

"ঋষিবৰ, মনত একো আশঙ্কা নকৰিব। নিঃশ্ৰেয়স আৰু সুখ-প্ৰাপ্তিৰ এয়ে একমাত্ৰ পথ।"

আকাশীবাণীক বিশ্বাস কৰি মুনিয়ে যিদৰে আজ্ঞা পালে, সেইদৰেই সকলো আচৰণ কৰিবলৈ ধৰিলে। তেওঁ তাৰাৰ আৰাধনাত সিদ্ধি লাভ কৰিলে। কামাখ্যা যোনি মণ্ডলত তাৰাৰ আৰাধনা কৰিবলৈ যাওঁতে নৰকে মুনিক বাট এৰি নিদিলে। মুনিয়ে অতিশয় কুপিত হৈ নৰক আৰু কামাখ্যা দুয়োকে অভিশাপ দিলে। মুনিৰ অভিশাপত অনুচৰ সকলোৰে সৈতে দেৱী তাৰপৰা অন্তৰ্ধান হ'ল। কৃষ্ণৰ হাতত অৱশেষত নৰক নিহত হ'ল ... তাৰ পাছত বাম-পদ্ধতিৰে তাৰাৰ আৰাধনা প্ৰৱৰ্ত্তন হ'ল .... পিছত নৰকৰ পুত্ৰ ভগদত্তই মহাপৰাক্ৰমেৰে সেই ৰাজ্য শাসন কৰিছিল ... সেই বংশত শুদ্ধাচাৰী বহুতো মেৰু-সদৃশ শ্ৰেষ্ঠ ৰজাই ৰাজত্ব কৰাৰ পাছত এতিয়া ভাস্কৰসদৃশ ৰজা ভাস্কৰ বৰ্মাদেৱে প্ৰাগ্‌জ্যোতিষ ৰাজ্যক এখন সুৰক্ষিত ৰাজ্যত পৰিণত কৰিছে ......"

এই বৃত্তান্ত শুনি ধৰ্মমিত্ৰই সুধিলে।

— এতিয়াও সেই ৰাজ্যত তাৰাৰ আৰাধনা হয়নে ? তাত অভিধৰ্ম আৰু ত্ৰিপিটকৰ কেনেকুৱা চৰ্চা হয় ? পাৰমিতাৰেই বা কেনে অনুশীলন হয় ? তুমি ক'ব পাৰানে ?"

— এতিয়া আৰু আগৰ দৰে তাত এইবিলাকৰ অধ্যয়ন-অধ্যাপনা নহয়। এতিয়া তাত প্ৰমাণ-পটু বৌদ্ধ আচাৰ্য্যও নাই। বিদ্যাৰ্থীসকলে জিজ্ঞাসুৰ বিশ্বাস জন্মাব নোৱাৰে ; তেওঁলোকে নিজেও পঞ্চ-স্কন্ধ বিজ্ঞানৰ অনুশীলনত পাৰ্গত নহয়। বুদ্ধৰ সৰ্বজ্ঞতাকো বেদবাদীসকলে স্বীকাৰ নকৰে, বৰং তৰ্কেৰে প্ৰত্যাখ্যানহে কৰে।"

— হায় ! কি কষ্ট ! তাত অনাত্মবাদ প্ৰচাৰ কৰিবলৈ কোনো নাইনে ? বাৰু কোনোবা এজন বিদ্বান শ্ৰমণক তালৈ পঠিয়াব লাগিব।"

কিবা মনতে ভাবি আচাৰ্য্য ধৰ্মমিত্ৰই আকৌ সুধিলে,

— তাত সম্প্ৰতি ৰজাৰ শাসন বাৰু কেনেকুৱা ? তেওঁৰ আচৰণেই বা কেনে ?"

কি উত্তৰ দিয়া তাৰ হ'ব তাকে ভাবি দোদুল্যমান হৈ সুচৰিতে ক'লে ।

— সেই ৰাজ্য এতিয়া সুৰক্ষিত । ৰমণীয়ে গাত বহুমূলীয়া অলঙ্কাৰ পিন্ধি পুৰুষ-সহচৰ নোহোৱাকৈ দুপৰ ৰাতিও ৰাজপথত অকলে নিৰ্ভয়ে ঘূৰি ফুৰিব পাৰে ...

... শিৱৰ পদাৰ্বিন্দপৰায়ণ শিৱভক্ত ৰজাই সকলো ধৰ্মকে সমভাৱে চায় । ব্ৰাহ্মণসকলে অগ্ৰহাৰ ভূমি ভোগ কৰে । শ্ৰমণসকলেও অনুৰূপ সুবিধা পায় । চৈত্য বিহাৰো দুই এটা আছে ।"

— বাৰু, কোনো এজন বৌদ্ধাচাৰ্য্যক প্ৰাগ্জ্যোতিষপুৰলৈ পঠোৱা উচিত হ'বনে ? তুমি এই প্ৰস্তাৱ অনুমোদন কৰানে ?"

— হয় । যিকোনো উপায়েৰে এজন জ্যেষ্ঠ আচাৰ্য্যক সেই দেশলৈ পঠাব লাগে ।" — সুচৰিতে সমৰ্থন জনাই উত্তৰ দিলে ।

— বাৰু, কাকনো পঠিয়াম ? অ' মনত পৰিছে । এজন কনিষ্ঠ ভিক্ষুক লগত দি ৰত্নমতিকেই পঠাব লাগিব । তেওঁক বাট-পথৰ কথা তুমিয়েই বুজাই দিবা । ৰত্নমতিয়ে এজন ভিক্ষুৰে সৈতে বাট-পথৰ বিষয়ে ভালকৈ জানিবলৈ তোমাক দুই এদিনতে লগ ধৰিব ।"

সুচৰিতক এইদৰে কৈ এই বাতৰি জনাবলৈ আচাৰ্য্য ধৰ্মমিত্ৰ মহাস্থবিৰ কুলপতি শীলভদ্ৰৰ ওচৰলৈ গ'ল । লগতে তেওঁ সুচৰিতক এইবুলি আদেশ দিলে ।

— তুমি বুদ্ধভদ্ৰৰ ওচৰলৈ যোৱাঁ । তেওঁ অভিধৰ্মত পাৰ্গত । তেৱেঁই তোমাক অভিধৰ্মৰ তত্ত্ব শিকাব ।"

১১

পথ-শ্ৰমত ক্লান্ত হৈ শ্ৰমণ-দুজন নীৰৱে গৈ আছে । এবা বেঁকা পথটো নদীত মিলিছেগৈ । পথৰ দুয়ো কাষে বনস্পতি আৰু লতা-গুল্মই পৰম্পৰৰ স্পৰ্দ্ধাতে যেন বাট অৱৰোধ কৰিবলৈ আগবাঢ়ি আহিছে । বাটটো খলা-বমা, সকবৰ শিলেৰে ভৰা । এনেকুৱা শিলনি বাটেদি খোজকঢ়া বৰ কষ্টকৰ । তাৰ উপৰি দুয়ো পিয়াহত আতুৰ । শ্ৰমণ দুজনৰ এজন চল্লিশ বছৰীয়া আৰু এজন ওঠৰ বছৰীয়া । ডাঙৰজনৰ কান্ধত মণিশিলাৰে বোলোৱা কাপোৰেৰে বন্ধা এখন গ্ৰন্থ ডিঙিৰপৰা সন্মুখৰফালে ওলমি আছে । আন এখন পিঠিত পৰি আছে । হাতত তেওঁৰ এডাল লাঠি । সৰুজনাৰ কান্ধত বৌদ্ধ শ্ৰমণৰ উপযোগী কানি-কাপোৰৰ এটা টোপোলা । সদ্যমুণ্ডিত সুৰামত্ত মানুহৰ কপোলৰ দৰে মূৰ খুৰোৱা সেই শ্ৰমণ দুজনৰ মুখমণ্ডল সূৰ্য্যৰ ৰশ্মিয়ে তাম-বৰণীয়া কৰিছে । সূৰ্য্যৰ ৰশ্মি পৰি তেওঁলোকৰ খুৰোৱা মূৰৰ তালু দাপোণৰ দৰে তিৰ্বিৰাইছে উঠিছে । তেওঁলোকৰ গাল, কপাল, মুখ আৰু গণ্ডস্থল ঘামৰ টোপালেৰে ভৰি পৰিছে । কাপোৰৰ আঁচলেৰে মুখ মচি ডাঙৰজনে সৰুজনৰ ফালে ঘূৰি ক'লে ।

— হেৰা, গুণোত্তৰ ! অলপ দূৰতে নৈ এখন বৈ যোৱা যেন দেখিছোঁ । নৈৰ পূৰফালে এক ক্ৰোশমানৰ ভিতৰতেই বিহাৰ আছে বুলি মানুহৰ মুখে শুনিছোঁ । ইপিনে যে বেলি ৰঙা পৰি আহিছে, তুমি মন কৰিছানে ? নৈ পাৰ হ'বলৈ লৰালৰি কৰা, সন্ধ্যাৰ আগতেই আমি বিহাৰ পাবগৈ লাগিব । ঘোপমৰা এন্ধাৰত শ্বাপদ-সঙ্কুল হাবিতলীয়া বাটেদি যোৱা অনুচিত । এতিয়াই দিনৰ শেষত মনোৰম সন্ধ্যাৰ ফালে চিকাৰ কৰিবলৈ গছ-লতাৰ ছাঁ এৰি বাঘ লাহে ধীৰে নিৰ্ভয়ে চাৰিওফালে ওলাই আহিব । গুণোত্তৰ, শহাৰ দৰে জঁপিয়াই খোজ দিয়া । সময়ে কালৈকো অপেক্ষা নকৰে ।"

তাকে শুনি গুণোত্তৰে ক'লে ।

— আৰ্য্য, এয়া মই লৰালৰি কৰিছোঁ । এয়া মই আপোনাৰ পিছে পিছেই গৈ আছোঁ । আপুনি জানেনে — ঘাট পাৰ হবলৈ কিমান মাচুল দিব লাগিব ?"

তাকে শুনি ৰত্নমতিয়ে অলপ হাঁহি ক'লে ।

— গুণোত্তৰ, উদ্বিগ্ন নহ'বা । মাচুল দিয়েই হওক বা নিদিয়াকৈয়ে হওক আমি ঘাট পাৰ হ'বই লাগিব । এই বিশাল নদী সাঁতুৰি পাৰ হ'ব নোৱাৰি । তোমাৰ মনত

নাইনে —তথাগতৰ এজন সেৱকে এশ তামৰ মোহৰ আমাক সিদিনা দিছিল । সেইখিনি মোৰ লগতে আছে, তাৰেই ঘাটিৰ মাচুল হ'ব । আমাৰ ধন-সোণৰ প্ৰয়োজন নাই ।"

গুণোত্তৰে আকৌ সুধিলে,

— জিজ্ঞাসাই মোক চপল কৰি তুলিছে আৰু ধীৰে ধীৰে প্ৰশ্ন কৰিবলৈ উদগনি দিছে । এই নৈখনৰ নামনো কি ? নৈত বাৰিষা খৰালি সদায় সমানে পানী থাকেনে ? নাইবা ঋতু বিশেষেহে থাকে ? আপুনি এই বিষয়ে কিবা জানেনে ? কিবা শুনিছেনে বাৰু ?"

— হয় গুণোত্তৰ, মই বহুত শুনিছোঁ । শুনা বাৰু, এইখন দক্ষিণ-বাহিনী সদানীৰা কৰতোয়া । এই নদীখনে পৌণ্ড্ৰদেশ সদায় প্লাবিত কৰে । প্ৰাচীন কালত হৰ-পাৰ্বতীৰ বিয়াৰ সময়ত শিৱৰ হাতৰপৰা বৈ পৰা পানীৰেই এই নৈখন হৈছিল বুলি নৈখনৰ নাম কৰতোয়া হৈছে, —এয়ে পুৰণি উপাখ্যান ।"

— হওক বাৰু, সেয়া প্ৰাচীন উপাখ্যান, সেই বোৰ আখ্যান-উপাখ্যানৰ প্ৰতি মোৰ অকণো শ্ৰদ্ধা নাই । বৰ্ত্তমান অৱস্থা কেনে বাৰু ?"

— কৰতোয়াৰপৰা আৰম্ভ কৰি দিক্কৰবাসিনীলৈকে প্ৰাগ্‌জ্যোতিষপুৰ নামৰ ৰাজ্য । প্ৰাচীন কালত বিদেহৰপৰা মাধৱ নামেৰে এজন লোকে হেনো যজ্ঞৰ জুই মুখত লৈ সাঁতুৰি কৰতোয়া পাৰ হৈ প্ৰাগ্‌জ্যোতিষলৈ আহিছিল । তেতিয়াৰেপৰাই তেওঁ সেই ৰাজ্যত যাগ-যজ্ঞৰ কাৰণে পশুবলি আৰম্ভ কৰিছিল । তাৰ পিছত ...

তেওঁক বাধা দি গুণোত্তৰে নিজৰ অসহিষ্ণুতা প্ৰকাশ কৰি ক'লে ।

— হায় ধিক্ ! কি কষ্ট ! মানুহবিলাক কিমান মূৰ্খ ! পশুবলিৰ কথা কব নাপায়, শুনিবও নাপায় । ....সকলো প্ৰাণীৰ প্ৰতি দয়াৰ্দ্ৰ চিত্তৰ ভগৱান্ তথাগতে নিষিদ্ধ কৰিছে । পৰম কাৰুণিক তথাগতে জৰা, মৰণ আৰু ব্যাধিৰ দুঃখ নিবাৰণৰ কাৰণে চাৰিটা আৰ্য্যসত্য প্ৰচাৰ কৰিছে । সেই কেইটাহে আচৰণ কৰিব লাগে, বাকীবোৰ নহয় । আচাৰ্য্যৰ নিশ্চয় মনত থাকে জগতৰ সকলো শূন্য ।"

— সঁচা গুণোত্তৰ, সঁচা । এইসকলো বিলাকেই শূন্য । বাৰু এতিয়া তোমাক মই জাতকৰ এটি প্ৰাচীন কাহিনী শুনাওঁ ।"

এইবুলি ৰত্নমতিয়ে এটা আখ্যান ক'বলৈ ধৰিলে ।

এইদৰে কথোপকথনৰ মাজেদি শ্ৰমণ দুজন কিছুদূৰ আগুৱাই গৈ দূৰৈৰপৰাই

নদীৰ পাৰত এটি পৰ্ণকুটীৰ দেখিবলৈ পালে । সেইটোৱেই ঘাটৰ ঘৰ বুলি জানি তেওঁলোক যেতিয়া সেইফালে আগবাঢ়িল, তেতিয়া পৰ্ণকুটীৰৰপৰা বতাহত উটি অহা এটা সুমধুৰ গীতৰ সুৰ তেওঁলোকৰ কাণত পৰিল । গীতৰ কথাৰ অৰ্থ নুবুজিলেও সেই সুমধুৰ সঙ্গীতে তেওঁলোক দুয়োৰে কৰ্ণ কুহৰত অমৃতৰ ধাৰাহে যেন বোৱাই দিলে । তৎক্ষণাত দুয়োৰে মনোগহনত এক অনুকূল চিত্ত-প্ৰৱণতাৰ সৃষ্টি হ'ল । বুদ্ধৰ বাণী স্মৰণ কৰি ৰত্নমতিয়ে বহুত প্ৰয়াসেৰে সেই চিত্ত-প্ৰৱণতা আঁতৰ কৰিলে । তথাপি তেওঁ কৌতূহলী হৈ পৰিল । মনেৰে কুটীৰলৈ লৰি যাব খুজিও লাহে লাহে সেই ফালে আগবাঢ়ি গুণোত্তৰৰ অভিপ্ৰায় বুজাৰ ছলেৰে তেওঁক সুধিলে ।

— অ' গুণোত্তৰ, তুমি শুনিছানে ? কুটীৰত কান্দোনৰ শব্দ যেন শুনা গৈছে । মোৰ ধাৰণা কোনো নাৰীয়ে জৰা-মৰণৰ দুঃখ অনুভৱ কৰি করুণভাৱে কান্দিব ধৰিছে । তেওঁৰ দুঃখ নিবাৰণ কৰিবলৈ আমি যত্ন কৰা উচিত । নহয়নে ?"

— নহয়, নহয়, আৰ্য্য । কোনোবা নাৰীয়ে সুমধুৰ গীত গাইছে । গীতৰ মাধুৰ্য্য চিত্ত আহ্লাদকাৰক । ইয়াৰ স্বৰগ্ৰামো সুষম যেন লাগিছে ।"

— তেনেহ'লে ওচৰলৈ গৈ মন দি শুনিব লাগে । যদি তোমাৰ আগ্ৰহ জন্মিছে, তেন্তে আগে আগে ব'লা ।" —ৰত্নমতিয়ে ক'লে ।

ৰত্নমতিৰ কথামতে গুণোত্তৰে বেগাই কুটীৰৰ ফালে যাবলৈ ইচ্ছা কৰি কেইখোজমান গৈয়ে মনতে যেন কিবা ভাৱি হঠাতে বৈ গ'ল । পিছলৈ ঘূৰি পিছে পিছে অহা ৰত্নমতিলৈ চাব ধৰিলে আৰু ডাঙৰকৈ ক'লে ।

— আৰ্য্য, গীত শুনাটো অশোভনীয় । কোনোবা ৰমণীয়ে গীত গাইছে । আমি কেনেকৈ ৰমণীৰ মুখ-দৰ্শন কৰিম ? গীত-শ্ৰৱণ আৰু ৰমণীৰ মুখ-দৰ্শন সকলো শীল নাশৰ কাৰণ । আমি এতিয়া কি কৰা ভাল হ'ব —মই একো ক'ব পৰা নাই ।"

গুণোত্তৰৰ এনেকুৱা কথা শুনি আৰু তেওঁৰ কিংকৰ্ত্তব্যবিমূঢ়তা দেখি ৰত্নমতিয়ে হাঁহিমুখেৰে তেওঁক সান্ত্বনা দি ক'লে ।

— ভয় নকৰিবা । 'গায়কক ৰমণীয়ে কামনা কৰে' এনেকুৱা শ্ৰুতি শুনা যায়, কিন্তু পুৰুষে গায়িকাক কামনা কৰে —এনে উক্তিৰ প্ৰচলন নাই । আমি নদী পাৰ হ'বই লাগিব । ৰমণীৰ মুখৰ পিনে নাচাবা, ভৰিৰ ফালে চাবা । আমি এতিয়া নৈৰ ঘাটলৈহে যাওঁ, কুটীৰৰ দুৱাৰমুখলৈ নাযাওঁ । একো শঙ্কা নকৰিবা, আগবাঢ়ি আহাঁ ।"

এইদৰে তেওঁলোক দুয়োজনেই নৈখনৰ পাৰ পালেগৈ । নৈৰ বুকুত পাৰত এটা

মূৰ লগাই থোৱা এখন নাও তেওঁলোকে দেখিবলৈ পালে ; কিন্তু নাৱৰীয়া হ'লে নেদেখিলে । নৈৰ ঘাট জনশূন্য । মাটিৰ খট্‌খটি ক্ৰমে তললৈ নামি গৈছে । নাৱৰীয়া নোহোৱা নাও দেখি তেওঁলোক দুয়োজনে কি কৰা যায় বুলি চিন্তান্বিত হৈ ইফালে সিফালে চাওঁতেই ঘাটৰ জীয়েকক কুটীৰৰ ভিতৰৰপৰা ওলাই ঘাটৰফালে অহা দেখিবলৈ পালে । তাই মুখেৰে এফাঁকি গীত গুণগুণাই গাই আহিছিল । হাঁহি মুখৰ উদ্ভিন্ন-যৌৱনা সেই সুন্দৰীক দেখি গুণোত্তৰে নৈৰ পানীলৈ চাবলৈ ধৰিলে ; কিন্তু ৰত্নমতিয়ে হ'লে চঞ্চল খোজেৰে অহা সেই গাভৰুৰ ফালে অপলক-দৃষ্টিৰে চাবলৈ ধৰিলে । মনতে বাৰে বাৰে গাভৰুৰ কাষ চাপিবলৈ ইচ্ছুক যেন হৈ আগ বাঢ়িব খুজিও সংযম অৱলম্বন কৰি কেৱল তাইৰ ফালে চাই থাকিল । শ্ৰমণ দুজনৰ ওচৰলৈ আহি ঘাটৰ জীয়েকে হাঁহি হাঁহি নমস্কাৰ কৰিলে আৰু কোমল মিঠা মাতেৰে বিনীতভাৱে জনালে ।

— বুদ্ধৰ শৰণ লওঁ । শ্ৰমণ দুজনাৰ প্ৰতি নমস্কাৰ । মই ঘাটৰ ছোৱালী । মোৰ নাম মদনলেখা । মই যোল্ল বছৰতকৈয়ো অধিক কাল ব্যৰ্থ-জীৱন অতিবাহিত কৰি আজি বসন্তৰ শেষত এই ৰমণীয় দিনত আপোনালোকৰ দৰ্শন পোৱাত নিজৰ জীৱন-যৌৱন সাৰ্থক বুলি এতিয়া ভাৱিব পৰা হৈছোঁ । বাৰু, সুধিব পাৰোঁনে —আপোনালোক বা ক'ৰপৰা আহিছে ? যাব বা কোন ফালে ? আকাশ মেঘাচ্ছন্ন হৈ থকা এই সান্ধ্য সময়ত কি কাৰণে নো এই নিৰ্জন নদীৰ পাৰত আপোনালোক উপস্থিত হৈছেহি ? ভগৱান্ বুদ্ধৰ উপদেশ গ্ৰহণ কৰি বুদ্ধৰ শিষ্যদ্বয়ে বাৰু মাৰক জয় কৰিব পাৰিছেনে ? অথবা জয় কৰিলেও মাৰে এই শ্ৰমণদ্বয়ক মাজে মাজে কষ্ট দি থাকে নেকি ?"

মদনলেখাই এইবুলি সোধাত ক্ষুব্ধ হৈ গুণোত্তৰে ৰত্নমতিক কাণে কাণে ক'লে ।

— আৰ্য্য, ৰমণীগৰাকীয়ে বিশ্বস্তভাৱে আমাৰ লগত কথা-বতৰা পতাত আমাৰ শীল-স্খলন নহ'বনে ? এনে কুৎসিৎ কথা শুনি কেনেকৈ শীল ৰক্ষা কৰোঁ ? এই অৱস্থাত আমাৰ কৰণীয়ইই বা কি ? আমাৰ শীল ৰক্ষা কৰি কেনেকৈ এওঁৰ লগত কথা পাতোঁ ? আমি এতিয়াই ইয়াৰপৰা উভতি যাম নেকি ? উপায় চিন্তা কৰক ।"

গুণোত্তৰে এইদৰে ব্যাকুলভাৱে কৈ থাকোঁতে মদনলেখাই দুখোজমান আগলৈ আহি গুণোত্তৰৰফালে মিচিকিয়াই হাঁহি দৃষ্টিপাত কৰিলে । গুণোত্তৰে কিবা অন্য বস্তু চোৱাৰ দৰে অন্যফালে চাই থাকিবলৈ ধৰিলে । অনিচ্ছা সত্ত্বেও ৰত্নমতিয়ে গাভৰুৰ ফালে মাজে মাজে কেৰাহিকৈ চায় আৰু অন্যফালে চকু ঘূৰায় । নিজে নিজকে কোৱাৰ দৰেই গুণোত্তৰে আকৌ ৰত্নমতিক উদ্দেশি ক'লে ।

—অ' ভূমিস্পৰ্শ-মুদ্ৰাৰে তথাগতে মাৰক জয় কৰি পথ দেখুৱাই গৈছে ; আমিও তাকেই আচৰণ কৰিব লাগিব । কিন্তু থিয় হৈ আমি কেনেকৈ ভূমিস্পৰ্শ মুদ্ৰা ৰচনা কৰোঁ ? বাৰু, নখেৰে ভৰিৰ আগৰ মাটি দৃঢ়ভাৱে হেঁচি ধৰি থাকি তলৈলে চাই সকলো প্ৰশ্নৰ উত্তৰ দিব লাগিব ।"

মদনলেখাৰ মুখলৈ চাই তন্ময় হৈ থকাত গুণোত্তৰৰ কথা-বতৰা ৰত্নমতিৰ কাণত নোসোমাল, আৰু বোধগম্যও ন'হল । মদনলেখাৰ চকুলৈ চাই ৰত্নমতিয়ে চিন্তা কৰিবলৈ ধৰিলে, —'কি আচৰিত ! একেজন মাৰেই এই তৰুণীৰ দুয়োটা চকুত একে সময়তে স্থিতি লাভ কৰিছে । কাউৰীৰ চকুৰ এটা মণি দুটা চকুত থকাৰ দৰে একেজন মদন দুজন হৈছে নেকি ? জ্বলি থকা খৰি এডাল ঘুৰালে জুইৰ চক্ৰ এটা যেন দেখি, এতিয়াও সেয়ে হৈছে নেকি ? সমস্ত পৃথিৱীৰ সৌন্দৰ্য্য আহি এই গাভৰুৰ দুই চকুত পুঞ্জীভূত হৈছে নেকি ? লাৱণ্যৰ সাগৰ শৰীৰৰ সকলো অঙ্গতে বিৰাজ কৰিছে বুলিয়েই এওঁৰ চকুজৰি নীলা হৈ পৰিছে নেকি ? মোৰ মনো-মুকুৰত প্ৰতিবিম্বিত ভাৱমূৰ্ত্তিয়েই বাহিৰত এইদৰে সুন্দৰী তৰুণীৰূপে প্ৰকাশ পাইছে নেকি ? নহ'লে কেনেকৈ এই তৰুণীৰ সৌন্দৰ্য্য মোৰ অন্তৰত এইদৰে প্ৰকাশ হ'ব ? মই একো বুজিব পৰা নাই । যিয়েই নহওক, পৰস্ত্ৰীলৈ চাব নাপায় ; বিশেষকৈ আমাৰ শ্ৰমণসকলে । কিন্তু ইয়াত পত্নীত্বই বা ক'ত ? এওঁ হৈছে যৌৱনত ভৰি দিয়া গাভৰু । কন্যাই হওক বা পত্নীয়েই হওক, এই তৰুণীৰ মনোলোভা ৰূপে মদনৰ মনো আলোড়িত কৰিব পাৰে । বুদ্ধৰ বাণী গ্ৰহণ কৰি আমি ৰূপ-স্পৃহা প্ৰত্যাখ্যান কৰিছোঁ, আৰু শব্দৰ লগতে গন্ধৰ কামনাও আমাৰ বাবে সমানে বৰ্জনীয় । স্পৰ্শসুখ সদায় আমাৰ পৰা দূৰত । ৰূপ সদায় কদৰ্য্য ; ৰসাকাংক্ষা আমাৰ কেতিয়াও নহওক ; আৰু মধুৰ শব্দ কাণত পৰিলেও চিত্তই তাত তৃপ্তি লাভ কৰা অনুচিত । তেন্তে এই গাভৰুক দেখি মোৰ মন আনন্দত নাচি উঠিছে কিয় ? মোৰ এই অশালীন দৃষ্টিয়ে বাৰে বাৰে গাভৰুৰ ফালে অহা-যোৱা লগাইছে বা কিয় ? যদিও লাজতে মোৰ দৃষ্টি গাভৰুৰ অঙ্গত নিবদ্ধ হৈ থকা নাই চঞ্চল হৈ ইফাল সিফাল কৰিছে, মোৰ মনটো কিন্তু কিবা আশাতে হ'ৰলা তৰুণীৰ বুকুত যেন দৃঢ়ভাবে লাগি পৰিছে যেনহে লাগিছে । এনে চিন্তা তেনেই অনুচিত । উঃ,মই কি অশালীন চিন্তা কৰিছোঁ ? যি কাম কৰা উচিত নহয়, তেনে কথা মনেৰে চিন্তা কৰাও অনুচিত । এইটো সমীচীন হোৱা নাই । মই সকলো জানো, তথাপি ... মই ভাৱো শিৱৰ তৃতীয় নয়নে দগ্ধ কৰা কামদেৱক যুৱতীয়ে জয় কৰিবলৈ নয়নৰ কটাক্ষৰেই পুনৰ জীয়াই তুলিছে । সেই কাৰণে কোৱা হয় 'কামক কোনে অতিক্ৰম কৰিব পাৰে ।' নাজানো মানুহে প্ৰিয়তমাৰ আলিঙ্গনত আৰু অধৰ-চুম্বনত কি সুখ পায় ... ? আমি কিন্তু চিৰকালেই ইয়াৰপৰা বঞ্চিত হৈ আছোঁ । আত্ম-প্ৰৱঞ্চনা

জানো শ্ৰেয়ো লাভৰ উপায় হ'ব পাৰে ? তেন্তে এই গেৰুৱা কাপোৰ দূৰলৈ দলিয়াই পেলাই দিওঁ, বুদ্ধৰ উপদেশ পাহৰি পেলাওঁ ... হায়, কি কষ্ট ! নহয়, নহয় । এনেকুৱা কৰিব নোৱাৰি । শ্ৰমণত্বক সদায় সকলো কামনা-বাসনাৰ ঊৰ্দ্ধত ৰাখিব লাগিব । এয়ে আদেশ । এয়ে উপদেশ ।

'পৰম কাৰুণিক সৰ্বজ্ঞ ভগৱান বুদ্ধক নমস্কাৰ ।'

ৰত্নমতিয়ে এইদৰে চিন্তা কৰি থাকোঁতেই মদনলেখাই দুষ্টামিৰ হাঁহি মাৰি তেওঁক উদ্দেশি ক'বলৈ ধৰিলে ।

— ভদন্তই বা কিয় মৌন অৱলম্বন কৰিছে ? এখেতে মোৰ কথা বুজি পোৱা নাই নেকি ? মোৰ ভাষা ম্লেছ ভাষা সদৃশ হোৱাৰ কাৰণে মোৰ কথাৰ অৰ্থবোধ ভালকৈ হোৱা নাই নেকি ? আপোনালোক বিদেশী, আপোনালোকৰ ভাষা মোৰ ভাষাতকৈ বেলেগ। সোনকালে কওক, নৈ পাৰ হ'বনে ৰাতিটো ইয়াত কটাব ? চাওক, মেঘমেদুৰ আকাশে বিজুলি ঢেৰেকনিৰে ডাঙৰ ধুমুহাৰ সূচনা কৰিছে । যদি উন্নত মেঘ দেখি আপোনালোকৰ যোৱাৰ ইচ্ছা নাইকিয়া হৈছে, তেন্তে এই কুটীৰতে ৰাতিটো আনন্দেৰে কটাওক । মাটিত পৰা ঢাৰি-পাটীত শুলেও তিনি প্ৰহৰৰ ৰাতিটো ক'ব নোৱৰাকৈয়ে যে ক্ষন্তেকতে পাৰ হৈ যোৱা যেন লাগিব, ইয়াত কোনো সন্দেহ নাই । কুটীৰৰ ভিতৰলৈ আহক ...

তাকে শুনি ৰত্নমতিয়ে টোপনিৰপৰা সাৰ পাই উঠাৰ দৰেই ক'লে ।

— নিশ্চয়, নিশ্চয় । নহয়, নহয় । শীঘ্ৰে নৈ পাৰ হৈ আমি যাব লাগিব ।"

— তেনেহ'লে লৰালৰি কৰক । এতিয়াই বেলি পৰিব । মেঘে আকাশ ছাটি ধৰিছে ; শীঘ্ৰে শিলাবৃষ্টি হ'ব যেন লাগিছে ।"

তাকে শুনি ইফালে সিফালে চাই ৰত্নমতিয়ে সুধিলে ।

— কিন্তু ঘাটে ক'ত ? নাৱৰীয়াই বা ক'ত ? কোনে নাও বাই নৈ পাৰ কৰিব ? আমি নিজে নৈ পাৰ হ'ব নোৱাৰোঁ, ব'ঠা ধৰিবও নাজানো । আমি কেনেকৈ নাও সিপাৰলৈ বাই নিম ?"

তাকে শুনি মদনলেখাই খিল্ খিল্ কৰে হাঁহি ক'লে ।

— ভয় নকৰিব । মযেই নাও বাই নিম । অশিক্ষিত হ'লেও ব'ঠা মৰাত মই পাৰ্গত । মোৰ দেউতাই ঘাটে । তেওঁ মোকেই বাটৰুৱাক ঘাট পাৰ কৰাৰ ভাৰ দি এটা ডাঙৰ সকামত দূৰৰ এখন গাঁৱলৈ গৈছে । এই অন্ধকাৰ ৰাতি বনৰীয়া জীব-জন্তুৰে

ভৰা হাবিতলীয়া বাটেদি তেওঁ আজি বাতি মৰালে উলটি নাহে । গতিকে ময়েই সকলোখিনি কৰিব লাগিব । আহক নাৱত উঠকহি ।"

এইবুলি কৈ মদনলেখাই নাৱত উঠি নাৱৰ টিঙত বহি ব'ঠা হাতত ল'লে । বাওঁ ভৰিটো নাৱৰপৰা তললৈ ওলোমাই ভৰিৰ আঙুলিৰ আগেৰে অলপ পানী ছটিয়াই ঘাটৰ জীয়েকে হাঁহিমুখেৰে আকৌ শ্ৰমণ দুজনক মাতিলে । অনভ্যাসৰ কাৰণে ভয়ে ভয়ে খোজ দি তেওঁলোক দুয়ো নাৱত উঠিল । তেতিয়া ৰত্নমতিয়ে কিবা মনত পেলোৱাৰ দৰে মদনলেখাক সুধিলে ।

— আপোনাক সুধিব খুজিছোঁ, ঘাট পাৰ হোৱাৰ বাবদ কিমান মাচুল দিব লাগিব ?"

— সেইটোও আকৌ সুধিব লাগেনে ? কৈছোঁ বাৰু 'ঘাট পাৰ হ'বলৈ জনমূৰি দুই কাৰ্ষাপণ দিব লাগে' —এয়ে ৰজাৰ আদেশ । শ্ৰমণসকলৰ সিমানখিনি ধন জানো আছে ?" — মদনলেখাই উপহাস কৰাৰ দৰেই যেন সুধিলে ।

এতিয়ালৈকে গুণোত্তৰ মৌন হৈ আছিল । মদনলেখাৰ বিদ্ৰূপাত্মক উক্তি শুনিবলৈ টান পাই তেওঁ কৰ্কশ মাতেৰে উত্তৰ দিলে ।

— আমাৰ বৌদ্ধ ভিক্ষুসকলৰ ধন-সম্পত্তি কেৱল আজিৰ বাবেহে । পিছদিনালৈ সঁচাৰ নিয়ম নাই সঁচা ; কিন্তু সঞ্চিত ধন নাই বুলিয়েই প্ৰশ্ন কৰা নাই । ৰজাৰ হুকুমৰ বিষয়েহে জানিব খুজিছোঁ । শ্ৰমণসকলেও পাৰঘাটৰ মাচুল দিব লাগে নে কি ?"

মদনলেখাই স্পষ্টভাৱেই উত্তৰ দিলে ।

—ওঁ দিব লাগে । ব্ৰাহ্মণ-শ্ৰমণ-নিৰ্গ্ৰন্থী —সকলোৱে ঘাট পাৰ হোৱা মাচুল দিব লাগে । 'কৃষিজাত দ্ৰব্য, সামৰিক কৰ, বেপাৰী আৰু পাৰঘাটৰ ঘাটৰ কৰ, নৈ পাৰ হোৱা মাচুল, নাও, জাহাজ, পোতাশ্ৰয় আদিৰপৰা সংগৃহীত ধনেৰেই ৰাষ্ট্ৰৰ কোষ পৰিপূৰ্ণ হয় ।' —কৌটিল্যৰ এই উক্তি আপোনালোকে শুনা নাইনে ? মহাৰাজ নৰেন্দ্ৰগুপ্ত শাসিত পৃথিৱীত জীৱ-জন্তুৱেও ৰজাৰ আজ্ঞা শিৰোধাৰ্য্য কৰে, বিদ্বান ব্ৰাহ্মণ আৰু শীল-সম্পন্ন শ্ৰমণৰ কথাই নাই ।"

নৈ পাৰ হ'ব খোজা শ্ৰমণ দুজনক মদনলেখাই এইদৰে কৈ থাকোঁতেই পশ্চিমফালৰপৰা খুব বেগেৰে বতাহ ববলৈ ধৰিলে । গছৰ ডালে মৰ্মৰ্ শব্দ কৰিবলৈ ধৰিলে, নৈৰ বুকুত ডাঙৰ ঢৌ উঠিল আৰু বতাহৰ কোবত বাৰে বাৰে পাৰত লাগি ঢৌবোৰে আস্ফালন কৰিবলৈ ধৰিলে । চকুৰ পচাৰতে মেঘৰ ঘনঘোৰ গৰ্জনৰ সৈতে

ধৰধুণ নামিল । লগে লগে শিলাবৃষ্টিও আৰম্ভ হ'ল । মদনলেখাই সাৱধপৰা নামি ঘৰৰফালে বেগাই লৰ দিলে । ভীত-সন্ত্ৰস্ত শ্ৰমণ দুজনো মদনলেখাৰ পাছে পাছে লৰি গৈ পৰ্ণকুটীৰত সোমাল । কুটীৰৰ ভিতৰত সোমাই মদনলেখাই দুৱাৰত দাং দিবলৈ যত্ন কৰিলে । কিন্তু বাৰে বাৰে বতাহে দুৱাৰ মুকলি কৰাত দুৱাৰ জপাব নোৱাৰিলে । খোলা-দুৱাৰমুখেদি ধৰধুণৰ পানী সোমাই ঘৰৰ মজিয়াৰ একাল তিয়াই পেলালে । হঠাতে পৃথিৱীলৈ ঘোৰ অন্ধকাৰ নামি আহিল । শ্ৰমণ দুজনেও দুৱাৰৰ দাং মাৰিবলৈ অশেষ যত্ন কৰিলে । শেষত মদনলেখাই তেওঁলোকৰ সহায়ত অতিশয় কষ্টৰে কুটীৰৰ দুৱাৰখন কোনোমতে জপালে । সেই সময়তে ডাঙৰ বজ্ৰপাতৰ শব্দ শুনা গ'ল । বজ্ৰপাত হোৱাত কুটীৰৰ ওচৰৰ আঁহত গছজোপা ফাটি দুফাল হ'ল । বজ্ৰপাত আৰু গছ পৰি ডাঙৰ শব্দ হ'ল । অন্ধকাৰ কুটীৰৰ ভিতৰত শ্ৰমণ দুজনে ভীতি-বিহ্বল হৈ মদনলেখাক সাৱটি ধৰি যেন নিজকে ৰক্ষা কৰিবলৈ একগোট হৈ থিয় হ'ল । তাইয়ো তেওঁলোক দুয়োজনকে সাৱটি ধৰাত যেন সুৰক্ষিত হৈ থাকিল । কিন্তু মুহূৰ্ত্ততে সকলোটি সচেতন হৈ পৰিল । শ্ৰমণ দুজনে নিমিষতে মদনলেখাক এৰি দি কিছু আঁতৰলৈ গ'ল । মদনলেখাই বিশ্বাস জন্মাই তেওঁলোক দুয়োকেই শয্যাত বহুৱালে ।

ইতিমধ্যে কিমান সময় অতীত হ'ল — কোনেও ক'ব নোৱাৰে । লাহে লাহে ধৰধুণ কমি আহিল ; বতাহো শাম কাটিলে । মদনলেখাই বৰ কষ্ট কৰি চুহালত জুই ধৰিলে আৰু পানী-সুনি যোগাৰ কৰিলে । খোৱা-পানী আৰু কিছু ফল শ্ৰমণ দুজনৰ আগত দি মদনলেখাই নিজৰ স্বভাৱসুলভ মধুৰ মাতেৰে ক'লে ।

— মোৰ মনত প্ৰলয়-কাল অহা যেন লাগিছিল । ভাগ্যক্ৰমে আমি ৰক্ষা পৰিলোঁ । এতিয়া সময়ৰ কাম কৰিব লাগে । ৰাতি গহীন হৈ আহিছে, কোনোমতে পেটৰ জুই শাম কটাই আপোনালোক দুয়ো বিচনাত পৰক । এইখিনি মৌ মিহলি পানী । এইবোৰ পকা ফল । আপোনালোকে গ্ৰহণ কৰি মোক অনুগৃহীত কৰক । আমাৰ দৰে দুখীয়াৰ ঘৰত ইয়াতকৈ বেছি আৰু একো নাই । এইখিনি আতিথ্য গ্ৰহণ কৰিলেই মই কৃতাৰ্থ হ'ম । ”

কি কোৱা যায়, কিয়েই বা কৰা যায় হঠাতে নিশ্চয় কৰিব নোৱাৰি শ্ৰমণ দুজন ক্ষন্তেক মৌনী হৈ ৰ'ল । পানী আৰু ফলখিনি খাই বত্নমতিয়ে ক'লে ।

— সুচৰিতা, তুমি উচিত আতিথ্য আগ বঢ়াইছা আৰু লগতে তুমি আমাক অকাল প্ৰলয়ৰপৰা ৰক্ষাও কৰিলা । ই পৰম কাৰুণিকৰেই কৰুণা । সৰ্বজ্ঞ ভগৱান বুদ্ধক নমস্কাৰ ।”

যদিও গুণোত্তৰে কাৰো কথাত ভাগ লোৱা নাছিল আৰু কাৰো ফালে চোৱা নাছিল, তথাপি তেওঁৰ অন্তৰৰ ভাৱ বুজিবলৈকে মদনলেখাই তেওঁক উদ্দেশ্য কৰি সুধিলে ।

— যুৱক শ্ৰমণজনে দেখোন মৌন অৱলম্বন কৰি আছে । কনিষ্ঠ শ্ৰমণজনৰ এই ঠাইখন আৰু পান আদি ভাল লগা নাই নেকি ?"

তাকে শুনি গুণোত্তৰে কেৱল 'হুঁ' বুলি কৈ আকৌ পাত্ৰৰপৰা বাকি পানী এঢোক খালে ।

তেতিয়া মদনলেখাই তেওঁলোকক ক'লে ।

— এইখন শয্যাতে আচাৰ্য্যই কষ্টেৰে ৰাতিটো কটাওক । এই ঠাইখিনি বৰষুণৰ পানীয়ে বুৰাই পেলোৱাত শুব নোৱৰা হৈছে । গতিকে ঘৰৰ আনফালে কনিষ্ঠ শ্ৰমণজনাৰ বাবে মাটিতে এখন বিচনা পাৰোঁ । ...ভূমিশয্যা কঠিন হলেও শ্ৰমণৰ কাৰণে যাতে সুখদায়ক হয়, তাৰ বাবে মই যত্ন কৰিম । ইয়াত শঙ্কাৰ কোনো কাৰণ নাই । মই মোৰ পেহীৰ লগতেই নিজৰ শয্যাতে শুম । মোৰ বুঢ়ী পেহীয়ে কাণেৰে নুশুনে । মোৰ কথা চিন্তা কৰিয়েই পেহী শুই আছে । পূজ্য আচাৰ্য্যৰ বাবে ৰাতিটো সুখৰ হওক ।"

এইবুলি মদনলেখাই গুণোত্তৰক হাতত ধৰি টানি নিয়াৰ দৰে ইটো কোঠালৈ লৈ গ'ল । যাওঁতে তাই উপহাস কৰি ক'লে ।

— চাওক, এয়া শ্ৰমণৰ বাবে মই বিছনা পাৰি থৈছোঁ । ভূমিশয্যাত শুলে বাত-বিষ হয় বুলি বৈদ্যই কয় । আজি বৈদ্যৰ কথা-উপেক্ষা কৰি এই শয্যাকে সপ্তম স্বৰ্গৰ সমান সুখদায়ক বুলি যুৱক শ্ৰমণে বিবেচনা কৰাৰ সুযোগ পাব । আপোনালোকেই কয় নহয়, মনেই সুখদুঃখৰ কাৰণ । এই শয্যাখন বাৰু আপোনাৰ ভাল লাগিছেনে ?"

গুণোত্তৰে কেৱল নাকেৰে 'হুঁ' বুলি কৈ থ'লে, তাতকৈ বেছি একো কথা তেওঁৰ মুখৰপৰা নোলাল । কিছুসময়ৰ পাছত মেঘৰ গাজনিৰে বৰষুণ আকৌ বেছি হৈ আছিল । বৰষুণৰ ডাঙৰ টোপালবোৰ আমগছত আৰু লতা-গুল্মত পৰাৰ শব্দ শুনা গ'ল । নৈৰ বুকুৰ ঢৌয়ে বিক্ষুব্ধ নদীৰ পাৰত লাগি আস্ফালন কৰিবলৈ ধৰিলে । বিজুলীয়ে বেৰৰ জলঙাৰে পঁজাৰ ভিতৰলৈ ভুমুকি মাৰি তৎক্ষণাত পলাই লৰ মাৰিলে । বৰ্ষণমুখৰ ৰাতি ঘোৰ অন্ধকাৰে জগৎ আৱৰি ধৰিলে । উশাহ-নিশাহৰ শব্দ ভৰা-পিতা বৰষুণে নুশুনা কৰিলে ।

** ** **

ৰাতিপুৱাৰ প্ৰথম ভাগতে নিত্যক্ৰিয়া সমাপ্ত কৰি ৰত্নমতি যাবলৈ ওলাল আৰু গুণোত্তৰক মাতিলে । কিন্তু তেওঁৰপৰা প্ৰত্যুত্তৰ নাপালে । বিচাৰ খোচাৰ কৰিও ক'তো গুণোত্তৰক নেদেখিলে । গুণোত্তৰ ক'লৈ গ'ল, ৰত্নমতিয়ে নাজানে । মদনলেখায়ো নাজানেনে ? তাই বেচেৰীয়েনো কেনেকৈ জানিব ?

ৰত্নমতিয়ে স্থবিৰৰ আদেশ স্মৰণ কৰি অকলশৰেই প্ৰাগ্‌জ্যোতিষপুৰলৈ যাত্ৰা কৰিলে ।

১২

দূতৰ মুখত হৰ্ষৰ গৌড় অভিযান আৰু শশাঙ্কৰ কাৰ্য্যকলাপৰ বিষয়ে শুনি প্ৰাগ্‌জ্যোতিষেশ্বৰে চিন্তা কৰিবলৈ ধৰিলে—'কি কৰা যায়, যিকোনো উপায়েৰে ৰাজ্য ৰক্ষা কৰিব লাগিব । হৃত কৰ্ণসুবৰ্ণ মণ্ডলো আমি পুনৰ জয় কৰিব লাগিব । এই কাৰ্য্য সম্পাদন কৰিবলৈ কৃত্ৰিম মিত্ৰৰ প্ৰয়োজন, সময়ো অনুকূল হৈছেই লাগিছে । এই অৱস্থাত মোৰ শত্ৰুৰ শত্ৰু হৰ্ষবৰ্দ্ধন মোৰ কৃত্ৰিম মিত্ৰ হ'ব । তেওঁ যিহেতু ভ্ৰাতৃবৈৰী শশাঙ্কক হত্যা কৰিবলৈ উদ্যত হৈছে, গতিকে তেওঁ অৱশ্যে মোৰ বন্ধুত্বত অধিক গুৰুত্ব আৰোপ কৰিব । এফালে উত্তৰাপথাধিপতি হৰ্ষ, আনফালে পূৰ্বদেশাধিপতি ভাস্কৰবৰ্মা । মাজতে গৌড়াধিপতি শশাঙ্কই দুইফালৰপৰা আক্ৰান্ত হৈ পলায়নৰ পথ নেদেখিব । গুৰিৰপৰাই কাঁইট উভালিব লাগে ।'

এইদৰে চিন্তা কৰি ৰজাই মন্ত্ৰণাৰ বাবে প্ৰধানমন্ত্ৰী আৰ্য্যগুণ, সেনাপতি আৰু সান্ধিবিগ্ৰহিকক আহ্বান কৰিলে । তেওঁলোক আহি পোৱাত ৰজাই দূতৰ মুখৰপৰা শুনা সকলো বৃত্তান্ত দুয়োকে জনালে । লগতে তেওঁলোকৰ লগত মন্ত্ৰণা কৰি স্থিৰ কৰিলে যে উত্তৰপথাধিপতি হৰ্ষবৰ্দ্ধনলৈ সোণকালে দূত পঠিয়াব লাগে ।

তাৰ পাছত ৰজাই প্ৰধানমন্ত্ৰীক সুধিলে ।

—দূত যথাৰ্থবাদী, দেশ-বিদেশৰ অভিজ্ঞতা সম্পন্ন, বহু ভাষা-বিশাৰদ, বাগ্মী, মেধাৱী, আনৰ অন্তৰৰ কথা ইঙ্গিততে বুজিব পৰা আৰু সুঠাম শৰীৰৰ হ'ব লাগে বুলি শাস্ত্ৰকাৰসকলে কয় । আপুনি জানেনে কোন এনে দায়িত্ব বহন কৰিবলৈ সমৰ্থ হ'ব ? কোনে আমাৰ কাম সমাধা কৰিব পাৰিব ?"

ৰজাই এইদৰে সোধাত বহুত ভাৱিচিন্তি প্ৰধানমন্ত্ৰীয়ে উত্তৰ দিলে ।

— এজনৰ কথা মনত পৰিছে । বিশেষকৈ এই উপস্থিত কাৰ্য্যত দূতজন কেৱল বাৰ্ত্তাবহ হ'লেই নহ'ব । ৰজাৰ মনোভাৱ আৰু অভিপ্ৰায় জনাই দূতে যুক্তিৰে কামখিনি সমাধা কৰিব লাগিব । এনেকুৱা কাৰ্য্য-সাধনত দেশ-কালৰ বিষয়ত অভিজ্ঞ, ইঙ্গিতজ্ঞ, বাক্‌পটু, দক্ষ, নিৰ্ভীক হংসবেগেই প্ৰশস্ত হ'ব । তেওঁৰ বাহিৰে আন কাকো উপযুক্ত বুলি মই নাভাবোঁ । মহাৰাজৰো বোধহয় তেওঁৰ কথা মনত আছে ।"

ৰজাই "মনত আছে" বুলি কৈ উপঢৌকন দি তেওঁকেই পঠিওৱাৰ আদেশ দি ক'লে — বহুমূলীয়া উপঢৌকনখিনি গোটাই লৈ মুখেৰে কবলগীয়া বাৰ্ত্তা মনত ৰাখি ৰাজকীয় পত্ৰসন্দেশ লৈ হংসবেগ বহুতো অনুগামীৰে হৰ্ষবৰ্দ্ধনৰ ওচৰলৈ যাওক"

এইদৰে সকলো কাম বুজাই দি ৰজা নিজৰ বাসভৱনলৈ গ'ল ।

সান্ধি-বিগ্ৰহিকৰ নিৰ্দেশানুসাৰে বিবিধ লিপি পাঠ আৰু লিখনত দক্ষ লিপিকাৰক মাতি আনি বাৰ্ত্তা যিদৰে লিখিব লাগে, সেইদৰে ৰাজ-বিষয়াই বুজাই দিলে । "এনে বাৰ্ত্তাত ৰজাৰ বংশ পৰম্পৰা আৰু ৰাজ্যৰ সম্পদৰ বৰ্ণনা কৰিব লাগে আৰু সৈন্য-বলৰো উল্লেখ থাকিব লাগে" —এই বুলি তেওঁ ক'লে । তেতিয়া আদেশমতে সমাহৰ্ত্তাই বিবিধ বহুমূলীয়া সামগ্ৰী সংগ্ৰহ কৰিলে আৰু সান্ধি-বিগ্ৰহকে সেইবোৰ দেখি হংসবেগক এইদৰে উপদেশ দিলে ।

"এইখন পত্ৰ, এইবোৰ বিবিধ উপঢৌকন, এইটো বৰুণৰ ছত্ৰ, এইবিলাক মহাৰাজৰ সেৱানিৰত শক্তিশালী অনুগামী । এওঁলোকক লগত লৈ, জ্যোতিষীয়ে নিৰ্দিষ্ট কৰি দিয়া শুভক্ষণত আপুনি মহাৰাজ হৰ্ষবৰ্দ্ধনৰ ওচৰলৈ যাত্ৰা কৰক । এই উপঢৌকনখিনি আগবঢ়াই জয়াকাংক্ষী সেই ৰজাক ৰাজপত্ৰ দিব লাগিব । তাৰ পিছত দেশ আৰু কালোচিত নিয়ম অনুসৰি মৌখিক বাতৰিও জনাব লাগিব ; যাতে গৌড়দেশ জয় কৰিবলৈ প্ৰবল পৰাক্ৰমেৰে ৰণ-যাত্ৰা কৰা সেই ৰজাৰ লগত আমাৰ মহাৰাজাধিৰাজ ভাস্কৰবৰ্মাদেৱৰ মিত্ৰতা হয় । সেই উদ্দেশ্য সাধন হোৱাকৈ মধুৰ সুকলা-কথাৰে সকলোখিনি বৰ্ণনা কৰিব লাগিব । এই কামখিনি ধীৰ-স্থিৰ ভাৱে আৰু বিশ্বস্তভাৱে ৰজাৰ আৰু মোৰ আদেশ মনত ৰাখি পালন কৰিব । গুপ্তচৰৰ মুখত শুনা গৈছে যে গঙ্গাৰ পাৰত কোজাঙ্গল প্ৰদেশত অস্থায়ী ৰাজধানী পাতি ভাল সময়ৰ অপেক্ষাত মহাৰাজ হৰ্ষই কাল যাপন কৰি আছে ...

... জনাব লগীয়াখিনি বুজি লৈছেনে ? বাৰু, এতিয়া যাওক । আপোনাৰ পথ শুভ হওক ।"

সান্ধিবিগ্ৰহিৰ আদেশ অনুসৰি অনুচৰ বৰ্গেৰে হংসবেগে দ্ৰুতগামী ঘোঁৰাত উঠি তৎক্ষণাত কোজাঙ্গল মণ্ডল অভিমুখে যাত্ৰা কৰিলে । এমাহৰ ভিতৰতে হংসবেগ তাত গৈ উপস্থিত হ'ল । হংসবেগক দেখি দুৱৰীয়ে প্ৰণাম-পূৰ্বক হৰ্ষক জনালে ।

— মহাৰাজ ! প্ৰাগ্‌জ্যোতিষৰ অধিপতি ভাস্কৰবৰ্মাই পঠিওৱা হংসবেগ নামৰ দূত এজন ভিতৰৰ তোৰণত বৈ আছে ।"

তাকে শুনি ৰজাই 'তেওঁক তৎক্ষণাত ভিতৰলৈ লৈ আহাঁ' বুলি আদেশ দিলে । ৰজাৰ আদেশ অনুসৰি দুৱৰীয়ে হংসবেগক বাট দেখুৱাই আগবঢ়াই নিলে । হংসবেগ কিছু অনুচৰেৰে অনুসৃত হৈ ৰজাৰ ফালে আগবাঢ়িল । তেওঁ ৰজাক দেখি দূৰৈৰপৰাই প্ৰণাম জনালে আৰু 'মহাৰাজৰ জয় হওক' বুলি জয় ঘোষণা কৰিলে । ইপিনে ৰজাই আগন্তুক হংসবেগক সুপুৰুষ বুলি জানি 'আহাঁ, ইয়াতে বহাঁ' বুলি বহিবলৈ আসন দেখুৱাই দিলে । ৰজাই মতাত হংসবেগে ওচৰলৈ গৈ আকৌ ৰজাক প্ৰণাম জনাই আসন গ্ৰহণ কৰিলে । তেতিয়া ৰজা হৰ্ষই সুধিলে ।

— হংসবেগ কোৱাঁচোন, বাটত তোমাৰ একো বিপদ-বিঘিনি ঘটা নাই নহয় ? তোমাৰ যাত্ৰা সুখদায়ক হৈছেনে ? প্ৰাগ্‌জ্যোতিষৰ অধিপতি কুমাৰৰ কুশলনে বাৰু ?"

— মহাৰাজে কুশল-বাৰ্তা স্নেহ আৰু সন্মানেৰে সুধিছে যেতিয়া প্ৰাগ্‌জ্যোতিষাধিপতিৰ কুশল । উত্তৰা-পথত মহাৰাজৰ শাসনত দস্যুবৃত্তিৰ এতিয়া নামেই নাই ।"

এইবুলি কৈ হংসবেগে হৰ্ষৰ আগত পত্ৰখন থ'লে । কিছুসময় বৈ থাকি স্থান আৰু কালোচিত গাম্ভীৰ্য্য অৱলম্বন কৰি ৰজাৰ আদেশ মনত ৰাখি দূত হংসবেগে বিনীতভাৱে জনালে ।

— সাতসাগৰৰ বিভিন্ন ৰত্নৰাজিৰে পৰিপূৰ্ণ মহাৰাজৰ ৰাজকোষ ভূ-ভাৰতৰ ৰজাসকলৰ বিস্ময়ৰ বস্তু । তথাপি আমাৰ মহাৰাজে নিজৰ বাৰ্তা উকা নোহোৱাকৈ বাৰ্তাৰ লগতে কেইবিধমান ৰত্ন আৰু প্ৰাগ্‌জ্যোতিষত উৎপন্ন হোৱা পাটৰ কাপোৰ আদি কেইপদমান উপঢৌকন মহাৰাজলৈ পঠিয়াইছে । মহাৰাজ নৰকে বৰুণৰপৰা কাঢ়ি অনা আভোগ নামৰ ছত্ৰ, যি ছত্ৰই চক্ৰৱৰ্ত্তী সম্ৰাটৰ বাহিৰে আনক ছাঁ নিদিয়ে, সেইটোও আমাৰ মহাৰাজে উপযুক্ত পাত্ৰত দান কৰিছে । লগতে — এয়া খনিজ ৰত্ন, এয়া ক্ষৌম কাপোৰ, এইবিলাক বৰ্ম, এইবোৰ চৰ্ম-সম্ভাৰ, এইবিলাক বেতৰ আসন, এয়া হৈছে সাঁচিপাতত লিখা মূল্যবান গ্ৰন্থ, এইবোৰ এলাচী, এইবিলাক তামোল আৰু পাণৰ মুখৰোচক সম্ভাৰ আৰু এয়া সৰ্জাৰ ভিতৰত ভাটো আদি চৰাই — মহাৰাজে অনুগ্ৰহ

কৰি দৃষ্টি কৰক । বাহিৰত মাউতেৰে সৈতে লুইতপৰীয়া এজাক হাতীও আছে ।"

তাকে শুনি কৌতূহলেৰে বস্তুবোৰলৈ চাই মহাৰাজ হৰ্ষই পৰম আনন্দিত হৈ ক'লে ।

— মহাৰাজ ভাস্কৰবৰ্মা প্ৰশংসাৰ পাত্ৰ । কুমাৰৰাজে মোৰ প্ৰতি অশেষ সন্মান দেখুৱাইছে ।"

তাৰ পিছত কুমাৰৰাজৰ বাৰ্তা শুনিবলৈ ইচ্ছুক হৈ হৰ্ষই অনুগামীসকলক আঁতৰাই পঠিয়াই কাষতে থকা চামৰ-ধাৰিণীজনীক তাৰপৰা যাবলৈ চকুৰে ইঙ্গিত দিলে আৰু হংসবেগক সুধিলে ।

— এতিয়া প্ৰাগ্‌জ্যোতিষৰ ৰজাৰ বাতৰি কোৱা ।"

ৰজাই আদেশ দিয়াত হংসবেগে দুনাই প্ৰণাম জনাই ক'বলৈ ধৰিলে ।

— প্ৰাচীন কালত প্ৰলয়-পয়োধিৰপৰা ধৰিত্ৰীক উদ্ধাৰ কৰোঁতে বৰাহৰূপী বিষ্ণুৰ ভগৱতী ধৰিত্ৰীৰ লগত দৈহিক সম্পৰ্ক ঘটাত জনকৰ যজ্ঞস্থলত নৰক নামে এটি পুত্ৰ জন্মিছিল । যৌৱনত ভৰি দিয়াত জনকৰ সেই পালিত-পুত্ৰ প্ৰাগ্‌জ্যোতিষলৈ আহি সেই দেশৰ ৰজা হ'ল । যুদ্ধত জয়লাভ কৰি নৰকে স্বৰ্গৰ দেৱতাসকলৰপৰা সম্পদ আৰু বৰুণৰ ছত্ৰও কাঢ়ি আনিছিল । কোনো কালে নৰক দৰ্শন কৰিব নলগা নৰকাসুৰৰপৰা ইন্দ্ৰ-সখা ভগদত্তৰ জন্ম হয়, তেওঁৰেই পুত্ৰ বজ্ৰদত্ত.....

— সেই বৈষ্ণৱ বংশত মেৰু সদৃশ বহুতো বিখ্যাত ৰজাই ৰাজত্ব কৰাৰ পাছত পুষ্যবৰ্মা নামে এজন ৰজা হয় । সেই বংশৰেই অন্যতম ৰজা মহাপ্ৰতাপী ভূতিবৰ্মা । তেওঁৰেই পৰিনাতি, চন্দ্ৰমুখ-বৰ্মাৰ নাতি আৰু মহাৰাজ স্থিতবৰ্মাৰ পুত্ৰ সুস্থিতবৰ্মাই ৰাজপাটত উঠি মহাৰাজধিৰাজ খিতাপ ললে । জন-সমাজত তেওঁ মৃগাঙ্ক নামে প্ৰসিদ্ধ আছিল । সেই স্বনামধন্য ৰজাৰ মহিষী শ্যামাদেৱীৰ গৰ্ভত, শান্তনুৰপৰা জাহ্নৱীৰ গৰ্ভত ভীষ্মৰ জন্ম হোৱাৰ দৰে ভাস্কৰবৰ্মা নামেৰে এটি পুত্ৰ জন্মিল । তেওঁৰ ককায়েক সুপ্ৰতিষ্ঠিত বৰ্মা যৌৱনত ভৰি দিওঁতেই গৌড়ৰাজৰ আক্ৰমণ প্ৰতিৰোধ কৰি যুদ্ধত নিহত হয় । জ্যেষ্ঠজন কুমাৰ স্বৰ্গগামী হোৱাত কুমাৰ ভাস্কৰেই ৰাজদণ্ড হাতত লৈ পিতৃ-পিতামহৰ ৰাজ্য শাসন কৰি আছে । 'মহাদেৱৰ পাদপদ্ম-যুগলৰ বাহিৰে আইন কাৰো ওচৰত মূৰ নোদোৱাওঁ' — এইটোৱেই ভাস্কৰবৰ্মাদেৱৰ বাল্যকালৰপৰা দৃঢ় সংকল্প । ত্ৰিভুবনত দুৰ্লভ মহাৰাজৰ এই সংকল্প কেৱল তিনিটা উপায়েৰেহে সিদ্ধ হ'ব পাৰে । সেয়ে হৈছে — ত্ৰিভুৱন জয় কৰি, মৃত্যুবৰণ কৰি, নাইবা মহাৰাজৰ দৰে

দেৱোপম বীৰৰ সৈতে মিত্ৰতাৰ দ্বাৰা । মদন-ভস্মকাৰী মহাদেৱৰ সৈতে কুবেৰৰ যেনেকুৱা মিত্ৰতা, দেৱৰাজ ইন্দ্ৰৰ লগত দশৰথৰ যেনে মিত্ৰতা, প্ৰাগ্‌জ্যোতিষৰ অধিপতিয়ে মহাৰাজৰ সৈতে তেনেকুৱা অক্ষয় মিত্ৰতা কামনা কৰে । যদি মহাৰাজেও এনে মিত্ৰতা বাঞ্ছা কৰে, তেনেহ'লে মহাৰাজৰ মুখচন্দ্ৰত অচিৰেই প্ৰাগ্‌জ্যোতিষৰ ৰাজলক্ষ্মী বিৰাজ কৰক । যদি মহাৰাজে সেই মিত্ৰতা অনুমোদন নকৰে, তেন্তে আদেশ কৰক — আমাৰ মহাৰাজক কি বুলি জনামগৈ ।"

এইখিনি কৈ হংসবেগ নীৰৱ হ'ল । তেতিয়া মহাৰাজ হৰ্ষই প্ৰাগ্‌জ্যোতিষৰ অধিপতিয়ে অশেষ সন্মান জনোৱা দেখি অলপ লজ্জিত হোৱা যেন হৈ ক'লে ।

— হংসবেগ ! মোৰ প্ৰতি আদৰ-সাদৰ দেখুওৱা এনে এজন মহান সুহৃদৰ প্ৰতি মোৰ মনত সপোনতো মিত্ৰতাৰ বাহিৰে অন্য চিন্তাৰ উদয় হ'ব পাৰে জানো ? কুমাৰ নিজেই বীৰ্য্যবান আৰু মই সশস্ত্ৰ হৈ থাকোঁতে কুমাৰে চন্দ্ৰশেখৰৰ বাহিৰে আন কাক প্ৰণাম কৰিব লাগিছে ? আমাৰ প্ৰীতি বাঢ়িল; মৈত্ৰী দৃঢ় হ'ল । গতিকে এনেকুৱা ব্যৱস্থা কৰা যাতে কুমাৰক দেখাৰ উৎকণ্ঠাই মোক বেছি দিন আৰু কষ্ট দি নাথাকে ।"

হৰ্ষক বিৰত হোৱা দেখি হংসবেগে আকৌ ক'বলৈ ধৰিলে ।

— উত্তৰাপথাধিপতি মহাৰাজে আমাৰ স্বৰ্গদেউৰ এই প্ৰণয়, মিত্ৰৰ প্ৰতি মিত্ৰৰ প্ৰণয় বুলি অভিনন্দন জনাইছে; গতিকে অচিৰেই প্ৰাগ্‌জ্যোতিষেশ্বৰ স্বয়ং আহিব বুলি ধাৰণা কৰক । আকৌ যথা সময়ত ব্যৱস্থা গ্ৰহণৰ অৰ্থে মহাৰাজে অৱশিষ্ট বাৰ্ত্তাখিনিও শুনিব লাগে । সজ্জনে অসূয়া প্ৰকাশ নকৰাকৈ প্ৰণয় বাক্য গ্ৰহণ কৰে । সেই কাৰণেই ক'ব খুজিছোঁ ।

— প্ৰাগ্‌জ্যোতিষৰ অধিপতি ভাস্কৰবৰ্মাদেৱে শত্ৰুৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰিব খুজিছে । গৌড়ৰ ৰজাই অপহৰণ কৰা কৰ্ণসুবৰ্ণ উদ্ধাৰ কৰি আমাৰ মহাৰাজে নিজৰ বুকুৰ শেল উভালি পেলাবলৈ ইচ্ছা কৰিছে । নিজৰ সুকৃতিৰে সৈতে ৰাজ্যবৰ্দ্ধনক জীৱলোক ত্যাগ কৰিবলৈ বাধ্য কৰাই গৌড়াধিপতিয়ে মহাৰাজাকো অৱজ্ঞা কৰিছে । 'সন্ধিৰে মিত্ৰ হ'লো' বুলি পূৰণি কালত ৰজাসকলে সত্য কৰি সন্ধি কৰিছিল । গতিকে আমিও সত্যেৰেই সন্ধি কৰোঁ । 'মালৱ লতাৰ পৰশু কুঠাৰ স্বৰূপ, গুৰ্জৰৰূপ মত্ত হস্তীৰ কূট পাকল [illegible] সদৃশ থানেশ্বৰাধিপতিয়ে অসংখ্য সৈন্য-সামন্ত [illegible] নৌ-বাহিনীৰে যুদ্ধৰ বাবে সাজু হৈ থকা গৌড়ৰ মুখামুখি হ'ব বুলি শুনি প্ৰাগ্‌জ্যোতিষাধিপতিয়ে হাতী, ঘোঁৰা আৰু পদাতিক সৈন্য সুসজ্জিত কৰি তুলিছে আৰু একেসগে দুফালৰপৰা গৌড় অভিযানৰ উদ্দেশ্যে মহাৰাজৰ লগত মিত্ৰতা কামনা কৰিছে । মহাৰাজে অচিৰেই এই অভিযান আৰম্ভ কৰিব বুলি শুনি প্ৰাগ্‌জ্যোতিষাধিপতি আশ্বস্ত হৈছে । এতিয়া

মহাৰাজে অনুমোদন জনালেই হয় ।"

এইবুলি হংসবেগ নীৰৱ হ'ল । ৰজাই 'অচিৰেই আমাৰ দূত গৈ মাননীয় কুমাৰক লগ ধৰিব' বুলি কৈ হংসবেগক বিদায় দিলে ।

পিছদিনাখন ৰাতিপুৱাই ৰজাই প্ৰচুৰ উপঢৌকন দি নিজৰ প্ৰধান দূতক হংসবেগৰ লগত প্ৰাগ্‌জ্যোতিষপুৰলৈ পঠিয়ালে । লগতে যি কথা যি ভাৱে নিৱেদন কৰিব লাগে সেই সকলো নিৰ্দেশ দিলে ।

*** *** ***

কিছুসময়ৰ পাছত ঘোঁৰাত উঠি অকলশৰে ভণ্ডি তাত আহি উপস্থিত হ'ল । হৰ্ষবৰ্দ্ধনে সোধাত ৰাজ্যবৰ্দ্ধনৰ যাত্ৰাৰ পাছত যি যি ঘটিছিল ভণ্ডিয়ে সেই সকলোখিনি বিবৰি ক'লে । তাকে শুনি হৰ্ষৰ ভ্ৰাতৃশোক নতুন হৈ পৰিল আৰু তেওঁ ৰাজ্যশ্ৰীক বিচাৰি উলিয়াবলৈ সংকল্পবদ্ধ হ'ল । তেওঁ ভণ্ডিক এইদৰে আদেশ দিলে, — হাতী, ঘোঁৰা, ৰথ আৰু পদাতিক সৈন্য লৈ তুমি অচিৰেই গৌড় অভিমুখে যাত্ৰা কৰা । মই তোমাৰ পিছে পিছে গৈছোঁ বুলি ভাবিয়েই তুমি শীঘ্ৰে যাত্ৰা আৰম্ভ কৰিবা । ইফালে প্ৰাগ্‌জ্যোতিষাধিপতিয়ে গৌড়ৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰিব । ভগীৰথে নমাই অনা গঙ্গাৰ দৰে মোৰ চতুৰঙ্গ বাহিনী অপ্ৰতিহত হওক । থানেশ্বৰৰ বিজয়-পতাকা গৌড়দেশৰ ৰাজপ্ৰাসাদত বতাহত নাচি থাকক ... অচিৰেই বিশ্বস্তজনৰ হত্যাকাৰী বিশ্বাসঘাতক গৌড়ৰাজক ..." এইবুলি বাক্য শেষ নকৰাকৈয়ে হৰ্ষই ভণ্ডিৰে সৈতে অন্তঃপুৰত প্ৰৱেশ কৰিলে ।

হৰ্ষই সেই দিনাহে দাড়ি চুলি কাটি স্নান কৰিলে আৰু ভণ্ডিৰ লগত একেলগে ভোজন কৰিলে । ভণ্ডিয়ে আকৌ বুধগুপ্তৰ দ্বাৰা গ্ৰহবৰ্মা কেনেকৈ নিহত হ'ল আৰু শত্ৰুৱে কুশস্থলী কেনেকৈ দখল কৰিলে, ৰাজ্যশ্ৰী কি দৰে নিৰ্য্যাতিতা হৈ পলাই গ'ল —সকলোখিনি বিবৰি ক'লে ।

## ১৩

নিৰ্মল শৰৎকাল আৰম্ভ হোৱাৰ লগে লগেই প্ৰাগ্‌জ্যোতিষপুৰৰপৰা সেনাধ্যক্ষ জয়ন্তৰ নেতৃত্বত হাতী, ঘোঁৰা, ৰথ আৰু পদাতিক সৈন্যেৰে চতুৰঙ্গ বাহিনীয়ে গৌড়ৰ বিৰুদ্ধে যাত্ৰা কৰিলে । সৈন্য বাহিনীয়ে বাৰে বাৰে প্ৰাগ্‌জ্যোতিষাধিপতিৰ জয় ঘোষণা

ধ্বনিৰে দশোদিশ মুখৰিত কৰিলে । বাৰিবা দক্ষিণ সাগৰগামিনী পাহাৰীয়া নৈৰ দৰে কল্ কল্ শব্দ কৰি বেগেৰে সৈন্যবাহিনী আগ বাঢ়িল । একো চপৰা ক'লা মেঘৰ নিচিনা শ-শ পৰ্বতীয়া হাতীত উঠি মাউতে হস্তী-বাহিনী আগবঢ়াই নিলে । ভীষণ হিঁ হিঁ চিঞৰেৰে শত্ৰুৰ ভয় জন্মাই যুদ্ধৰ ঘোঁৰা আৰোহীৰে সৈতে যুদ্ধক্ষেত্ৰলৈ আগ বাঢ়িল । ঘোঁৰাৰ চিঞৰে হাতীৰ চিঞৰক তল পেলালে । অতিশয় বেগী ঘোঁৰাবিলাকে আগ ঠেং দুটা ওপৰলৈ দাঙি দৌৰোঁতে আকাশমাৰ্গত আৰোহণ কৰিবলৈ বতাহতকৈও বেগেৰে দৌৰি যোৱা যেন লাগিছিল । সিহঁতক অনুসৰণ কৰিছে — ৰথাৰোহী সৈন্যবিলাকে । তাৰ পিছতেই আছে — ৰাজ-অন্তঃপুৰৰ ৰমণীবৃন্দ । তেওঁলোকৰ ভিতৰত আছে মাধৱী, বাৰবিলাসিনীবিলাকে মাধৱীক বেঢ়ি গৈছে । ৰণা পতাকা উৰি থকা এখন ৰথত মাধৱী আগবাঢ়িছে । তেওঁৰ ৰক্ষকসকল হাতত অস্ত্ৰ লৈ পিছে পিছে গৈছে । কুমাৰ ভাস্কৰে নিজে ভদ্ৰাচল নামৰ প্ৰধান হাতীটোত উঠি অঙ্গৰক্ষক বলভদ্ৰেৰে সৈতে অকুতোভয়ে ৰণযাত্ৰা কৰিছে । সেনাপতিৰ আদেশত নায়ক, দণ্ডপাল আৰু অন্যান্য বৰীয়ান্সকলে ৰজাক সাৱধানে পৰিবেষ্টন কৰি গৈছে । বৰ্ম্মধাৰী সৈনিক, বাণ-সন্ধানত নিপুণ পদাতিক, দুৰ্গস্থাপনত পাৰ্গত স্থপতি আৰু খাল খন্দাত নিপুণ খননকাৰীসকল আৰু যুদ্ধৰ সামগ্ৰীবাহক সকলেও নিজৰ নিজৰ কৰ্ত্তব্য পালন কৰি ৰণ-যাত্ৰাত যোগ দিছে । প্ৰাগ্‌জ্যোতিষপুৰৰপৰা সেনাবাহিনীয়ে যাত্ৰা কৰাৰ পিছত অপেক্ষাৰত দুৰ্গপালসকলেও যথাসময়ত যোগ দিলেহি ।

কিছুদিনৰ ভিতৰতেই প্ৰাগ্‌জ্যোতিষৰ সৈন্য বাহিনী আহি কৰতোয়াৰ পাৰত উপস্থিত হ'ল । নৈ পাৰ হ'বলৈ সময়ৰ অপেক্ষাত থকা কুমাৰ ভাস্কৰৰ ওচৰলৈ মহাকালৰ মন্দিৰৰপৰা অহা এজন ভৈৰৱে ৰজাক পৰামৰ্শ দিলে ।

— অহা কৃষ্ণা-ত্ৰয়োদশী ৰাতি কৰতোয়াৰ এক ক্ৰোশ জুৰি থকা এই বেঁকা ভাজ ছোৱাতে গছৰ আঁৰ লৈ নৈ পাৰ হ'ব লাগিব ।"

পৰামৰ্শ অনুসৰি প্ৰাগ্‌জ্যোতিষৰ সৈন্যদল যথা সময়ত কৰতোয়া পাৰ হ'ল । ভাস্কৰে সসৈন্যে কৰ্ণসুবৰ্ণলৈ যাত্ৰা কৰিলে । ইফালে ভণ্ডিয়েও থানেশ্বৰৰ সৈন্যদলেৰে সৈতে আৰু কান্যকুব্জৰ সৈন্য-সামন্তেৰে পৰিবেষ্টিত হৈ গৌড়ৰ সীমান্ত পালেহি । বজ্ৰপাত সদৃশ এই বাৰ্ত্তা চোৰাংচোৱাৰ মুখে শুনি শশাঙ্কৰ মনত ভীষণ শঙ্কাৰ উদ্ৰেক হ'ল । শশাঙ্কই শুনিবলৈ পাইছিল যে প্ৰাগ্‌জ্যোতিষাধিপতি কৰতোয়া পাৰ হৈছে, লগতে স্বৰাষ্ট্ৰ আৰু পৰৰাষ্ট্ৰৰ সৈন্যবল সম্পৰ্কেও তেওঁ ভালদৰে বিদিত আছিল । বিনিদ্ৰ ৰজনী-যাপন কৰি তেওঁ ভাবিবলৈ ধৰিলে — হৃতৰাজ্য উদ্ধাৰ কৰিবলৈ ইচ্ছুক প্ৰাগ্‌জ্যোতিষেশ্বৰে কেতিয়াও আদান-প্ৰদানৰ বিনিময়ত সন্ধি নকৰে । তেওঁৰ সৈন্যবল নিশ্চয় দুৰ্বল নহয়, তেওঁৰ মন্ত্ৰণা অতি গোপন আৰু মিত্ৰতাও সুদৃঢ় । পতিকে বিজয়ৰ আকাংক্ষা শেষ নোহোৱালৈকে জয়ৰ বাহিৰে তেওঁৰ অন্য চিন্তা নাই । কৰ্ণসুবৰ্ণখণ্ডক কামৰূপৰ অন্তৰ্গত

নকৰালৈকে তেওঁৰ জয় কামনা পূৰ্ণ নহয় । বিজয়লক্ষ্মীৰ দ্বাৰা আলিঙ্গিত নোহোৱালৈকে জয় নিৰৰ্থক বুলি ভৱা ভাস্কৰৰ লগত মোৰ সন্ধি হ'ব নোৱাৰে । বলবান মিত্ৰেৰে সৈতে মিত্ৰতা কৰা শত্ৰুৰ লগত যুদ্ধও উচিত নহয় ... বৈৰী নিৰ্যাতন কৰিবলৈ প্ৰভূত সৈন্যবলেৰে হৰ্ষই পঠোৱা ভণ্ডিয়ো যমৰ দৰে আহি এইখিনি পাইছেহি । স্বয়ং হৰ্ষই তেওঁৰ পৃষ্ঠ ৰক্ষা কৰি আছে । প্ৰাগ্‌জ্যোতিষৰ অধিপতি কুমাৰৰ লগত তেওঁৰ মিত্ৰতা কেতিয়াও ছিন্ন নহয় । গতিকে মই এজনৰ লগত সন্ধি কৰিও অন্যজনক বাধা দিব নোৱাৰিম । দুয়োফালেই হাত-ভৰি বন্ধা ।'

এই অৱস্থাত কি কৰা উচিত ইয়াকে ভাবি শশাঙ্কই বিনিদ্ৰ ৰজনী-যাপন কৰিবলৈ ধৰিলে । আতঙ্কিত হৈ শশাঙ্কই এসময়ত কেইজনমান অনুগামীৰে সৈতে ৰাজকোষৰপৰা ধন-ৰত্ন লৈ ৰাতিয়েই গৌড়ৰ ৰাজধানীৰ পৰা পলাই কলিঙ্গলৈ যাত্ৰা কৰিলে ।

শশাঙ্ক পলাই যোৱা বুলি শুনি ভাস্কৰবৰ্মা লৰালৰিকৈ কৰ্ণসুবৰ্ণত উপস্থিত হ'লহি । সেই ঠাইৰ লোকসকলে কুমাৰ ভাস্কৰবৰ্মাক ভৌমবংশীয় বুলি জানি কৰ্ণসুবৰ্ণমণ্ডল শাসন কৰিবলৈ প্ৰাৰ্থনা জনালে । বিজয়ী সৈন্য বাহিনীৰ অধ্যক্ষই তাতেই বিজয় পতাকাৰে জয়স্কন্ধাবাৰ (অস্থায়ী ৰাজধানী) স্থাপন কৰিলে ।

*** *** ***

কৰ্ণসুবৰ্ণ-মণ্ডলত প্ৰতিষ্ঠিত বিজয় ৰাজধানীৰ সভামণ্ডপত বিজয়োৎসৱৰ আয়োজন হৈছে । পৌণ্ড্ৰবৰ্দ্ধন নিবাসী লোকসকল তাত গোট খাইছেহি । গৌড় প্ৰান্তৰ পৰাও কিছুমান দুৰ্গপাল আৰু কেইজনমান সৰু সুৰা সীমান্তৰক্ষী উপস্থিত হৈছেহি । বিদেশৰপৰা আহিছে — বেপাৰ বাণিজ্য কৰি থকা বণিকসকল ; তেওঁলোক উপঢৌকন লৈ তাত উপস্থিত হৈছেহি । সাংযাত্ৰিক (নাৱেৰে বেপাৰ কৰা সদাগৰ) সকলো যথাসময়ত ৰাজসভালৈ আহিছে । বেদাধ্যায়ী ব্ৰাহ্মণ আৰু ৰাজপুৰুষ সকলো নিজৰ নিজৰ আসন অলঙ্কৃত কৰি বহিছে ।

ইয়াৰ পিছত বাদ্য-ঘোষণাৰে প্ৰৱেশ সূচনা কৰাত মহাৰাজ ভাস্কৰবৰ্মাদেৱে পুৰোহিত, মন্ত্ৰী আৰু গণিকাবৃন্দ পৰিবেষ্টিত হৈ মৃদু-মন্থৰ পদক্ষেপেৰে সভামণ্ডপত প্ৰৱেশ কৰিলে । শৰীৰ-ৰক্ষীসকলে সতৰ্ক হৈ ৰজাৰ অনুসৰণ কৰিলে । ৰাজদৰ্শনৰ উৎকণ্ঠাত আৰু সন্মান দেখুৱাবলৈ বুলি আসনৰ পৰা উঠি সমৱেত সকলোৱে বিজয় ঘোষণাৰে গগন-পৱন তুমুল শব্দেৰে মুখৰিত কৰি তুলিলে ।

মহাৰাজ ভাস্কৰবৰ্মাই হাঁহিমুখে সকলোকে সন্মান জনাই সিংহাসন আৰোহণ

কৰিলে। উঁহাতৰ অধিকাৰী বিষয়া প্ৰভৃতি ৰাজপুৰুষসকল আৰু দণ্ডপালসকল যেতিয়া যথাস্থানত বহিল, তেতিয়া দণ্ডাধীশে ঘোষণা কৰিলে —"পৌণ্ড্ৰবৰ্দ্ধনৰ পৌৰবাসীসকল, দুৰ্গপাল আৰু সামন্তসকল, বণিকবৃন্দ আৰু কৃষকবৰ্গ আৰু দূৰ-দূৰণিৰপৰা সমাগত ৰাজপুৰুষসকল! সকলোৱে মন দি শুনক। সমগ্ৰ পৃথিৱী শাসন কৰোঁতা নৰক-বংশীয় ৰজাসকলে বংশানুক্ৰমে শাসন কৰা কৰ্ণসুৱৰ্ণ-মণ্ডলৰ সৈতে পৌণ্ড্ৰবৰ্দ্ধন নামৰ বৃহৎ ৰাজ্য-খণ্ড দুৰ্ভাগ্যক্ৰমে গৌড়ৰ দ্বাৰা অপহৃত হৈছিল। সম্প্ৰতি দুনাই প্ৰাগজ্যোতিষৰ অন্তৰ্ভুক্ত হৈছে। ভৌমবংশীয় মহাৰাজাধিৰাজ কুমাৰ ভাস্কৰবৰ্মাদেৱে সকলোকে আদেশ কৰিছে —পৰম্পৰাগত মৰ্য্যাদা পালন কৰি বণিক্, দুৰ্গপাল, সামন্ত আৰু প্ৰজাবৰ্গ সকলোৱে নিজ নিজ বৃত্তি অৱলম্বন কৰক। সকলোৱে কায়-মনোবাক্যে মহাৰাজাধিৰাজ ভাস্কৰবৰ্মদেৱৰ প্ৰতি অবিচল আনুগত্য প্ৰকাশ কৰি নিৰ্ভয়ে এই ৰাজ্যত বাস কৰক। গৌড়-ৰাজৰ ভয় চিৰদিনলৈ নাইকিয়া হৈছে। আমাৰ সীমান্তবৰ্ত্তী সামন্তসকলো ৰাষ্ট্ৰৰক্ষাৰ কাৰণে সততে সাৱধান হৈ থাকিব।"

এইদৰে ঘোষণা কৰি দণ্ডাধীশজন বিৰত হোৱাত সামন্তসকল, দুৰ্গপাল, বণিক তথা সদাগৰ শ্ৰেণী আৰু গাঁৱৰ বুঢ়ালোকসকলে নিজৰ নিজৰ আনুগত্যসূচক উপঢৌকন ৰজাৰ সম্মুখত সমৰ্পণ কৰিলে। তাৰ পিছত আসনৰ পৰা উঠি পুৰোহিতে মেঘগম্ভীৰ স্বৰেৰে স্বস্তি মন্ত্ৰ পাঠ কৰিলে।

*হে পৰম প্ৰভু, আমাৰ দেশৰ ব্ৰাহ্মণসকল অধ্যয়নশীল হওক, ক্ষত্ৰিয়সকল হওক পৰাক্ৰমী, যুদ্ধকুশল আৰু শত্ৰুক প্ৰতিৰোধ কৰিব পৰা শক্তিসম্পন্ন মহাৰথী; গাইবোৰ গাখীৰতী হওক; বলধবোৰ বোজা বব পৰাকৈ বলী হওক; ঘোঁৰাবোৰ বায়ুবেগী হওক; নাৰীসকল সৎচৰিত্ৰা হওক; ৰথীসকল বিজয়ী হওক; যুৱকবৃন্দ সভ্য হওক; যজমানৰ (যজ্ঞ কৰোঁতা) বীৰপুত্ৰ জন্ম হওক। আমাৰ ৰাজ্যত যেন সময় সময়ে বৰষুণ হয় আৰু গুটি লগা গছবোৰত গুটি ধৰে আৰু ভালকৈ পকে। আমি যেন নতুনকৈ আৰু বহুত সম্পদ লাভ কৰিব পাৰোঁ আৰু এতিয়া থকাখিনি যাতে ভালকৈ ৰক্ষা কৰিব পাৰোঁ।"*

তাৰ পিছত বাদ্য-শিল্পীসকলে জয়-ঘোষণাৰে তূৰ্য্য নিনাদ কৰি সভা সমাপ্তি সূচনা কৰিলে।

কর্ণসুবৰ্ণৰ শিবিৰত ভাস্কৰবৰ্মা পূৰা এবছৰ থাকিল । ৰজাই প্ৰতিদিনে প্ৰজাৰ আবেদন-নিবেদন শুনে । এইদৰে তেওঁ প্ৰায় অৰাজক ৰাজ্যখন সুৰক্ষিত কৰি তুলিলে, তলি উদং হৈ পৰা ৰাজকোষৰো তেওঁ পূৰ্ণতা সাধন কৰিলে । কেতিয়াবা কেতিয়াবা কবি আৰু পণ্ডিতসকলক আহ্বান কৰি তেওঁলোকৰ ৰচনা ৰজাই শুনে । দেৱতাৰ পূজাৰ অৰ্থে ব্ৰহ্মোত্তৰ আৰু দেৱোত্তৰ ভূমিও তামৰ ফলি কৰি ৰজাই দান কৰিলে । কৃষি বাণিজ্যতো উৎসাহ যোগালে । দুখীয়া নিচলাকো অন্ন-বস্ত্ৰ দিলে । 'ৰজা দানশীল' বুলি তেওঁৰ যশ চাৰিওফালে ফাটি-ফুটি গ'ল । যাচক আৰু বিদ্বানসকলো প্ৰয়োজনৰ সময়ত ৰজাৰ ওচৰ চাপিছিল ।

এদিনাখন চন্দ্ৰপুৰী অঞ্চলৰপৰা কিছুমান যাজ্ঞিক ব্ৰাহ্মণ ৰাজধানী কৰ্ণসুবৰ্ণলৈ আহিল আৰু ৰাজহাউলি পাই সেই ৰাজসনেয়ী ব্ৰাহ্মণসকল ৰাজসভাৰ দুৱাৰমুখত উপস্থিত হ'ল । তেতিয়া দুৱৰীয়ে "আপোনালোক বা কোন, ক'ৰপৰা আহিছে ? আগমনৰ কাৰণেই বা কি ? আপোনালোকে সকলো কথা যথাযথভাৱে কওক । ৰাজদৰ্শন সদায় প্ৰয়োজনৰ ওপৰত নিৰ্ভৰশীল বুলি আপোনালোকে নিশ্চয় জানে ।" —এইবুলি সোধাত তেওঁলোকৰ মুখিয়াল দেৱশৰ্মা নামৰ ব্ৰাহ্মণজনে সুমধুৰ ভাষাৰে ক'বলৈ ধৰিলে ।

— দুৱৰী, মহোদয়ৰ মঙ্গল হওক । মহাশয়ে নিশ্চয় শুনিবলৈ পাইছে যে কৰতোৱাৰ পাৰত চন্দ্ৰপুৰী অঞ্চল অৱস্থিত । তাৰপৰাই পথশ্ৰম স্বীকাৰ কৰি আমি ৰাজদৰ্শনৰ আশাৰে আহিছোঁ । আমি শুনিবলৈ পাইছোঁ যে মহাৰাজ ভাস্কৰবৰ্মাদেৱে শত্ৰু গৌড়ৰাজক জয় কৰি ইয়াতেই শিবিৰ পাতি আছে, আৰু সাম-দানেৰে প্ৰজাক সন্তুষ্ট কৰি ৰাজ্য সুৰক্ষিত কৰিছে । লগতে ব্ৰাহ্মণ সকলকো স্বাধ্যায়-বৃদ্ধিৰ কাৰণে ভূমিদান কৰিছে । আমিও অধ্যয়ন-অধ্যাপনা আদি ছবিধ কৰ্মত সদায় নিৰত হৈ আছোঁ । গতিকে মহাৰাজৰপৰা আমি দান আশা কৰোঁ । এয়েই আমাৰ আগমনৰ উদ্দেশ্য । শত্ৰুক জয় কৰি সফলকাম হোৱা মহাৰাজক বিজয় শব্দেৰে সন্মানিত কৰাও আমাৰ ইচ্ছা । গতিকে পলম নকৰাকৈ এতিয়াই আমাক মহাৰাজৰ ওচৰলৈ নিয়ক ।"

দুৱৰীয়ে জনালে ।

—ব্ৰাহ্মণসকলক নমস্কাৰ । আপোনালোকে শুনিবলৈ পাইছে যে এই ৰাজসভাই দেৱতাসকলৰ ৰাজসভাকো চেৰ পেলাইছে । মহাৰাজাধিৰাজ ভাস্কৰবৰ্মাদেৱে এতিয়া ৰাজসভাতে বিৰাজ কৰিছে । গতিকে আপোনালোকে নিয়ম অনুসৰি ৰাজসভালৈ আহক ।

কেৰাবাৰো জয়-ঘোষণা কৰি সেই ব্ৰাহ্মণসকল ৰজাৰ ওচৰলৈ আগবাঢ়িল । মহাৰাজে তেওঁলোকৰ প্ৰতি যথাযথ সন্মান দেখুৱাই আগমনৰ কাৰণ সুধিলত দেৱশৰ্মাই ক'বলৈ ধৰিলে ।

— আমি শুনিবলৈ পাইছোঁ যে প্ৰবল প্ৰতাপী মহাৰাজ ভাস্কৰবৰ্মাদেৱে গৌড় জয় কৰি কৰ্ণসুবৰ্ণ নগৰত বিজয়ৰ প্ৰতীক স্বৰূপে বিজয় ৰাজধানী পাতি বিৰাজ কৰিছে । এই ৰাজ্যখণ্ড আগতে গৌড়ৰ ৰজাই বলপূৰ্বক অধিকাৰ কৰিছিল । এতিয়া আকৌ প্ৰাগজ্যোতিষৰ অন্তৰ্গত হোৱাত আমি আনন্দ লাভ কৰিছোঁ । পূৰ্বতে মহাৰাজাধিৰাজ ভূতিবৰ্মাদেৱে চন্দ্ৰপুৰী বিষয়ত বৈদিক ব্ৰাহ্মণসকলক দান দিয়া মাটি তাম্ৰশাসনত খোদিত কৰা হৈছিল । কালক্ৰমত দৈৱবশতঃ গৌড় বাসীয়ে সেই ব্ৰহ্মোত্তৰ মাটি প্ৰাচীন অনুশাসন অৱমাননা কৰি বলেৰে দখল কৰিলে । ইফালে আকৌ এসময়ত সেই বৈদিক ব্ৰাহ্মণসকলৰ ঘৰ-দুৱাৰ জুয়ে পুৰি চাই কৰিলে আৰু ঘৰ পোৰাত তামৰ ফলিও নষ্ট হৈ গ'ল। মাটি কাঢ়ি নিয়াত সা-সম্পদ বিহীন হৈ আমি অতিশয় কায়ক্লেশেৰে কোনোমতে সংসাৰ যাত্ৰা নিৰ্বাহ কৰি দিন কটাই আছোঁ । যাগযজ্ঞ আৰু অতিথিশালা নিৰ্মাণ বা পুখুৰী খন্দা আদি বৈদিক আৰু স্মাৰ্ত্তকৰ্ম কৰিব লাগে বুলিয়েই যেনে-তেনে পালন কৰি সু-সময়ৰ অপেক্ষাত বৈ আছোঁ । 'কেতিয়া কালৰাতি পুৱাই সূৰ্য্য উদয় হ'ব' — চিন্তাক্লিষ্ট হৈ এইদৰে ভাবিচিন্তি থাকোঁতেই আমাৰ দুখৰ ৰাতিৰ অৱসান হ'ল । তেজ আৰু দীপ্তিৰে সূৰ্য্যকো অতিক্ৰম কৰি ভাস্কৰজ্যোতি ভাস্কৰবৰ্মাদেৱে বৰ্ণাশ্ৰম ধৰ্ম ৰক্ষাৰ অৰ্থে জগতত একমাত্ৰ বীৰৰূপে সম্প্ৰতি বিৰাজ কৰিছে । সেই কাৰণেই নষ্ট সম্পদ উদ্ধাৰ কৰিবলৈ আমি ইয়াত উপস্থিত হৈছোঁহি । এতিয়া মহাৰাজৰ যেনে আজ্ঞা ... ”

ৰজাই সসন্মানে সুধিলে । — আপোনালোকৰ কুশলনে ?”

— এতিয়া মহাৰাজে কৰ্ণসুবৰ্ণমণ্ডল শাসন কৰাত আৰু ৰাজ্য নিষ্কণ্টক হোৱাত আমি কুশলে আছোঁ । মহাৰাজৰ অৱগতিৰ অৰ্থে যৎকিঞ্চিত নিৱেদন কৰিবলৈ ইচ্ছা কৰিছোঁ ।”

...চন্দ্ৰপুৰী মণ্ডলত বেদাধ্যায়ী ব্ৰাহ্মণসকল বাস কৰে । তেওঁলোকে দৰ্শপৌৰ্ণমাস যজ্ঞও কৰে । তেওঁলোকৰ ভিতৰত বাজসনেয়ী শাখাৰো লোক আছে । আমি শ্ৰৌত আৰু স্মাৰ্ত্ত কৰ্ম আচৰণ কৰি বৈদিক ধৰ্ম পালন কৰিছোঁ । ...কিন্তু এই কৰ্ণসুবৰ্ণ অঞ্চলত বহুত তান্ত্ৰিক আৰু কাপালিকো আছে । এওঁলোকৰ কিছুমানে বামাচাৰেৰে কামেশ্বৰ-মহাগৌৰীৰ পূজা কৰে । শুনা যায় যে কিছুমানে চীনাচাৰো আচৰণ কৰে । আমি বৈদিক ব্ৰাহ্মণ । এই অভাজনৰ নাম দেৱশৰ্মা আৰু বাজসনেয়ী বুলি জনসমাজত জনাজাত ।

কাত্যায়ন প্ৰমুখো এওঁলোক কৌথুমশাখাৰ ব্ৰাহ্মণ । মোৰ পাছফালে থকা এওঁলোক বাজসনেয়ী শাখাৰ ।এইজন সোমযাজী — কৃত্তস্বামী ।এইজন অৰ্কযাজী সোমস্বামী । এইজন পক্ষিলস্বামী, ন্যায়শাস্ত্ৰত পক্ষিলস্বামীৰ (গৌতম) দৰে সুপ্ৰসিদ্ধ । এইজন কুমাৰস্বামী ।এই যুৱকজন মীমাংসাত পণ্ডিত ।এইজন নাৰায়ণ ভট্ট, ব্যাকৰণ মীমাংসা আৰু ন্যায় শাস্ত্ৰত বিদগ্ধ পণ্ডিত । সেইজন চন্দ্ৰস্বামী — নৃত্য আৰু নাট্যশাস্ত্ৰত প্ৰবীণ ।”

দেৱশৰ্মাই এইদৰে কোৱাত ৰজাই অলপ হাঁহি মাৰি ক'লে ।

— অতিশয় আনন্দৰ কথা ।চন্দ্ৰপুৰীবিষয় বিদগ্ধ পণ্ডিত মণ্ডলীৰ বাসস্থান বুলি জানি মোৰ ৰাজ্য সৰস্বতীৰ বাসস্থান যেনহে লাগিছে । আপোনালোক জ্ঞানান্বেষী, আপোনালোকৰ জ্ঞান-তপস্যা বৃদ্ধি হওক ।”

কিছুসময় মৌন হৈ থাকি ৰজাই সেনাপতি আৰু সমাহৰ্ত্তাক মাতি আনি আদেশ দিলে ।

“এই সকল চন্দ্ৰপুৰী অঞ্চলৰ অধিবাসী, বেদজ্ঞ ব্ৰাহ্মণ । আমাৰ পূৰ্বপুৰুষ মহাৰাজাধিৰাজ ভূতিবৰ্মাদেৱে এখেতসকলক ব্ৰহ্মোত্তৰ ভূমি দান কৰিছিল ।কালক্ৰমত সেই ভূমি গৌড়ৰাজে কাঢ়ি নিলে ।ব্ৰাহ্মণসকলক দিয়া তামৰ ফলিও বনজুয়ে পুৰি নষ্ট কৰিলে ।অগ্ৰহাৰ ভূমিৰ অভাৱত এই বেদ্যাধ্যায়ী ব্ৰাহ্মণসকলে বৰ কষ্ট ভোগ কৰিছে । এই ব্ৰাহ্মণসকলক পূৰ্বে যি পৰিমাণৰ ভূমি দিয়া হৈছিল, প্ৰাচীন লিপি অনুসৰি সেই পৰিমাণৰ ভূমি পুনৰ দিব লাগে, যাতে অধ্যয়ন-অধ্যাপনা আদি ষট্‌কৰ্ম-নিৰত এই ব্ৰাহ্মণসকলে ক্ষুধাৰ যন্ত্ৰণা অনুভৱ কৰিব লগীয়া নহয় । ভূমিদানৰ শাসন এনেভাৱে নতুনকৈ লিখাব লাগে যাতে কৰ্ণসুৱৰ্ণ বিজয়ৰ লগতে পূৰ্বৰ ৰাজ-শাসনৰ কথাও সমানে উল্লেখ থাকে । এই সকলো কাম যাতে সুসম্পন্ন হয়, তাৰ বাবে লেখপালক আদেশ দিয়ক । তামৰ ফলিৰ শাসনৰ পাঠ সভাপণ্ডিতে ৰচনা কৰিব ।” — এইদৰে আদেশ দি ৰজা অইন কাৰ্য্যত ব্যস্ত হৈ পৰিল ।

***　　***　　***

পৃথিৱীৰ অদ্বিতীয় বীৰ প্ৰাগ্‌জ্যোতিষাধিপতি ভাস্কৰবৰ্মাৰ আদেশৰ মৰ্ম অনুসৰণ কৰি সভাপণ্ডিতে ভূমিদান-শাসন সুশ্ৰাব্য শ্লোকেৰে ৰচনা কৰিলে । ভূমিদান সম্পৰ্কীয় শাসন ৰচনা হোৱাত পণ্ডিতে ৰজাক জনালে আৰু ৰজাই পঢ়িবলৈ আদেশ দিলে । ৰাজ-আজ্ঞা অনুসৰি পণ্ডিত সুদৰ্শন স্বামীয়ে সেই শাসন পঢ়িবলৈ ধৰিলে ।

“ ভস্মকণাৰে বিভূষিত, পিণাকপাণি পৰম আৰাধ্য দেৱতা চন্দ্ৰশেখৰক প্ৰণাম । ব্ৰাহ্মণসকলৰ মঙ্গলৰ অৰ্থে অগ্নিদগ্ধ পূৰ্বৰ তাম্ৰৰ ফলিৰ আদেশ পুনাই ওজস্বী ভাষাৰে প্ৰকাশ কৰা হৈছে ।

স্বস্তি । বিৰাট নৌ-বাহিনী, হস্তী, অশ্বাৰোহী সৈন্যবলেৰে সুসমৃদ্ধ যথাৰ্থ বিজয়-শব্দসূচক বিজয়ৰাজধানী কৰ্ণসুবৰ্ণৰ ৰাজনিৱাসৰপৰা আদেশ দিয়া হৈছে ।

... প্ৰাচীন কালত প্ৰলয়-জলত নিমগ্ন হৈ থকা পৃথিৱীক পাতালৰপৰা উদ্ধাৰ কৰিবলৈ উদ্যত কপট বৰাহৰূপী চক্ৰধাৰী বিষ্ণুৱে পৃথিৱীৰ গৰ্ভত নৰক নামে এটি পুত্ৰ জন্ম দিয়ে । কোনো কালে নৰক নেদেখা সেই নৰক ৰজাৰ ভগদত্ত নামেৰে এটি পুত্ৰ জন্ম হয় । তেওঁৰো বজ্ৰদত্ত নামেঁ পুত্ৰজন এজন তাণ্ডৱ ৰজা হৈছিল । এইদৰে নৰকবংশীয় ৰজাসকলে তিনিহাজাৰ বছৰ শাসন কৰাৰ পাছত পবিত্ৰ নৰকৰ বংশত সুস্থিতবৰ্ম্মা ৰজা হয় ; এওঁ ভূতিবৰ্মাৰ পৰিণাতি, চন্দ্ৰমুখবৰ্মাৰ নাতি আৰু স্থিতবৰ্মাৰ পুত্ৰ ; যিজন জনসমাজত মৃগাঙ্ক নামেৰে জনাজাত আছিল । সেই সুস্থিতবৰ্মাৰ ভাৰ্য্যা শ্যামাদেৱীয়ে বলৰাম আৰু কৃষ্ণ সদৃশ দুটি পুত্ৰ জন্ম দিছিল ; এই দুই কুমাৰৰ ডাঙৰজন সুপ্ৰতিষ্ঠিত বৰ্মাই নিজৰ বিক্ৰমৰ পৰিচয় দি হঠাৎ স্বৰ্গগামী হয় । কনিষ্ঠজন সৰ্বগুণাকৰ, সম্পদৰ আকৰ, অচিন্ত্য প্ৰভাৱশালী মহাৰাজ শ্ৰীভাস্কৰবৰ্মাদেৱে চন্দ্ৰপুৰী বিষয়ত বৰ্তমান আৰু ভৱিষ্যতৰ বিষয়ববীয়া আৰু বিভাগীয় কৰ্মচাৰীসকলক আজ্ঞা দিছে ঃ

“আপোনালোকৰ জ্ঞাতাৰ্থে জনোৱা হ'ল যে ৰাজ্যৰ অন্তৰ্গত ময়ূৰ শাল্মলা ঠাইডোখৰ ৰজা শ্ৰী ভূতিবৰ্মাদেৱে ব্ৰহ্মোত্তৰৰূপে চিহ্নিত কৰিছিল । এই ভূমিখণ্ড তাম্ৰপত্ৰৰ অভাৱত কৰদ হৈ পৰিছিল । গতিকে মহাৰাজে জ্যেষ্ঠ কৰ্মচাৰীসকলক আদেশ দিছে যে নতুন শাসনেৰে চন্দ্ৰ, সূৰ্য্য, পৃথিৱী থকালৈকে ভূমিছিদ্ৰ-ন্যায়েৰে পূৰ্বে ভোগ কৰা ব্ৰাহ্মণসকলক সেই ভূমি দান কৰা হৈছে ।”

ইয়াকে শুনি ৰজাই কলে ‘উত্তম হৈছে, যথোচিতভাৱে ৰাজ-শাসন ৰচিত হৈছে’ বুলি বহু প্ৰশংসা কৰি সভাপণ্ডিতক সন্মানিত কৰিলে । ব্ৰাহ্মণসকলেও হেৰোৱা ফলি পুনাই লাভ কৰি পৰম সন্তুষ্ট হৈ নিজৰ ঠাইলৈ উলটি গ'ল ।

১৪

— তুমি সঁচাকৈ মাধবীক লগ পালানে ?" — কাপালিকে সুধিলে ।

— হয়, কেৱল লগ পোৱাই নহয়, মই সোধাত মাধবীয়ে নিজৰ মনোভাৱো মোৰ আগত প্ৰকাশ কৰিছে ।" — কমাই কাপালিকক ক'লে ।

— তেনেহ'লে কোৱাঁচোন তুমি মাধবীক কি সুধিলা আৰু তেওঁেই বা তোমাৰ কথাৰ কি উত্তৰ দিলে, সকলোখিনি বিৱৰি কোৱাঁ ।"

— শুনক, তেন্তে মই গেৰুৱা কাপোৰ পিন্ধি ৰাজ-অন্তঃপুৰলৈ গৈছিলোঁ ।গতিকে কোনোৱে মোক প্ৰৱেশ কৰাত বাধা দিয়া নাছিল .। মই অনুৰোধ কৰাত কেশৱ নামে ৰাজ-অন্তঃপুৰৰ এজন লোকে মোক মাধৱীৰ ওচৰলৈ লৈ গ'ল ।'কি কম আৰু কেনেকৈ মাধৱীৰ বিশ্বাস উৎপাদন কৰিব পাৰিম' ইত্যাদি ভাৱি-চিন্তি, মই আগতেই নিশ্চয় কৰি লৈ পোনতে কুশল মঙ্গল সুধি মাধৱীক সপোনৰ কাহিনী বিৱৰি ক'লোঁ ।.... যোৱাৰাতি মহাদেৱে তৃতীয় চকুৰ জুইৰে দগ্ধ কৰিবলৈ উদ্যত হৈ যেন মোক ক'লে — কমা, তুমি মহাকাল-মন্দিৰৰ নৰ্ত্তকী মাধৱীক চিনি পোৱানে ? তাই মোৰ প্ৰতি অৰ্পিতা ।দেৱতাক অৰ্পণ কৰাৰ কাৰণে তাই কোনো মানুহৰ ভাৰ্য্যা হ'ব নোৱাৰাটো দেৱৰ নিবন্ধন । কিন্তু এসময়ত বসন্তকালত তাই মহাকালক পৰিত্যাগ কৰি মানুহক স্বামীৰূপে আকোঁৱালি ললে ।গতিকে তাইৰ আৰু মানুহজনৰ, বিজনে তাইক গ্ৰহণ কৰিছে, দেৱতাৰ ক্ৰোধত অচিৰে মহা-অমঙ্গল হ'ব ।"

তেতিয়া ভীতি-বিহ্বলা হৈ মই প্ৰাৰ্থনা জনোৱাত মহাদেৱে এইবুলি আদেশ দিলে ।

"ৰাজ-অন্তঃপুৰ পৰিত্যাগ কৰি তাই কৌল-নিয়ম অনুসৰি কাপালিকসকলৰ লগত ৰাতি মোক আৰাধনা কৰক । তাকে কৰিলে সকলো অমঙ্গল দূৰ হ'ব । ময়ো ভৈৰৱৰূপত তাইৰ বাবে তাত বৈ থাকিম... — এইবুলি কৈ থিতাতেই মহাদেৱ অন্তৰ্দ্ধান হ'ল ।

... মোৰ কথা শুনি মাধৱীয়ে কাপালিকৰ ওচৰলৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰিলে ; কিন্তু মই তাইক আগৰ দৰেই প্ৰবোধ দিলোঁ ।এইখিনি কৈয়েই মই তাৰপৰা ললিতাৰ ওচৰলৈ আহিলোঁ । তাই ৰূপ সৌন্দৰ্য্য, লাৱণ্য আৰু গীত-মাতত মাধৱীকো চেৰ পেলায় । গণিকাধ্যক্ষই তাইক সকলো নটীৰ ভিতৰত প্ৰথম স্থান দি নটীমুখ্যাৰূপে ৰজাক অৰ্পণ কৰিছে । সেইদেখি মাধৱীক মই কাপালিকৰ আশ্ৰমলৈ নিম বুলি কোৱা কথাৰাৰ মোৰ মুখৰপৰা শুনি তাই আনন্দেৰে মোক ক'লে ।

"অহা মদন-ত্রয়োদশীত মদনোৎসৱৰ দিনা পুৰুষ-মহিলা নিৰ্বিশেষে নগৰবাসীৰ লগত গণিকা বিলাকে বাহিৰৰ উদ্যানত সুৰামত্ত হৈ নাচি-বাগি ফুৰিব । সেই সুযোগতে কোনোৱে নেদেখাকৈ আপুনি মাধৱীক লৈ যাব । তেতিয়া মই ৰজাক তাইৰ দুশ্চৰিত্ৰৰ বিষয়ে জনাই তাইৰ ভৱিষ্যত অন্ধকাৰ কৰি তুলিম ।" — এইবুলি কৈ ললিতাই মোক এটি সোণৰ মুদ্ৰা দি বহু সন্মানেৰে বিদায় দিলে ।

কমাই কোৱা কথাখিনি কাপালিকে সঁচা বুলি ভাৱি ললে আৰু তাৰপৰাই ভৈৰৱক নিবেদন কৰিবলৈ গুচি গ'ল । ভৈৰৱেও সকলো শুনি তোমালোকে উচিত বিবেচনা কৰিবা বুলি কৈ থ'লে ।

এতিয়া কুমাৰে কেতিয়াবা ললিতাৰ কোঠাতো ৰাতি কটায় । মাধৱীয়ে এই সকলোবোৰ জানে ; তথাপি তাই কুমাৰৰ ওপৰত খং নকৰে । কুমাৰে যি ভাল পায় তাকেই কৰক — মাধৱীয়ে ভাৱে । তেওঁৰ সুখেই মাধৱীৰ বাঞ্ছিত সুখ । মাধৱীয়ে সেইদিনা শয্যাত আধাশোৱাকৈ পৰি গাকত সোঁহাত দি বাওঁহাতত মূৰটো থৈ উৎকণ্ঠাৰে চিন্তা কৰি আছিল । 'কমাই কোৱাৰ দৰে মই দেৱতাৰ ওচৰত অপৰাধ কৰিছোঁ নেকি ? নাই, নাই, মই কেতিয়াও দেৱতাৰ বিদ্বেষ আচৰণ কৰা নাই । মই দেৱতাত অৰ্পিত হৈছোঁ বুলিয়েই দেৱতাৰ নামত ভৈৰৱে মোৰ কৌমাৰ্য্য হৰণ কৰিলেহেঁতেন । ভৈৰৱো মানুহ ; কুমাৰো মানুহ । এওঁলোকৰ পাৰ্থক্যই বা ক'ত ? দেৱতালৈ অৰ্পণ কৰা দেৱদাসী কেৱল দেৱতাৰহে উপভোগ্যা । কিন্তু কুমাৰৰ অবিহনে মই দেৱতাৰ ভক্তসকলৰহে ভোগ্যা হলোঁহেতেন । কুমাৰক আশ্ৰয় কৰি প্ৰেমত নিমজ্জিত হৈ মই নিৰ্মল হৈ আছোঁ । তথাপি যদি মহাকাল মোৰ প্ৰতি বিৰূপ হয় আৰু তাৰ ফলত যদি কুমাৰৰ অমঙ্গল হয় ? তেওঁৰ মঙ্গলৰ অৰ্থে মই কাপালিকৰ আশ্ৰমলৈ যোৱাই উচিত হ'ব । মোৰ গমন কুমাৰৰ মনঃপুত হয়নে নহয় নাজানো..... । ইয়াকে কৰিলে বাক সকলোখিনি ভাল হ'বনে.... ?'

এইদৰে বহুত ভাবি-চিন্তি মাধৱী তন্দ্ৰামগ্ন হৈ পৰিল । মাধৱীয়ে কুমাৰ অহা গম পোৱা নাছিল । যেতিয়া কুমাৰে — মাধৱী শুই আছাঁ নেকি ?" — বুলি লাহেকৈ সুধিলে, তেতিয়া মাধৱীয়ে সংজ্ঞা ঘূৰাই পোৱাৰ দৰে হঠাতে উঠি কুমাৰক স্বাগত জনালে আৰু ক'লে ।

— এয়া, মই কুমাৰৰ আগমনলৈ প্ৰতীক্ষা কৰি বৈ আছোঁ, শোৱা নাই ।" কুমাৰেও আঠুলোৱা মাধৱীক তুলি বিচনাত বহুৱাই নিজেও বহিল । তেওঁ মাধৱীৰ অৱনত মুখখনি তুলি ধৰি স্নেহেৰে সুধিলে ।

— মাধৱী, তোমাক কিয় বিমৰ্ষ যেন দেখা গৈছে ? তোমাৰ মুখখনো শুকাইছে, তুমি মানসিক যন্ত্ৰণাত ভুগিছা বুলি ধাৰণা হৈছে । কোৱাঁ, তোমাৰ মানসিক দুখৰ কাৰণ কি ?"

-

কুমাৰৰ স্নেহ-বিগলিত কথা শুনি মাধৱীয়ে শোকাভিভূত হৈ কিছু সময় নীৰৱে থাকি ক'বলৈ ধৰিলে ।

— ক'তা মোৰ মনততো দুঃখ জন্মা নাই, দুঃখৰ কাৰণো নাই । পূৰ্বতে ঘটা কিছুমান ঘটনা স্মৰণ কৰি..... । এই অঞ্চলতেই কৰতোয়া নদীৰ পাৰত ক'ৰবাত মহাকালৰ মন্দিৰ আছে বুলি মোৰ ধাৰণা । কিমান দূৰৈত আছে মহাৰাজে জানেনে ?"

— তুমি মহাকালৰ মন্দিৰলৈ যাবলৈ ইচ্ছা কৰিছা নেকি ? তাত কাকনো চাবলৈ যোৱাঁ, কাৰোবাৰ কথা মনত পৰিছে নেকি ?"

— মই কাকো চাবলৈ ইচ্ছা কৰা নাই । তালৈ যাবও খোজা নাই । কেৱল মনত পৰিছে । সেই মন্দিৰলৈকে যেতিয়া কুমাৰ ৰণাঙ্গণৰপৰা প্ৰথমে আহিছিল ....কুমাৰক দেখি যেতিয়া মই অনুৰক্তা হৈ পৰিছিলোঁ... সেই সকলোবোৰ সৌ সিদিনা ঘটি যোৱা ঘটনা যেনহে লাগিছে । যিবোৰ ঘটি গ'ল, সেইবোৰ বাৰু মহাৰাজৰ মনত নপৰেনে ?"

— কিয় মনত নপৰিব ? মন্দিৰৰ ওচৰৰ উদ্যানত সন্ধিয়া ধাত্ৰীৰ লগত ঘূৰি ফুৰা মাধৱীক দেখিয়েই .... ওখ বেদীত বহি.....

— হয়, বহু বছৰ পাৰ হৈ গ'ল — মই মহাকালক এৰি, আচাৰ্য্য দেৱস্বামীক উপেক্ষা কৰি গুচি অহা বহুবছৰ হ'ল । কিন্তু এতিয়া আৰু মই মহাৰাজৰ স্নেহধন্যা নহওঁ..... মোৰ পক্ষে মহাৰাজৰ দৰ্শনো দুৰ্লভ হ'ল... মই বাৰু মহাৰাজৰ কি অপৰাধ লগালো ? ...কি অপৰাধ..."

গদ্ গদ্ স্বৰে এইদৰে কৈ মাধৱীয়ে সতৃষ্ণ নয়নেৰে কুমাৰৰ মুখলৈ চাই ৰ'ল । কুমাৰে মৰমেৰে ক'লে ।

— মাধৱী, ৰাজ্যশাসন বৰ কঠিন কাম । ৰাজ্যৰক্ষা কৰিব লাগে আৰু ৰাজ্য বঢ়াবলৈকো যত্ন কৰিব লাগে । ৰাষ্ট্ৰনীতিৰ বহুত কথা ৰজাৰ অভীপ্সিত নহলেও প্ৰজাৰ মনোৰঞ্জনৰ বাবেই সেইবিলাক পালন কৰিব লগা হয় । প্ৰজাৰ মনোৰঞ্জনৰ অৰ্থে ৰঘুনন্দন ৰামচন্দ্ৰই নিষ্কলুষ জনক-দুহিতাক ত্যাগ কৰিছিল । সেইদৰে প্ৰজাক তুষ্ট কৰিবলৈকে মই তোমাক প্ৰধান মহিষীৰূপে আজিও গ্ৰহণ কৰিব পৰা নাই । মোৰ হৃদয় মই নিজেই পাষাণ বুলি ভাবিছোঁ । মোৰ হৃদয়ত মমত্বৰ স্ফুৰণ নাই মাধৱী.....

ৰজাক ৰ্আৰ্বা দি মাধৱীয়ে অভিমানৰ সুৰত ক'লে ।

—ললিতাই অধিকাৰ কৰা হৃদয়ত কেনেকৈ মোৰ প্ৰতি অনুৰাগৰ ঠাই থাকিব ? এনে পৰিস্থিতিত হৃদয়ৰ আদান-প্ৰদানেই বা কেনেকৈ সম্ভৱ ? য'ত ললিতাই অপেক্ষা কৰিছে, তাতেই মহাৰাজৰ অন্তৰৰ প্ৰেম-অনুৰাগ প্ৰকাশ হওক । মহাৰাজে মাধৱীক এসময়ত মৰম চেনেহেৰে বুৰাই ৰাখিছিল। তাকে সুঁৱৰি তাই জীয়াই থাকিব ।"

— মাধৱী, তুমি এইদৰে নক'বা । ৰাজধৰ্ম কি — তুমি নাজানা । ৰাজধৰ্ম অনুসৰিয়েই ৰাজ-অন্তঃপুৰৰ নাৰী নিৰ্বাচিত হয় ; অন্তঃকৰণৰ প্ৰবৃত্তি অনুসৰি নহয়... ৰজাসকল বহুপত্নীক...

— ৰজা বহুপত্নীক হ'বই লাগিব বুলি ৰাজআদেশ আছে নেকি ?"

— আদেশ নহয়, কিন্তু পৰম্পৰাগত ৰাজধৰ্ম । মই কেনেকৈ তাৰ ব্যতিক্ৰম হ'ম ? তুমি মোৰ আচৰণত আন একো নাভাবিবা । মোৰ অন্তঃপুৰত বহুত ৰমণী আছে যদিও তুমিয়েই মোৰ মন-প্ৰাণ জুৰি বিৰাজ কৰিছা । মাধৱীবিহীন কুমাৰক প্ৰাণহীন শৱ বুলি জানিবা, মাধৱী !

এইদৰে কৈ কুমাৰে এহাতেৰে মাধৱীৰ মুখখন দাঙি ধৰিলে । মাধৱীয়ে লতাই গছক আৱৰি ধৰাৰ দৰে কুমাৰক সাৱটি ধৰিলে । বহুকাল তৃষ্ণাতুৰ হৈ থকা দুয়ো অন্তৰৰ কামনাৰ বহিঃপ্ৰকাশত প্ৰবৃত হ'লেও তেওঁলোকৰ ইচ্ছাৰ উপশম নহ'ল । ঘিঁউ ঢালিলে জুই দপ্‌দপ্‌কৈ উঠাৰ দৰে তেওঁলোকৰ কামনাও দুনাই বেছি হ'বলৈহে ধৰিলে ।

১৫

বসন্তকালৰ মদন-দ্বাদশী আহিল । মদনোৎসৱৰ বাবে উদ্যান সুসজ্জিত কৰি তোলা হ'ল । দ্বাদশী, ত্ৰয়োদশী আৰু চতুৰ্দশী — এই তিনিও দিন ব্যাপি মদনোৎসৱ চলে । আগতে কদম গছত মদন-পূজা কৰা হৈছিল ; এতিয়া মদনৰ প্ৰতিমা প্ৰতিষ্ঠা কৰা হয় । মদনৰ বাওঁ কাষে ৰতি । প্ৰথম সন্ধ্যাত মানুহে হালধিৰ গুৰিৰে কেশৰৰঙী মদনক পূজা কৰিলে, আৰু এখোৱাল কুঁহিয়াৰ মদনলৈ উছৰ্গা কৰিলে ।

পিছদিনা সন্ধ্যা সময়ত ললিতা প্ৰমুখ্যে ৰাজ-অন্তঃপুৰৰ মহিলাসকলে নীল-বৰণীয়া কাপোৰ পিন্ধি মদন-দৰ্শন কৰিবলৈ আহিল । মিচিকিয়া হাঁহি ওঁঠত জিলিকি থকা ৰতিৰে সৈতে বিৰাজমান, ফুলৰ ধনুশৰ লোৱা মদনক দৰ্শন কৰি যুৱতী-সকলে স্তুতি কৰিলে ।

"হে কন্দৰ্প, তুমি মাধৱৰ পুত্ৰ, শম্বৰৰ শত্ৰু আৰু ৰতিৰ প্ৰিয়তম । তুমি মনোভৱ, তুমি ত্ৰিভুৱন-বিজয়ী ; তোমাক নমস্কাৰ । আমাৰ মানসিক আধি আৰু শাৰীৰিক ব্যাধি তোমাৰ দৰ্শনত নাশ হওক ।"

স্তুতিৰ পাছত এজনী গাভৰুৱে ললিতাক সুধিলে — কোঁৱাচোন, মদন কেনেকৈ শম্বৰৰ শত্ৰু হ'ল ?"

ললিতাই মিচিকিয়া হাঁহিৰে ক'লে ।

— সেইটোও নাজানানে ? কওঁ বাৰু, শুনা । 'বিদৰ্ভৰ ৰাজকুমাৰী কৃষ্ণৰ মহিষীয়ে এটি পুত্ৰ সন্তান জন্ম দিছিল । কৃষ্ণবৈৰী শম্বৰে সূতিকা গৃহৰপৰাই সেই শিশুটিক হৰণ কৰি নি এটি বাকচত ভৰাই নৈত উটুৱাই দিছিল । সোঁতে উটাই নিয়া বাকচৰ ভিতৰত শিশুটিক এটা মাছমৰীয়াই পাই যত্নেৰে প্ৰতিপালন কৰিবলৈ ধৰিলে । এদিন শম্বৰৰ পত্নী মায়াবতীয়ে সেই শিশুটিক দেখা পাই নিজৰ ঘৰলৈ লৈ আহিল আৰু ডাঙৰ-দীঘল কৰিলে । ল'ৰাটোৰ নাম দিলে প্ৰদ্যুম্ন । অলপদিনৰ ভিতৰতে শ্ৰীকৃষ্ণৰ পুত্ৰই যৌৱনত ভৰি দিলে, ৰূপ-লাৱণ্যৰে প্ৰদ্যুম্নই যুৱতীৰ মন আকুল কৰিলে । পিছত এদিনাখন মায়াৱতীয়ে লাজুকীয়া হাঁহিৰে কামনাৰে প্ৰদ্যুম্নৰ ওচৰ চাপিল । প্ৰদ্যুম্নই তেওঁক কামাতুৰা যেন দেখি সুধিলে ।

— আজি কিয় তোমাৰ মতি-গতি একেবাৰে সলেগ যেন দেখিছে ? মাতৃভাৱ পৰিত্যাগ কৰি তুমি প্ৰেমিকাৰূপত মোৰ কাষ চাপিছা ?"

প্ৰদ্যুম্নৰ কথা শুনি মায়াৱতীয়ে ক'লে ।

— মই তোমাৰ মাতৃ নহওঁ প্ৰদ্যুম্ন । মঞ [illegible] তোমাক পালন কৰিছোঁ মাত্ৰ । তুমি এতিয়া চফল ডেকা ; মই তোমাক এ[illegible] নিবেদন কৰিব খুজিছোঁ । শম্বৰক কেনেকৈ বধ কৰিব লাগিব মই তাৰ উপায় [illegible] — এইবুলি মায়াৱতীয়ে শম্বৰক বধ কৰাৰ গোপন উপায়ৰ বিষয়ে প্ৰদ্যু[illegible]

...শম্বৰৰ অনুপস্থিতিৰ সুযোগ [illegible] দুয়ো চুৰকৈ যৌনসুখ উপভোগ কৰি সময়ৰ অপেক্ষাত ৰ'ল । ... এ[illegible] মায়াৱতীৰ প্ৰেৰণাত হাতত অস্ত্ৰ-শস্ত্ৰ নোহোৱা অৱস্থাত শম্বৰক প্ৰদ্যুম্নই ব[illegible] ল । আচলতে প্ৰদ্যুম্নই মদন ; সেই

কাৰণেই পুৰাণকাৰসকলে তেওঁক শম্বৰাৰি, মনসিজ ইত্যাদি নামেৰে নামকৰণ কৰিছে ।"

এইদৰে ললিতাই কৈ থাকোঁতেই নয়নিকাৰে সৈতে মাধৱী আহি তাত উপস্থিত হ'ল । মাধৱীক দূৰৈৰপৰা দেখিয়েই ললিতাই সকলোৱে শুনাকৈ ক'লে।— "অ' দেৱদাসী আহিছে । দেৱদাসীৰ ৰাজ-অন্তঃপুৰত কি কাম আছে ? দেৱদাসীয়ে দেৱ-মন্দিৰত নৃত্য কৰক...

তাৰ পিছত নিজে নিজেই ক'লে ।

'অতি আচৰিত যে দেৱদাসী ৰাজ-মহিষী হ'ব খোজে ? নাই নোৱাৰে.... ললিতা জীয়াই থাকোঁতে মাধৱী চিৰদিন কুমাৰৰ প্ৰিয়তমা হৈ থাকিব নোৱাৰে.... নোৱাৰে ...

আকৌ ডাঙৰকৈ ক'লে ।

— সখীহঁত, দেৱদাসীৰ লগত আমাৰ একো কাম নাই । আমি উদ্যানৰ আনফাললৈ যাওঁ ব'লা, য'ত দেৱদাসী নাই, আছে কেৱল মদনৰ দাসী, কুমাৰী আৰু যুৱতীসকল ।"

উদ্যানৰ সেই ফালে প্ৰসাধন কৰা নগৰীয়া ৰমণী, বেশভূষা পৰিধানত নিপুণ বিলাসিনী আৰু অলঙ্কাৰেৰে বিভূষিতা যুৱতীসকলে সুন্দৰ পোছাক-পৰিচ্ছদ পৰিহিত যুৱকবৃন্দৰ লগত নাচিব লাগিছে । চঞ্চল মহিলাসকলে পানোন্মত্ত যুৱক সকলৰ লগত পৰিহাসৰ ছলেৰে প্ৰেমোন্মাদক কথাৰে চুপতি মাৰি আছে । অশ্লীল শব্দ প্ৰয়োগ কৰি গীত গাইছে । নৃত্য-গীত আৰু বাদ্যেৰে যুৱক-যুৱতীসকলে পৰস্পৰ প্ৰতিদ্বন্দ্বিতা কৰি ইফালে সিফালে ঘূৰি পকি ফুৰিছে । এইদৰে মদনোৎসৱ চলি থাকোঁতেই ললিতা তাত আহি উপস্থিত হ'ল । ইফালে সিফালে ... তে গছৰ ছাঁৰপৰা ওলাই আহি কুমাই ... কাণে কাণে সুধিলে ।

আইদেউ, মাধৱী ক'ত ? এতিয়া ... ৱাৰ উপযুক্ত সময় হৈছে ?"

... লিতাই তাইৰ কাণে কাণে ফুচফুচাই ... আঙুলি টোৱাই দূৰৈত থকা কদম গছ ... খুৱাই দিলে । তাৰ পাছত উপহাস ... ৰি ক'লে ।

- কদম গছৰ তলত মদনৰ পূজা হৈছে । তাত দেৱদাসী মাধৱীয়ে আধি আৰু ব্যাধি ... শ হওক বুলি কামদেৱক প্ৰাৰ্থনা ক... আছে । বেগেতে তালৈ যোৱাঁ আৰু কা... কে যাতে অচিৰেই তাইৰ মানসিক ব্যা... দূৰ কৰিব পাৰে, তেনে ব্যৱস্থা কৰাঁ । ... খিবা কাৰ্য্যসিদ্ধি হলে পুৰস্কাৰ আৰু কাৰ্য্যহানি হলে তিৰস্কাৰ আৰু লগতে

বিপত্তিও । সকলো মানুহ এতিয়া সুৰাপানত মত্ত, ৰক্ষীসকলো সুৰাপানত উন্মত্ত । কোনেও নেদেখাকৈ এই সময়তে মাধৱীক লৈ যোৱাঁ ; যাতে কোনোৱে গমকে নাপায় । ইফালে ৰজাক মই মোৰ বশীভূত কৰি থ'ম । ৰজাই উমানকে নাপাব তেওঁৰ দেৱদাসী ক'লৈ গ'ল । ভয় নকৰিবা, অচিৰেই তাইক কাপালিকসকলে কাপালিকী কৰিব । যোৱাঁ, বামনে তোমাৰ যাত্ৰা-পথ সুৰক্ষিত কৰক ।"

ইয়াকে কৈ ললিতাই ৰজাক বিচাৰি অকলেই যাত্ৰা কৰিলে । বিচিত্ৰ মণি-মুকুতাৰে বন্ধোৱা ঠাইত দূতীয়ে চিনাকি কৰি দিয়া এগৰাকী যুৱতীৰ প্ৰতি ৰজাই ৰাজ-অনুগ্ৰহ দেখুৱাই আছিল । হঠাতে ললিতাক সোমাই অহা দেখি তেওঁ সেই যুৱতী গৰাকীক সান্ত্বনা দি বিদায় দিলে । ললিতাই সেই যুৱতীক নেদেখাৰ ভাও জুৰি ৰজাৰ ওচৰলৈ গৈ মধুৰভাৱে ক'লে ।

— এই প্ৰেমোন্মাদক বসন্তকালত মহাৰাজৰ কাষত মই নিজকেই মদনৰ কাষত থকা ৰতি বুলি ভাবিছোঁ । মহাৰাজে যদি অনুমোদন কৰে, তেন্তে মই মদনৰ আলিঙ্গনবদ্ধা ৰতিৰ দৰে থাকিব খোজোঁ ।"

ৰজাই কি কৰিব, কি ক'ব ভাবি থাকোঁতেই ৰজাক যেন বলেৰেই নিজৰ থকা ঠাইলৈ ললিতাই লৈ গ'ল । তাৰ পিছত ক'বলৈ ধৰিলে ।

"আজি এই মদনোৎসৱত কেৱল মদনৰ সেৱাত বিৰাজমান হৈ কামে সকলোৰে মনত আনন্দ দিয়ে । গতিকে মনৰ আনন্দৰ কাৰণস্বৰূপ কামৰ আৰাধনা কৰা ভাল.... আজি মহাৰাজক মই অৱৰুদ্ধ কৰিলোঁ । মাধৱীয়ে আৰু মহাৰাজক মুক্ত কৰিব নোৱাৰে.... মদন-মহোৎসৱত মদনক আৰাধনা কৰিব লাগে বুলি পুৰাণকাৰসকলে কৈছে নহয় ? সেইসকল পূৰ্বসূৰীয়ে যেনেকৈ কৈছে তাকে আমি পালন কৰা উচিত ।"

*** *** ***

এইদৰে মদনোৎসৱ চলি থাকোঁতেই ক্ষমাই মাধৱীক বাহিৰলৈ লৈ গ'ল । তেতিয়া উদ্যানৰ সকলো লোক সুৰামত্ত, ৰক্ষীসকলো বেহুচ্ হৈ পৰিছিল । গতিকে ক্ষমাই মাধৱীক লৈ যাওঁতে বাধা দিবলৈ তাত কোনো নাছিল । ক্ষমাক অনুসৰণ কৰি মাধৱী গৈ আছিল । কিছুপৰৰ পিছতে ক্ষমাই মাধৱীক লৈ কাপালিকৰ থকা ঠাই পালেগৈ । তাত গৈ মাধৱীয়ে 'মন্দিৰ ক'ত' — বুলি সুধিলত ক্ষমাই 'ওচৰতে' বুলি মাত্ৰ চমুকৈ কৈ থ'লে । দূৰৈৰপৰাই সদ্যোদগ্ধ নৰমাংস-ভোজী কাপালিকসকলক দেখি মাধৱী ভয়ত পেপুৱা লাগিল ; কাপালিকৰ ওচৰলৈ যাবলৈ তেওঁৰ সাহস নহ'ল । মাধৱীক তেনে অৱস্থাত দেখি ক্ষমাই মিঠা কথাৰে তেওঁক সান্ত্বনা দিবলৈ ধৰিলে । অলপ ওচৰ চাপি মাধৱীয়ে ভৈৰৱক দেখা পালে । তেতিয়াই মাধৱীৰ মনত পৰিল — 'এইজন তেওঁ

পূৰ্বে মহাকালৰ মন্দিৰৰ ওচৰত দেখা ভৈৰৱ । এওঁৱেই ভাস্কৰবৰ্মাক কৰতোযাৰ পাৰ হ'ব পৰা ঠাই দেখুৱাই দিছিল ।'

মহাকালৰ মন্দিৰত থাকি মাধৱী সমযত ভৈৰৱী হ'ব বুলি ভৈৰৱে মনতে কল্পনা কৰিছিল । মাধৱী মহাকালৰ মন্দিৰৰপৰা দূৰ দেশলৈ যোৱা দেখি ভৈৰৱ অতিশয ক্ৰুদ্ধ হৈছিল । মাধৱীক আকৌ কেতিয়া লগ পাব তাকে চিন্তা কৰি তেওঁ দিন অতিবাহিত কৰিছিল । কুমাৰ ভাস্কৰ কৰ্ণসুবৰ্ণ লৈ অহা বুলি শুনিযেই তেওঁ লৰা-লৰিকৈ কৰতোযাৰ পাৰলৈ গৈছিল আৰু সৈন্যবাহিনীক পাৰ হোৱা ঘাট দেখুৱাই দিছিল । লগে লগে সকলোখিনি সপোনৰ নিচিনাকৈ মাধৱীৰ মানসপটত এটা এটাকৈ জিলিকি উঠিল ।

হাতত নৰ-কপালেৰে সৈতে নগ্নপ্ৰায কাপালিকবিলাকক আৰু পানাসক্ত ভৈৰৱক দেখি মাধৱী কিংকৰ্ত্তব্য-বিমূঢ়া হৈ পৰিল । সেই সময়তে ভৈৰৱীযে কাপালিকী জযন্তীক আদেশ দিলে — আগন্তুক ৰমণীক গছৰ গুৰিৰ বেদীত বহুওৱাঁ ।"

জযন্তীযে আদেশ পাই মাধৱীক হাতত ধৰি ওখ বেদীলৈ লৈ গ'ল আৰু মাধৱীক তাত বহুৱাই সুৰাপূৰ্ণ মানুহৰ মূৰৰ খোলা এটি মাধৱীৰ হাতত দিলে । মূৰৰ খোলা আৰু সুৰা দেখি মাধৱীৰ ঘৃণা উপজিল । অলপ সুৰামত্ত হৈ আছিল যদিও ভৈৰৱে চকু দুটা মেলি কৰ্কশভাৱে ক'লে — তত্ত্বজ্ঞসকলে ব্ৰহ্মাণ্ডক কপাল বুলি জ্ঞান কৰে । আকাশো মূৰৰ খোলাই । কপালেই সকলোৰে মূল । গতিকে সাধকসকলে মানুহৰ মূৰৰ খোলা ধাৰণ কৰে । মোক্ষ লাভৰ অৰ্থে সুৰাপান কৰিব লাগে । সুৰাপান কৰিযেই সাধকে দেৱত্ব লাভ কৰে আৰু তাতেই সুৰাৰ সুৰাত্ব নিৰ্ভৰ কৰিছে । এসমযত কৈলাসৰ উত্তুঙ্গশৃঙ্গত উপবিষ্ট দেৱাদিদেৱ মহাদেৱক পাৰ্বতীযে সুধিছিল — প্ৰভু, সুৰাৰ মাহাত্ম্য কি মোক কওক ।"

মহাদেৱে ক'লে ।

— পাৰ্বতী ! সুৰাৰ মাহাত্ম্য শুনা — সাধকে শক্তিৰ লগত সংযুক্ত হৈ যদি পানাদি কৰ্ম আচৰণ কৰে, তেন্তে তেওঁ তৎক্ষণাত প্ৰকৃততে শিৱৰূপ ধাৰণ কৰে ।" পুৰাণতো কোৱা হৈছে — লোক-সমাজত শুনা যায় যে অতিশয সুৰাপানৰ ফলত সদ্‌বংশৰ লজ্জাৱতী মহিলা-সকলেও লাজ-কাজ পৰিত্যাগ কৰে ।"

যেতিযালৈকে লাজ, ঘৃণা আৰু ভয় থাকে, তেতিযালৈকে সিদ্ধি লাভ নহয় । কাপালিকে যেতিয়া নিৰাসক্তভাৱে সুন্দৰী যুৱতী, কামোন্মত্ত বিলাসিনী, নটী, কাপালিকী, বেশ্যা, যৱনী আৰু বাৰ-বণিতাৰ লগত আসক্ত হয়, তেতিযাই সেই সাধক ভৈৰৱ চক্ৰধাৰী হয আৰু তাৰ পাছতে সিদ্ধি লাভ হয় । তেতিযাই জগতৰ সকলো বিষয

তেওঁৰ হাতৰ মুঠিত থকা আমলখিৰ দৰে হয় । গতিকে ঘৃণা আৰু লাজ এৰি সুৰাপান কৰি শ্ৰেয়ঃ-প্ৰেয় লাভৰ বাবে তন্ত্ৰোক্ত ক্ৰিয়া-কলাপ আচৰণ কৰিব লাগে । এই পথেই হৈছে ভোগ আৰু মোক্ষৰ পথ ।”

মাধৱীয়ে বাধ্যত পৰি মানুহৰ মূৰৰ খোলাৰপৰা সুৰাপান কৰিবলৈ ধৰিলে । সুৰা-সেৱনৰ প্ৰভাৱ লাহে লাহে মাধৱীৰ চকুত প্ৰকাশ হোৱা দেখি জয়ন্তীয়ে মাধৱীক আসনত বহুৱালে । চক্ৰ-প্ৰবৰ্ত্তনৰ আগতে শক্তি-পূজা কৰিব লাগে । এই বিধান অনুসৰি ভৈৰৱজনে শক্তি পূজা কৰিলে । শক্তি পূজাৰ পাছত সেইদৰেই ভৈৰৱ-পূজা কৰা নিয়ম ; গতিকে সেই কাৰ্য্যও সমাধা হ'ল ।

এইদৰে ভৈৰৱী-চক্ৰ প্ৰবৰ্ত্তনৰ উপক্ৰম হওঁতেই এটা ডাঙৰ কোলাহল শুনা গ'ল । 'এইটোনো কি' — বুলি চাওঁতেই এদল সৈনিক আহি তাত উপস্থিত হ'ল । কেইজনমান ৰাজদ্ৰোহীক বিচাৰি পৌণ্ড্ৰবৰ্দ্ধনৰপৰা এই সৈনিকৰ দলটো চন্দ্ৰপুৰী অঞ্চললৈ আহিছিল । তেওঁলোকে সেই বেদ-বৰ্হিভূত উলঙ্গ কাপালিকবোৰক দেখি সিহঁতক ধৰিকে কোবাবলৈ ধৰিলে । কাপালিকবিলাকৰ কিছুমান মৰিল আৰু কিছুমান কাপালিকীসকলৰ লগত পলাল । তাত কাকো নেদেখি কোনোফালে নোচোৱাকৈ তীৰ- বেগেৰে লৰি তাৰপৰা মাধৱী পলাল । যূথভ্ৰষ্টা হৰিণীৰ দৰে ভীত-সন্ত্ৰস্ত হৈ মাধৱী লৰিবলৈ ধৰিলে । তেওঁ কলৈ গৈছে ক'ব নোৱাৰে । দুই দণ্ডমান লৰি গৈ মাধৱী এখন নৈৰ পাৰ পালেগৈ । 'কেনেকৈ নদী পাৰ হ'ব আৰু কলৈ যাব' — এইদৰে মাধৱীয়ে চিন্তা কৰি থাকোঁতেই ৰাতি পুৱাল । ঢল-পুৱাতে নৈত গা ধুবলৈ অহা এগৰাকী মহিলাক মাধৱীয়ে দেখা পালে । ওচৰলৈ গৈ মহিলা গৰাকীক সন্ন্যাসিনী বুলি জানি তেওঁ ক'ত থাকে সুধিলে । যি যি ঘটনা ঘটি গৈছে সকলোখিনি মাধৱীয়ে তেওঁক বিবৰি ক'লে ।

* * * * * * *

এদিনাখন কুমাৰক টানকৈ সাৱটি ধৰি ললিতাই কথাৰ ছলতে 'মাধৱী ৰাজ-অন্তঃপুৰৰপৰা কৰবালৈ গ'ল' — এই কথাষাৰ কুমাৰক শুনালে । তাই লগতে 'দেৱদাসী নিজৰ বৃত্তি অনুসৰণ কৰিবলৈ গ'ল হব পায়' বুলিও লাহেকৈ কৈ থলে । সেইকথা শুনি ৰজা বিস্ময়াভিভূত হ'ল যদিও তাৰ একো উত্তৰ নিদিলে । খন্তেক পিছতে ৰজাই চিত্ৰবৰ্মাক সসৈন্যে পঠাই আদেশ দিলে — "মাধৱী ক'ত আছে যিকোনো উপায়েৰে বিচাৰি উলিয়াব লাগে ।"

ইয়াৰ পিছত যেতিয়া ভাস্কৰবৰ্মাই বিষণ্ণ হৈ মাধৱীৰ প্ৰতীক্ষাত সময় অতিবাহিত কৰিছিল সেই সময়তে প্ৰাগ্‌জ্যোতিষৰপৰা অকস্মাতে এজন দূত আহি তাত উপস্থিত

হ'ল । দূতে জনালে — ৰাজ্যত প্ৰজাবৰ্গই ভীষণ ক্ষোভ প্ৰকাশ কৰিছে । প্ৰধানমন্ত্ৰীয়ে মোক আপোনাৰ ওচৰলৈ পঠিয়াইছে । প্ৰধানমন্ত্ৰীয়ে আৰু জনাইছে যে মহাৰাজে অচিৰেই প্ৰাগ্‌জ্যোতিষপুৰলৈ আহি ৰাজ্য-ৰক্ষা কৰিব লাগে । এই সময়ত এক মুহূৰ্ত্তও বিলম্ব কৰা অনুচিত ।"

প্ৰাগ্‌জ্যোতিষপুৰৰ বৃত্তান্ত শুনি ভাস্কৰবৰ্মাদেৱ অতিশয় উদ্বিগ্ন হৈ পৰিল । সেইদিনাই ৰজাই সসৈন্য প্ৰাগ্‌জ্যোতিষপুৰলৈ প্ৰত্যাবৰ্তন কৰিলে । মাধৱীক বিচাৰিবলৈ যোৱা সৈন্য-সেনাপতি তেতিয়াও ঘূৰি নহা বাবে, অতিশয় ক্ষুণ্ণ হৈয়ো ভাস্কৰে মনৰ দুঃখ মনতে লুকাই থ'লে ; এই বিষয়ে কাকো একো নজনালে আৰু কাৰো লগত আলোচনাও নকৰিলে । ৰাজ্য-ৰক্ষাৰ অৰ্থে উদ্বিগ্ন হৈ ৰজাই বৰ দুখ অনুভৱ কৰিছে বুলি ভাবিয়েই মন্ত্ৰীসকলেও ৰজাৰ বিষণ্ণতাৰ কথা একোকে নুসুধিলে ।

ৰজাৰ মৰ্ম-বেদনা কোনেও বুজা নাছিল । এনে অৱস্থাতে ৰজাই মাধৱীক প্ৰাগ্‌জ্যোতিষলৈ যেনে তেনে আনিব লাগে বুলি চিত্ৰবৰ্মালৈ দুনাই বাৰ্ত্তা পঠিয়াই জীৱন্তে মৃতকৰ দৰে নিজ নগৰলৈ যাত্ৰা কৰিলে । ললিতায়ো ৰজাকেই অনুসৰণ কৰিলে ; কিন্তু ভাস্কৰবৰ্মাই এতিয়া ললিতাক নিবিচাৰে । ক্ষুব্ধা ললিতা আহত সৰ্পিণীৰ দৰে সময়ৰ প্ৰতীক্ষা কৰি থাকিল ।

(১৬)

নৈৰ পাৰত সন্ন্যাসিনীৰ আশ্ৰমত নিজৰ ভাগ্যক ধিয়াই মাধৱীয়ে দুঃখেৰে কাল অতিবাহিত কৰিবলৈ ধৰিলে । তেওঁ ভাস্কৰৰ বিজয় ৰাজধানীলৈ যোৱাৰ চেষ্টা কৰিও যোৱাৰ একো উপায় নেদেখিলে ।

"তালৈ কেতিয়া উলটি যাম ? মই ইয়ালৈ অহা কথাটো ইতিমধ্যে সকলোৱে জানিছে নেকি ? মই ইয়ালৈ মনে মনে অহাৰ কথা জানিও কুমাৰে মোক আগৰ দৰে গ্ৰহণ কৰিবনে ? যদি তেওঁ মোক প্ৰত্যাখ্যান কৰে, তেতিয়া মই কি কৰিম ?" -– এইদৰে চিন্তা কৰি কৰি মাধৱীয়ে কেতিয়াবা কান্দে আৰু কেতিয়াবা নীৰৱ হৈ বহি ভাৱি-চিন্তি থাকে । সন্ন্যাসিনীয়ে মাধৱীক মিঠা কথাৰে সান্ত্বনা দি সু-সময়লৈ বাট চাবলৈ বুজনি দিয়ে । এসময়ত তালৈ এজন তল-খাপৰ ৰাজ-কৰ্মচাৰী আহিল । সন্ন্যাসিনীক প্ৰণাম জনাই কথাৰে মাজতে তেওঁ এইদৰে ক'লে ।

— আপুনি জানেনে মহাৰাজ ভাস্কৰবৰ্মাদেৱে কৰ্ণসুবৰ্ণৰ বিজয় ৰাজধানী এৰি কিয় হঠাতে প্ৰাগ্‌জ্যোতিষপুৰ পালেগৈ ?

— ওহোঁ, নাজানো কি কথা ভালকৈ বহলাই কওকচোন ।" — সন্ন্যাসিনীয়ে সুধিলে ।

ৰাজ-কৰ্মচাৰীজনে ক'বলৈ ধৰিলে ।

— নৃত্যগীত আদিৰে মদনোৎসৱ উদযাপন কৰাৰ কথা জানেই । তাৰ পিছদিনাখনেই প্ৰাগ্‌জ্যোতিষপুৰৰ দূত আহি 'তাত বিক্ষোভ হৈছে আৰু তাৰ ফলত নানা অনৰ্থ ঘটিছে' বুলি ৰজাক জনালে । মহাৰাজে তাকে শুনি তৎক্ষণাত কিছু সংখ্যক বিশ্বস্ত সৈন্যেৰে প্ৰাগ্‌জ্যোতিষপুৰলৈ বায়ুবেগেৰে যাত্ৰা কৰিলে । মহাৰাজৰ চতুৰঙ্গ-বলো পাছে পাছে গ'ল । এতিয়া সামন্ত বিষ্ণুদত্তই সেই অঞ্চলটো শাসন কৰি আছে । গতিকেময়ো প্ৰাগ্‌জ্যোতিষপুৰলৈকে যাওঁ ..." — এইবুলি কৈ মানুহজন তাৰপৰা কেনিবা নিজৰ বাসস্থানলৈ গুছি গ'ল ।

মাধৱীয়ে তেওঁৰ কথা শুনি বজ্ৰাহত হোৱাৰ দৰে অচেতন হৈ মাটিত বাগৰি পৰিল । সন্ন্যাসিনীয়ে অশেষ যত্ন কৰি মাধৱীৰ সংজ্ঞা ঘূৰাই আনিলে । কিন্তু মাধৱী 'ন যযৌ ন তস্থৌ' অৱস্থাত চকুৰ পানীৰে বাট নেদেখা হ'ল । তেতিয়া সন্ন্যাসিনীয়ে মাধৱীক সান্ত্বনা দি ক'বলৈ ধৰিলে ।

— আই, মাধৱী ! অপৰিহাৰ্য্য ৰাজ-কাৰ্য্যৰ বাবে কুমাৰ হঠাতে যাবলগীয়া হ'ল । এইসকলোবোৰেই অচিন্তনীয় দৈৱৰ প্ৰভাৱ । কুমাৰৰ সৈতে তোমাৰ যিদৰে অভাৱনীয়ৰূপে মিলন হৈছিল, সেইদৰে বিচ্ছেদো হ'ল । তুমি নিশ্চয় আকৌ কুমাৰক লাভ কৰিবা । এতিয়া তুমি তপস্যা কৰা । তপস্যাত অন্তৰ শুদ্ধ হ'ব । তপস্যাৰ প্ৰভাৱতেই কাম প্ৰেমত পৰিণত হয় । অঙ্গজ কামে অঙ্গৰ মিলন বিচাৰে ; কিন্তু আত্মজ প্ৰেম সদায় স্থায়ী, সেই প্ৰেম অবিনাশী । শুনা, উদ্দাম কাম, হয় হৰৰ কোপাগ্নিত ভস্মীভূত হয়, নাইবা কুবেৰৰ শাপত অভিশপ্ত হয় । তুমি শুনা নাইনে যে হিমালয়ত তপস্যা-মগ্ন মহাদেৱৰ শুশ্ৰূষাত নিৰত হৈ পাৰ্বতীয়ে তেওঁক কামনা কৰিছিল আৰু এসময়ত পাৱৰ্তীক উপলক্ষ্য কৰি মদনে মহাদেৱক শৰৰ লক্ষ্য হিচাবে লৈ একেলগে পাঁচ-পাত শৰেৰে মহাদেৱক বিন্ধিছিল । তেনে অৱস্থাত মহাদেৱ কিছু ধৈৰ্য্যচ্যুত হৈ ইফালে সিফালে চাওঁতে আমগছৰ তলত ধনুত শৰ যোজনা কৰি শান্তভাৱে বৈ থকা মদনক দেখিলে আৰু কপালৰ তৃতীয় নয়নৰ বহ্নিৰে মদনক ভস্মীভূত কৰি পেলালে । তাৰ পিছত পাৰ্বতী ঘোৰ তপস্যাত মগ্ন হ'ল । সেই তপস্যাৰূপ অগ্নিৰে পৰিশুদ্ধ

পাৰ্বতীক মহাদেৱে নিজেই আহি পত্নীৰূপে গ্ৰহণ কৰিলে ।”

বিদুষী মহিলা মাধৱীয়ে সকলো জানে । তথাপি মাধৱীয়ে সুধিলে ।

— কামেই প্ৰেমৰ উৎপত্তি স্থান । কাম নহলে প্ৰেম আশ্ৰয়হীন, স্বৰূপহীন অবাস্তৱ নহয় জানো ?

— সঁচা মাধৱী, বোকাত পদুম গজাৰ দৰে কামনাৰপৰাই প্ৰেমৰ উৎপত্তি । পদুম-কলিয়ে পানীৰ তলত নিৰ্বাত-নিষ্কম্প সাধনাৰে সূৰ্য্যৰ ৰশ্মিক ধ্যান কৰি পানীৰ ওপৰলৈ ওলাই যেতিয়া নিজকে প্ৰকাশ কৰে, তেতিয়া সূৰ্য্যৰ ৰশ্মিত পদুম ফুল ফুলি উঠে । বোকাত পদুমৰ জন্ম হলেও প্ৰস্ফুটিত পদুমৰ মনোমোহা পাহিত কিন্তু অকণো পঙ্কিলতা নাথাকে । নীলোৎপলে সৌৰভেৰে যিদৰে সকলোকে আনন্দ দিয়ে, সেইদৰে প্ৰেমত পৰ্যবসিত হৈ কামো সকলোৰে কল্যাণকৰ হয, কাম কেৱল আত্মতৃপ্তিৰ কাৰণে নহয় । তেতিয়া আৰু তাত আত্মকামিতা নাথাকে ।

সন্ন্যাসিনীয়ে এইদৰে ব্যাখ্যা কৰাত মাধৱীয়ে আকৌ সুধিলে । — আত্মকামিতা সকলোৰেই মূল, নহয় জানো ।? 'মৈত্ৰেয়ী ,পতিৰ সন্তুষ্টিৰ বাবে পতি-স্ত্ৰীৰ প্ৰিয় নহয়, নিজৰ কামনাৰ পৰিতৃপ্তিৰ বাবেহে পতি-স্ত্ৰীৰ প্ৰিয় হয় ।' এইবুলিয়েই দেখোঁ যজ্ঞবল্ক্যই মৈত্ৰেয়ীক শ্ৰেয়ঃ-প্ৰেয়ৰ জ্ঞান দিছিল ।”

— নিজৰ কামনাৰ কাৰণেই সকলো প্ৰিয । আত্ম-কামনাকেই প্ৰীতিৰ মূল বুলি কোৱা হৈছে যদিও কামনাৰ দাসত্বৰ কথা কোৱা নাই ।” সন্ন্যাসিনীয়ে এইদৰে মন্তব্য কৰি মাধৱীক আকৌ ক'লে ।

— মাধৱী, ইয়াতেই তুমি কেইমাহমান থাকা । খৰালিলৈকে এই পাঁচ-ছয়মাহ কোনোমতে চকুমুদি কটোৱাঁ ।”

মাধৱীয়ে কোনো উত্তৰ নিদিলে । কেৱল চকুলো টুকিলে ।

ইয়াৰ পিছত এদিন শৰৎ আহিল । শৰৎকাল যাওঁ যাওঁ হোৱাত সন্ন্যাসিনীয়ে এদিন মাধৱীৰ লগত প্ৰাগ্‌জ্যোতিষপুৰলৈ যাত্ৰা কৰিলে । অতি কষ্টেৰে দুৰ্গম পথ, গিৰি-কান্তাৰ আৰু নদ-নদী পাৰ হৈ এদিন মাধৱীক লগত লৈ সন্ন্যাসিনী প্ৰাগ্‌জ্যোতিষপুৰত উপস্থিত হ'লহি । তাত তেওঁ হঠাতে ৰাজ-অন্তঃপুৰত প্ৰৱেশ কৰিব নোৱাৰি মাধৱীৰ সৈতে নগৰৰ উপকণ্ঠত এটা মন্দিৰত থাকিবলৈ ললে । ৰজাৰ অনুমতিৰ বাবে অপেক্ষা কৰি সন্ন্যাসিনীয়ে মাধৱীক নিজৰ ভনীয়েকৰ দৰেই যত্নেৰে তাত ৰাখিলে । মাজে মাজে মাধৱীক প্ৰবোধ দিবলৈ আত্মতত্ত্ব-সম্পৰ্কেও সন্ন্যাসিনীয়ে আলোচনা দাঙি ধৰে — মাধৱী, অৱিনাশী আত্মাৰ এই বিনাশশীল শৰীৰত মৃত্যু নহয় ; এই আত্মা শাশ্বত ।

আত্মাৰপৰা জন্মা প্ৰেমো অবিনাশী । তুমি দূৰৈৰপৰা কুমাৰ-ভাস্কৰক চিন্তা কৰা আৰু অন্তৰৰ প্ৰেম নিবেদন কৰা । তাতে আনন্দ পাবা ।”

মাধৱীয়ে সুধিলে ।

— এই পৃথিৱীত ওপজা মাত্ৰেই প্ৰাণীসমূহৰ অন্তৰত কামনা জন্মে বুলি পুৰাণৰ এটা উক্তি প্ৰচলিত আছে । গতিকে কেনেকৈ বাৰু এই সহজাত কামনাৰ অন্ত হ'ব ?”

— কেৱল কামৰ উপভোগৰেই কামনাৰ নিবৃত্তি নহয় । মৰ্যাদা -স্থাপন কৰিব লাগে ।”

উত্তৰত সন্ন্যাসিনীয়ে এইদৰে মাধৱীক আশ্বাস দিলে ।

— অচিৰেই কুমাৰে তোমাক স্বস্থানত অভিষিক্ত কৰিব ।”

(১৭)

মাধৱীক এৰিয়েই ভাস্কৰবৰ্মা প্ৰাগ্জ্যোতিষলৈ ঘূৰি আহিল । মাধৱী এতিয়া ক'ত তেওঁ নাজানে । ইফালে ৰাজ্যত মহা আভ্যন্তৰীণ গণ্ডগোলৰ লগতে প্ৰজা বিক্ষোভেও প্ৰবলভাৱেই দেখা দিছে । কুমাৰ ইয়াৰ প্ৰতিকাৰত ব্যস্ত । তেওঁ মাধৱীৰ কথা-স্মৰণ কৰে ; কিন্তু কৰ্মব্যস্ততাৰ মাজত একো কৰিব নোৱাৰে । দেশৰ অৰ্ন্তবিপ্লৱ দমনৰ কাৰণে ভাস্কৰবৰ্মা ৰাজধানী পৰিত্যাগ কৰি পূবদেশলৈ গ'ল । এই সময়তেই মাধৱী সন্ন্যাসিনীৰ লগত প্ৰাগ্জ্যোতিষপুৰ নগৰৰ ওচৰৰ কোনো এখন আশ্ৰমলৈ আহিছিল ।

বিক্ষোভ দমন কৰি ৰজাই ৰাজধানীলৈ প্ৰত্যাবৰ্তন কৰিলে । ৰাজ্যলৈ শান্তি ঘূৰি আহিল । তেনে সময়তে এদিন সন্ন্যাসিনী ৰজা ভাস্কৰৰ ওচৰলৈ আহিল আৰু গোপনে মাধৱীৰ সকলো বৃত্তান্ত ৰজাক জনালে । সকলো কথা জানি ভাস্কৰ একেলগে হৰ্ষবিষাদত অভিভূত হ'ল আৰু সন্মানপূৰ্বক সন্ন্যাসিনীক ক'লে ।

— পৰিব্ৰাজিকা, আপুনি মোৰ জীৱন দান দিলে । আপোনাক কেনেকৈ মই

পুৰস্কৃত কৰিম নাজানো । পৰৰ উপকাৰৰ কাৰণে আপোনাৰ প্ৰাণ উছৰ্গীকৃত ; আপুনি মোৰ প্ৰাণ সঞ্জীৱিত কৰিছে ; গতিকে মই এতিয়া নিজকে সফলকাম হোৱা বুলি ভাবিছোঁ । ইয়াত কৈনো অন্য অধিক কি আছে....

ৰজাক বাধা দি সন্ন্যাসিনীয়ে ক'বলৈ ধৰিলে ।

— মহাৰাজৰ কথাই সকলোকে চেৰ পেলাব । মই অন্য একো নিবিচাৰোঁ । বেচেৰী মাধৱীয়ে আকৌ কুমাৰক লাভ কৰি নতুন জীৱন লাভ কৰক এয়ে পৰম আনন্দৰ কথা । বাৰু মাধৱী ইয়ালৈ কেতিয়া আহিব ?"

— আজিয়েই, এতিয়াই, ইয়াত বিলম্ব কৰাৰ কাৰণ নাই । সেনাধ্যক্ষ দোলা লৈ এতিয়াই তালৈ যাওক ।"

সন্ন্যাসিনীয়ে বাধা দি ক'লে ।

— এনে নকৰাই ভাল । তেনে কৰিলে লোকাপবাদ হ'ব । ময়েই ৰাজোচিত ব্যৱস্থাৰে মাধৱীক ৰাজ অন্তঃপুৰলৈ এসময়ত লৈ আহিম ।"

ইয়াৰ পাছত ৰজাৰ আজ্ঞা মতে সন্ন্যাসিনীৰ সৈতে এসময়ত মাধৱীয়ে ৰাজঅন্তঃপুৰত প্ৰৱেশ কৰিলে আৰু প্ৰধান মহিষীৰ দৰে স্থান অধিকাৰ কৰি বহিল । যথা সময়ত কুমাৰ মাধৱীৰ কক্ষলৈ সোমাই আহিল । কুমাৰক দেখিয়েই মাধৱীৰ চকুৰ পানী বৰলৈ ধৰিলে আৰু তেওঁৰ কণ্ঠৰুদ্ধ হ'ল । মাধৱী একো ক'ব নোৱৰা হ'ল আৰু অশ্ৰুপূৰ্ণ নয়নেৰে কুমাৰৰ ভৰিত দীঘল দি পৰিল । কুমাৰো শোকৰ আবেগত আৰু লগতে আনন্দ-উচ্ছ্বাসত অভিভূত হৈ পৰিল । ভৰিত দীঘল দি পৰা মাধৱীক তুলি ধৰি কুমাৰে কাপোৰৰ আঁচলেৰে মাধৱীক চকুৰ পানী মচি দিলে আৰু দুই বাহুৰে বুকুত সাৱটি লৈ মৰমেৰে সান্ত্বনা দিলে ।

— মাধৱী, তুমি বেজাৰ নকৰিবা । মই সন্ন্যাসিনীৰ মুখে সকলো শুনিছোঁ । তুমি যিদৰে দুখ-বেজাৰৰ মাজেদি কাল কটাইছা, ময়ো তেনেকৈ কেৱল কোনোমতেহে জীয়াই আছোঁ বুলি ধৰিবা । প্ৰাণটো আছে বাবে ৰাজ্য ৰক্ষা কৰি কাল কটাইছোঁ । শোক নকৰিবা । যি হৈ গ'ল তাক নোহোৱা কৰিবলৈ তোমাৰ বা মোৰ কাৰো শক্তি নাই ।"

মাধৱীয়ে 'ভাগ্যক্ৰমেহে কুমাৰক দেখা পালো' বুলি আকৌ কান্দিবলৈ ধৰিলে । কুমাৰে মাধৱীক দৃঢ় আলিঙ্গনেৰে কোনোমতে প্ৰকৃতস্থ কৰিলে ।

সেই ৰাতি দুয়োজনেই প্ৰথম পৰিচিতৰ দৰেই পৰস্পৰে পৰস্পৰলৈ চাই তৃপ্তি পোৱা নাছিল, । আঁতিগুৰি নোহোৱা নানা কথা-বতৰাৰ মাজেদি তেওঁলোকৰ মনৰ

অনুৰাগ নতুন যেন হৈ পৰিছিল । ৰাতি বেছি হৈ অহাৰ লগে লগে অনুৰাগৰ ভয়তেই যেন সেই কথোপকথন মৌন হৈ শেষত কৰবালে পলাল । পঞ্চমীধাৰাৰে দৌৰা এহাল ঘোঁৰৰ দৰে পৰস্পৰ-অনুৰাগাসক্ত স্ত্ৰী-পুৰুষ দুয়ো কামদেৱৰ ৰাজ্যত বাটৰ খলা-বমা নজনাকৈ বিচৰণ কৰিবলৈ ধৰিলে । ৰাতিটো এটি মুহূৰ্ত্তৰ দৰেই অৱসান হ'ল ।

১৮

এসময়ত মহাচীনৰ পৰা নালন্দা মহাবিহাৰলৈ ধৰ্মোত্তৰাচাৰ্য্য নামেৰে এজন বৌদ্ধ ভিক্ষু আহিছিল । সেই দেশৰ ভাষা অনুসৰি তেওঁক হিউয়েনচাং বোলা হৈছিল । শৈশৱৰ পৰাই শ্ৰমণৰ জীৱন যাপন কৰা এই ভিক্ষুজনে অশেষ শাৰীৰিক ক্লেশ স্বীকাৰ কৰি দুৰ্গম গিৰি, গুহা, মৰুপ্ৰান্তৰ পাৰ হৈ সুদীৰ্ঘ পথ অতিক্ৰম কৰি ভাৰতত উপস্থিত হৈছিল । প্ৰথমেই ভিক্ষুজন ভাৰতৰ সীমান্তত থকা পুষ্কলাৱতী নগৰত সোমাল । তাৰপৰা তেওঁ ৫৫৩ শকত কাশ্মীৰলৈ আহিল । তাৰ পিছত বুদ্ধৰ স্মৃতিপূত লুম্বিনী, কাশী, গয়া প্ৰভৃতি তীৰ্থস্থান সমূহ ভ্ৰমণ কৰি কেইবছৰমানৰ ভিতৰতেই হিউৱেন চাং নালন্দাত উপস্থিত হ'লহি । অলপসময়তে সেই ভ্ৰমণকাৰী চীনদেশীয় শ্ৰমণজনৰ যশস্যা গোটেই ভাৰততে বিয়পি পৰিল । সেইকাৰণে তেওঁৰ আগমনৰ বাৰ্ত্তা শুনিয়েই ৰাজকৰ্মচাৰীসকলে আৰু নালন্দাবিহাৰৰ কৰ্মকৰ্ত্তাসকলে যথোচিত ব্যৱস্থা গ্ৰহণ কৰিলে । তেওঁলোকে বিহাৰৰপৰা দহ ক্ৰোশ আঁতৰতে ৰাজপথত তেওঁক লগ ধৰিলে । তেওঁলোকৰ দ্বাৰা সন্মানিত হৈ ধৰ্মোত্তৰাচাৰ্য্যই নালন্দা মহাবিহাৰৰ ওচৰৰ মৌদ্গলায়নৰ জন্মস্থানলৈ গৈ তেওঁৰ স্মৃতিত শ্ৰদ্ধা জনাই তাতে কিছুকাল অতিবাহিত কৰিলে ।

ভিক্ষুৱে যাতে নালন্দা বিহাৰত সুখেৰে কাল কটাব পাৰে সেই উদ্দেশ্যে বিহাৰৰ কৰ্তৃপক্ষই ঘণ্টাধ্বনি কৰি ঘোষণা কৰিলে ।

"এই বিহাৰ জ্যেষ্ঠ ভিক্ষুসকলৰ যি যি কৰ্তৃত্ব বা প্ৰভুত্ব আছে, সেই সকলোখিনি ধৰ্মোত্তৰাচাৰ্য্যৰো সহজলভ্য হ'ব । প্ৰতিদিনে তেওঁ জামুফল এশটা, তামোল কুৰিটা আৰু দহকলহকৈ শালি চাউল পাব ।"

বোধিসত্ত্ব ধৰ্মপালৰ বাসস্থানৰ উত্তৰফালে চীনদেশীয় ভিক্ষুৰ বাসস্থান নিৰ্দিষ্ট কৰা হ'ল । সদায় কুৰিজন অধ্যাপক তেওঁৰ লগত থকাৰ আদেশ হ'ল ।

পিছদিনা ৰাতিপুৱা অধ্যাপক সকলে তেওঁক মহাবিহাৰৰ অধ্যক্ষ শীলভদ্ৰৰ ওচৰলৈ নিলে । এশছবছৰীয়া শীলভদ্ৰই পুৰুষৰ আয়ুসৰ পৰিমাণ অতিক্ৰম কৰিছে । সদ্ধৰ্মৰ (বৌদ্ধ ধৰ্মৰ) সকলো বিষয়তে প্ৰমাণ পুৰুষৰূপে শীলভদ্ৰ ধৰ্মৰত্ন সম্মানেৰে বিভূষিত । এই আখ্যাৰে তেওঁ কেৱল বিহাৰতেই নহয় ; লোকসমাজতো প্ৰসিদ্ধ আৰু সকলোৰে মাননীয়ও । ধৰ্মৰত্নৰ ওচৰলৈ গৈ ধৰ্মোত্তৰাচাৰ্য্যই আঠু লৈ তেওঁৰ পদচুম্বন কৰিলে আৰু হাতযোৰকৈ তেওঁৰ ওচৰতে বহিল । শীলভদ্ৰই তেওঁৰ ফালে কৰুণাৰ দৃষ্টিৰে চাই মৰমেৰে সুধিলে ।

— আপুনি ক'ৰপৰা আহিছে ? আপোনাক বিদেশী যেন লাগিছে । আপোনাৰ শীলৰ অভ্যাস হৈছেনে ?"

— মহাচীনৰপৰা হিউয়েনচাং নামৰ অল্পমতি এই ভিক্ষুৱে শীল আৰু প্ৰজ্ঞাৰে প্ৰখ্যাত আচাৰ্য্যৰ ওচৰ চাপিছে । যোগৰ জ্ঞান লাভ কৰিবলৈ ইচ্ছুক এই নিঃকিনে আচাৰ্য্যক সেৱা জনাইছে ।" — ভিক্ষুৱে এইদৰে উত্তৰ দিলে ।

মহাচীনৰপৰা যোগৰ জ্ঞান লাভৰ ইচ্ছাতেই ভিক্ষুজন আহিছে বুলি শুনিয়েই ধৰ্মৰত্ন কিবা পাহৰা কথা স্মৰণ কৰাৰ দৰেই আনন্দত পুলকিত হ'ল । আচাৰ্য্যৰ দুই চকুৰ পৰা কেইটোপালমান ডাঠ চকুলো বুকুত পৰিল । গদ্‌গদ্ হৈ তেওঁ শিষ্যসকলক আদেশ দিলে ।

— মোৰ ভতিজা সূত্ৰজ্ঞ বুদ্ধভদ্ৰক ইয়ালৈ মাতি আনা ।"

আচাৰ্য্যৰ নিৰ্দেশত শিষ্যসকলে সত্তৰ বছৰীয়া বুদ্ধভদ্ৰক তালৈ অনাত তেওঁক শীলভদ্ৰই আদেশ দিলে ।

— বুদ্ধভদ্ৰ, তুমি জানানে এয়া চীনদেশৰপৰা অহা হিউয়েনচাং নামৰ ভিক্ষু ; এওঁ যোগৰ জ্ঞান লাভ কৰিবলৈ ইয়ালৈ আহিছে । সকলোৰে অৱগতিৰ অৰ্থে তিনি বছৰ আগেয়ে যি ঘটনা ঘটিছিল, সেই সকলো ঘটনা তুমি আদ্যোপান্ত বৰ্ণনা কৰা । সকলো কথা তোমাৰ মনত আছেনে বাৰু ?"

তেওঁৰ নিৰ্দেশমতে বুদ্ধভদ্ৰই ক'বলৈ ধৰিলে ।

— নিশ্চয় আছে, আচাৰ্য্য । আপোনাৰ আশীৰ্বাদত সকলো স্মৰণ কৰিছোঁ । সকলোৱে মন দিন শুনক । এতিয়া কুৰি বছৰ হ'ল । তিনি বছৰ আগলৈকে পাৰ হৈ যোৱা বছৰ কেইটাত মহাস্থবিৰ ধৰ্মৰত্নপাদে পেটৰ অম্লশূলত অতিশয় কষ্ট ভোগ কৰি আহিছিল । অশেষ কষ্টেৰে আচাৰ্য্যই চৰ্য্যা পালন কৰিছিল । তিনিবছৰ আগেয়ে

আচাৰ্য্যৰ শূলবেদনা ইমান বাঢ়িছিল যে আচাৰ্য্যই যোগবলেৰে শৰীৰ ত্যাগ কৰিবলৈ কৃতনিশ্চয় হৈছিল । সেইদিনাখন ৰাতি মহাস্থবিৰে সপোনত তিনিগৰাকী দেৱতাৰ দৰ্শন লাভ কৰিলে । এওঁলোক হ'ল — মঞ্জুশ্ৰী, অৱলোকিতেশ্বৰ আৰু মৈত্ৰেয় । সেই তিনিগৰাকী দেৱতাই সপোনত দেখা দি গুৰুক আজ্ঞা দিছিল ...

'দুঃসাহস নকৰিবা । নিৰ্বাণৰ ইচ্ছা নকৰিবা । এতিয়াও তোমাৰ কিছু কৰণীয় বাকী আছে । মহাচীনৰপৰা যোগৰ জ্ঞান লাভ কৰিবলৈ এজন ভিক্ষু আহিব । অধ্যয়নাৰ্থী জ্ঞানলিপ্সু সেই ভিক্ষুক তুমি বিধি অনুসৰি শিক্ষা দিব লাগিব । সূত্ৰ, শাস্ত্ৰ আৰু অভিধৰ্মৰ তুমি অধ্যাপনা কৰিব লাগিব ।' এইবুলি কৈ সেই দেৱতাসকল অন্তৰ্ধান হ'ল । সপোন দেখাৰ পাছতেই আচাৰ্য্য নিৰাময় হৈ উঠিল ।"

এই অমৃতসদৃশ কথা শুনি ধৰ্মোত্তৰাচাৰ্য্যই আনন্দৰ চকুপানী টুকি ভক্তিবিগলিত চিত্তেৰে আকৌ মহাস্থবিৰ ধৰ্মৰত্নক প্ৰণাম কৰি ক'বলৈ ধৰিলে ।

— আচাৰ্য্যদেৱ, মই আপোনাৰ শিষ্য, মোক শিক্ষা দিয়ক । মোক অভিধৰ্ম, আৰু সূত্ৰ শিকাওক । মোক যোগৰ জ্ঞান দিয়ক ।"

তাকে শুনি ধৰ্মৰত্নই তেওঁক আকোঁৱালি ধৰি— 'তোমাক জ্ঞান দিবলৈ মই দেৱতাৰ আদেশ লাভ কৰিছোঁ । তোমাক মই সকলো বিষয়তে শিক্ষা দান কৰিম' এইবুলি কৈ তেওঁক বিদায় দিলে ।

নালন্দা মহাবিহাৰত শাস্ত্ৰচৰ্চা আৰু যোগাভ্যাসত নিৰত হৈ ধৰ্মোত্তৰাচাৰ্য্যই একছৰৰো অধিক কাল অতিবাহিত কৰিলে । প্ৰতিদিনে তাত আচাৰ্য্যকল্প বিদ্যাৰ্থীসকলৰ সভা হয় । বিদ্যাৰ্থীসকলে তাত শাস্ত্ৰবিচাৰত তৰ্কবিৰ্তক কৰে । কোনোৱে কোনো বিষয়ত সন্দেহ প্ৰকাশ কৰিলে মহাস্থবিৰে যুক্তিপ্ৰমাণেৰে তেওঁলোকৰ সন্দেহ ভঞ্জন কৰে । ধৰ্মোত্তৰাচাৰ্য্যয়ো তাত বহি কেতিয়াবা নিজেই প্ৰাশ্নিক আৰু কেতিয়াবা মধ্যস্থতাকাৰীৰ ভূমিকা গ্ৰহণ কৰে । কিন্তু শাস্ত্ৰাৰ্থৰ বিচাৰত সকলোৱে তেওঁৰ অভিমত প্ৰমাণৰূপে গ্ৰহণ কৰে । অসঙ্গ আৰু বসুবন্ধু প্ৰৱৰ্ত্তিত বিজ্ঞানবাদৰ মূল তত্ত্বৰ আধাৰত যোগাচাৰ সকলৰ মতৰ ব্যাখ্যা হয় । নাগাৰ্জুন মতাৱলম্বী শূন্যবাদীসকলে তাৰ বিৰোধিতা কৰে । মাধ্যমিক শাস্ত্ৰৰ মত অনুসৰি তেওঁলোকে সংসাৰৰ সৰ্বশূন্যতা ব্যাখ্যা কৰে । যোগাচাৰ আৰু মাধ্যমিক দুয়োপন্থাই হীনযানৰ সৰ্বাস্তিবাদ মত মানি নলয় ।

এসময়ত হীনযানী বীৰসেন তালৈ আহি মহাযানীসকলক 'আকাশকুসুমবাদী' বুলি

নিন্দা কৰিলে । মাধ্যামিকসকলে সেই অভিমত খণ্ডন কৰিলে ।এসময়ত বিজ্ঞানবাদী সিংহৰশ্মি তালৈ আহিল । ধৰ্মোত্তৰাচাৰ্য্যই তেওঁক সমন্বয়বাদৰ তত্ত্ব বুজাই দিলে । তেওঁৰ ৰচিত গ্ৰন্থ 'হুই চুন্ লুঙ' নামেৰে নিজৰ ভাষাত অনূদিত হোৱাত বিদ্বান্ সকলে সমাদৰ জনালে ।

*   * * * *

ধৰ্মোত্তৰাচাৰ্য্যই এবছৰতকৈও অধিক কাল নালন্দা বিহাৰত কটোৱাৰ পাছত প্ৰাগ্জ্যোতিষপুৰৰ পৰা সুচৰিত নামেৰে জনৈক ব্ৰাহ্মণে চল্লিশটা প্ৰশ্ন লিখি আনি উত্তৰ দিবলৈ ধৰ্মোত্তৰাচাৰ্য্যক আহ্বান জনালে । সুচৰিতে এইদৰে লিখিছিল — যিজনে এই পক্ষসমূহৰ এটিৰো তৰ্ক আৰু যুক্তিৰে মিথ্যাত্ব বা সত্য প্ৰতিপাদন কৰিব পাৰে, তেওঁক মই মোৰ শিৰ অৰ্পণ কৰিম ।"

লগে লগে পণ্ডিতসভা আহ্বান কৰা হ'ল । সেই সভাত ধৰ্মোত্তৰাচাৰ্যই সুচৰিতে উত্থাপন কৰা সাংখ্যদৰ্শনৰ আৰু চাৰ্বাকৰ নাস্তিক মত যুক্তি তৰ্কেৰে খণ্ডন কৰিলে । লগে লগে সকলোৱে ধৰ্মোত্তৰাচাৰ্য্যৰ জয় ঘোষণা কৰিলে । তেতিয়া সুচৰিতে নিজৰ প্ৰতিজ্ঞা স্মৰণ কৰি নিজৰ মূৰটো দিবলৈ উদ্যত হ'ল ; কিন্তু ধৰ্মোত্তৰাচাৰ্য্যই 'শাক্যমুনিৰ শিষ্যই কাৰো প্ৰাণ ল'বলৈ ইচ্ছা নকৰে' বুলি তেওঁক তেনে কাৰ্য্যৰপৰা বিৰত কৰিলে ।

সুচৰিত তৰ্কবিদ্যাত এজন সুনিপুন বিদ্বান্ । তেওঁৰ পাৰদৰ্শিতা আছিল বাবে ধৰ্মোত্তৰাচাৰ্যই তেওঁৰপৰাই সেইবোৰ পঢ়িছিল ।

কিছুদিনৰ পাছত সুচৰিতে পৰিব্ৰাজকক নিমন্ত্ৰণ কৰি প্ৰাগ্জ্যোতিষপুৰলৈ উভতি আহিল আৰু সেই চীনদেশীয় পৰিব্ৰাজকজনৰ কথা ৰজাক জনালে । প্ৰাগ্জ্যোতিষৰ অধিপতি ভাস্কৰবৰ্মাই পৰিব্ৰাজকজনৰ দৰ্শন পাবলৈ উৎকণ্ঠিত হৈ চিঠিৰে সৈতে শীলভদ্ৰলৈ দূত পঠিয়ালে । সেই চিঠি লৈ বায়ুবেগী ঘোঁৰাত উঠি দূত নালন্দা বিহাৰলৈ আহিল আৰু বিহাৰত উপস্থিত হৈ ভাস্কৰবৰ্মাৰ চিঠি মহাস্থবিৰ শীলভদ্ৰক অৰ্পণ কৰিলে । শীলভদ্ৰই সেই চিঠি পঢ়িবলৈ ধৰিলে ।

"স্বস্তি । প্ৰাগ্জ্যোতিষৰ অধিপতি ভাস্কৰবৰ্মাৰ সন্মানপূৰ্বক নিবেদন । শুনা যায় মহাচীনৰপৰা এজন বৌদ্ধভিক্ষু আহি এবছৰো অধিক কাল বিদ্যাৰ্চচা কৰি নালন্দা মহাবিহাৰত আছেহি । মই সেই ভিক্ষুজনৰ দৰ্শন লাভ কৰিবলৈ ইচ্ছা কৰি দূত প্ৰেৰণ কৰিছোঁ । ভিক্ষুজনৰ দৰ্শনৰ বাবে উৎসুক হৈ পৰা মোৰ যাতে উৎকণ্ঠাত দিন

নাযায়,আচাৰ্য্যই তাৰ ব্যৱস্থা কৰিব লাগে ।".

চিঠি পঢ়ি শীলভদ্ৰ চিন্তামগ্ন হৈ পৰিল । তেওঁ ভাবিবলৈ ধৰিলে — ইয়াৰ আগেয়ে কান্যকুজৰ শ্ৰীহৰ্ষই চীনদেশীয় এই ভিক্ষুজনক নিমন্ত্ৰণ কৰিছিল । তেওঁক পিছত পঠাম বুলি কৈয়ো আজিলৈকে মই তেওঁক নপঠিয়ালো । এতিয়া প্ৰাগ্‌জ্যোতিষাধিপতি কুমাৰৰাজে তেওঁক নিমন্ত্ৰণ কৰিছে । যদি এইবাৰ তেওঁক কামৰূপলৈ পঠিয়াওঁ আৰু ইফালে হৰ্ষয়ো পুনৰ আহ্বান কৰে, তেন্তে বৰ অনৰ্থ হব । গতিকে সেই সমস্যাৰ হাত সাৰিবলৈ চীনদেশীয় ভিক্ষুজনক প্ৰাগ্‌জ্যোতিষপুৰলৈ নপঠোৱাটোৱেই উচিত হ'ব ।" এইদৰে ভাৱি তেওঁ প্ৰত্যুত্তৰ দিলে ।

— বৰ্তমান চীনদেশীয় ভিক্ষুজন নিজৰ দেশলৈ যাবলৈ ইচ্ছুক হৈ পৰিছে ; গতিকে তেওঁ প্ৰাগ্জ্যোতিষপুৰলৈ যাবলৈ অসমৰ্থ ।"

এইচিঠি পাই কুমাৰৰাজে আকৌ পত্ৰ দি দূত পঠালে ।

"ভিক্ষুজনাই যদি কিছুদিন পলমকৈয়ো স্বদেশলৈ প্ৰত্যাবৰ্তন কৰে, তেন্তে নিশ্চয় আকাশ ভাগি নপৰে । যি কোনো উপায়েৰে পৰিব্ৰাজকক প্ৰাগ্‌জ্যোতিষপুৰলৈ পঠিওৱা হওক ।"

তথাপি পৰিব্ৰাজকক পঠিওৱা নহ'ল । দূতৰ মুখে সেই খবৰ শুনি ভাস্কৰ অতিশয ক্ৰুদ্ধ হ'ল । কি কৰা যায় — তাকেই ভাবিচিন্তি ৰজা অন্তঃপুৰলৈ আহিল ।

মাধৱীয়ে ৰজাক ক্ৰুদ্ধ আৰু চিন্তাকুল বুলি জানি বিমনস্ক হৈ থকাৰ কাৰণ নো কি বুলি সুধিলত ৰজাই তেওঁক সকলো বিৱৰি ক'লে । মহাচীনৰ পৰম অদ্ভুত কথা শুনি মাধৱীৰো ভিক্ষুজনক চাবলৈ ইচ্ছা হ'ল । মাধৱীয়ে ৰজাক বুজাবলৈ ধৰিলে । "প্ৰাগ্‌জ্যোতিষৰ অধিপতি জানো শক্তিহীন ? ৰাজাৰ চতুৰঙ্গ বল কেৱলমাত্ৰ অলংকাৰস্বৰূপ যেনহে হৈছে । নহ'লে নালন্দাবিহাৰৰ কুলপতিয়ে কিয় প্ৰাগ্‌জ্যোতিষৰ অধিপতিক বিমুখ কৰিব ? মহাৰাজৰ বাবে এই প্ৰত্যাখ্যান এটি কীৰ্ত্তিহানিকৰ কথা হৈছে । গতিকে এনে ব্যৱস্থা গ্ৰহণ কৰা হওক — যাতে সেই স্থবিৰজনে কুমাৰ ৰজাৰ আজ্ঞা মূৰ পাতি লব লগা হয় ।"

মাধৱীয়ে এইদৰে উৎসাহিত কৰাত ভাস্কৰবৰ্মাই শীলভদ্ৰলৈ দুনাই দূতৰ যোগেদি পত্ৰ পঠালে ।

"স্বস্তি । প্ৰাগ্‌জ্যোতিষাধিপতিয়ে জ্ঞাপন কৰিছে — নালন্দা মহাবিহাৰৰ [illegible]ৰে জানি লওক যে মই এতিয়ালৈকে ঐহিক আনন্দ অনুভৱ কৰি জীয়াই

আছোঁ ।চীনদেশীয় ভিক্ষুজনৰ বাৰ্ত্তাই মোৰ মন ধৰ্মপ্ৰৱণ কৰি তুলিছে ; কিন্তু আচাৰ্য্যই ভিক্ষুগৰাকীক নপঠিয়ালে । আচাৰ্য্যৰ এয়ে অভিপ্ৰায় নেকি যে এইৰাজ্যখন চিৰদিন অন্ধকাৰাচ্ছন্ন হৈয়ে থাকক ? এনে ব্যৱস্থা প্ৰশংসনীয় নহয় । এই পত্ৰ পাঠে যদি ভিক্ষুক পঠিওৱা নহয়, তেন্তে মোৰ হস্তিবাহিনীয়ে যে অচিৰে নালন্দামহাবিহাৰ চূৰ্ণাৱশেষ কৰি পেলাব, তাত অকণো সন্দেহ নাই । ইয়াৰ বাবে আচাৰ্য্য স্বয়ং দায়ী হব ।"

ভাস্কৰৰ প্ৰেৰিত পত্ৰ পাই ধৰ্মৰত্নই দূতৰ লগতে ধৰ্মোত্তৰাচাৰ্য্যক প্ৰাগ্‌জ্যোতিষপুৰলৈ পঠিয়াই দিলে । ইতিমধ্যে চীনদেশীয় ভিক্ষুজন অহা বুলি খবৰ শুনি কুমাৰৰাজে সপৰিজনে তেওঁক আগবঢ়াই নিবলৈ আহিল । ৰজাই সসন্মানে সেই ভিক্ষুক এইদৰে স্বাগতম্ জনালে ।

— মহাচীনৰ পৰা অহা আচাৰ্য্যক স্বাগতম্ জনাইছোঁ । ধৰ্মোত্তৰাচাৰ্য্যৰ কুশল নে ? মই নিজে বিদ্বান নহওঁ ; মই বিদ্বান্‌মণ্ডলীৰ অনুচৰহে । মই নিজে গুণীও নহওঁ ; কিন্তু গুণীসকলৰ সমাদৰ কৰিবলৈ মোৰ ঐকান্তিক স্পৃহা । ধৰ্মোত্তৰাচাৰ্যৰ পাণ্ডিত্য আৰু শাস্ত্ৰজ্ঞানৰ কথা শুনি দৰ্শনৰ আকাঙ্ক্ষাত মই অতি উৎকণ্ঠাৰে কাল কটাইছোঁ । আজি আচাৰ্য্য ইযালৈ অহাত মোৰ চকু-কাণৰ একেলগে তৃপ্তি হৈছে ।"

ধৰ্মোত্তৰাচাৰ্যই ইয়াকে শুনি মিচিকিয়া হাঁহিৰে স্নেহসিক্ত ভাষাৰে ক'লে ।
— মই নিজকে পণ্ডিত বুলি নাভাবোঁ । মোৰ প্ৰতিভাও সামান্য । তথাপি কুমাৰৰাজে মোৰ পাণ্ডিত্যৰ কথা শুনা বুলি জানি মই অতি আনন্দিত হৈছোঁ ।"

— নিজৰ বিদ্বত্তা আৰু ধৰ্মানুৰাগত আচাৰ্যই যে নিজকে নগণ্য বুলি ভাবিছে সেয়া যথাৰ্থতে সমীচীন । বনৰীয়া জন্তুৰে ভৰা গভীৰ অৰণ্য, দুৰ্গম গিৰিপথ, কান্তাৰ, মৰুপ্ৰান্তৰ আদি অতিক্ৰম কৰি এনে বিপদসঙ্কুল পথত ভ্ৰমণ আপোনাৰ দৰে বিজ্ঞসকলৰ কাৰণেহে শোভা পায় ।"

এইদৰে কৈ কিছুসময় বৈ ভাস্কৰে আকৌ সুধিলে ।

— যদি কোনো বাধা নাই, তেন্তে মই আচাৰ্য্যক সুধিব খোজোঁ — 'মহাচীনৰ এজন ৰজাৰ বিজয়গাঁথা বহুদিনৰপৰা মই শুনি আহিছোঁ । সেই গাঁথাই আপোনালোকৰ ৰজাৰেই বিজয় ঘোষণা কৰিছেনে ? তাত জন্ম গ্ৰহণ কৰি আচাৰ্য্যই সেই ৰাজ্যকেই অলংকৃত কৰিছেনে ?"

ধৰ্মোত্তৰাচাৰ্য্যই বিস্ময়েৰে উত্তৰ দিলে ।

— প্ৰাগ্‌জ্যোতিষৰ ৰজাই প্ৰকৃত কথা শুনিছে । সেই গাঁথা আমাৰ ৰজাৰ

বিজয়কাহিনীৰ অৱলম্বনত বিৰচিত । শুনিছোঁ বহুত মানুহে আৰু সিদ্ধমিথুনে গঙ্গা আৰু লৌহিত্যৰ পাৰত সেই বিমল যশোগাঁথা গাই ঘূৰি ফুৰে ।"

— অমৃতময় কথা । আচাৰ্য্যক মোৰ বিদেশী যেন লগা নাই । মহাচীন সম্পৰ্কে মই বহুতো কথা শুনিছোঁ । মোৰ তালৈ যোৱাৰ ইচ্ছা আছে । কিন্তু ৰাজকাৰ্য্যৰ কাৰণে যাব পৰা নাই ।"

এইদৰে পৰস্পৰে ভাৱৰ আদান-প্ৰদান কৰি দুয়োজনাই পৰম আনন্দ লাভ কৰিলে । ৰজাই আচাৰ্য্যৰ নিবাসৰ কাৰণে ঠাই আৰু ঘৰ ঠিক কৰি দিলে ।

প্ৰাগ্‌জ্যোতিষপুৰত থাকি ধৰ্মোত্তৰাচাৰ্য্যই দেশৰ বিৱৰণ জনসাধাৰণৰ ধৰ্ম আৰু আচৰণ, বেশভূষা আৰু ভাষাৰ বিষয়ে টোকা লিখিবলৈ ধৰিলে । দেশৰ দাৰ্শনিক আৰু ধৰ্মজ্ঞসকলে তেওঁক দেখা কৰিবলৈ আহে । কেতিয়াবা বৌদ্ধমত সম্পৰ্কে বাদানুবাদো হয় । এসময়ত কুমাৰস্বামী নামৰ এজন মীমাংসক আহি ধৰ্মোত্তৰাচাৰ্য্যক সুধিলে । -
– বুদ্ধ ধৰ্মৰ প্ৰমাণ কি ?"

— বুদ্ধৰ বচনেই ইয়াৰ প্ৰমাণ । ইয়াৰ বাহিৰে আৰু কি প্ৰমাণ লাগে ? সুগত সৰ্বজ্ঞ । গতিকে অমৰসিংহই নামলিঙ্গানুশাসনত বুদ্ধক সৰ্বজ্ঞ, সুগত, তথাগত বুলি বুদ্ধৰ পৰ্য্যায়বাচক শব্দবিলাকৰ প্ৰথমতে বুদ্ধক সৰ্বজ্ঞ ৰূপে অভিহিত কৰিছে । এইদৰে বুদ্ধৰ সৰ্বজ্ঞত্ব ঘোষিত হৈছে । সৰ্বজ্ঞ বুদ্ধৰ বচনেই ধৰ্মৰ প্ৰমাণ ।"

কুমাৰ স্বামীয়ে পূৰ্বপক্ষৰ ভূমিকা গ্ৰহণ কৰি ক'লে ।

— সকলো মানুহৰ জ্ঞান ইন্দ্ৰিয়ৰ যোগেদি হয় । ইন্দ্ৰিয়ৰ সহায় নোহোৱাকৈ কোনো পুৰুষৰ বিশুদ্ধ জ্ঞান জন্মে বুলি কোৱা হৈছে । সেই জ্ঞান যে অভ্ৰান্ত জানিবলৈ তেওঁৰ নিজৰ উক্তিৰ বাহিৰে কোনো উপায় নাই । আনহাতে আকৌ তেওঁৰ উক্তি যে যথাযথ সত্য, সেইটো তেওঁৰ অভ্ৰান্ত জ্ঞানৰ ওপৰত নিৰ্ভৰশীল । গতিকে ইটোৱে সিটোৰ ওপৰত নিৰ্ভৰ কৰা বাবে অন্যোন্যাশ্ৰয় হৈছে । এই দোষ কেনেকৈ দূৰ কৰিব ?"

ধৰ্মোত্তৰাচাৰ্য্যই সুধিলে ।

— ইয়াৰ অৰ্থ কি ?"

কুমাৰ স্বামীয়ে বিৱৰি ক'লে ।

— সকলো জীৱৰ ইন্দ্ৰিয়জন্য জ্ঞানহে সম্ভৱ হয় । তেনে জ্ঞান ভ্ৰম, প্ৰমাদ, প্ৰবঞ্চনাৰ দ্বাৰা কলুষিত হব পাৰে বুলি আপুনিও স্বীকাৰ কৰিছে । কেৱল নিৰ্বিকল্প জ্ঞান, (যি জ্ঞান জন্মিবৰ বাবে ইন্দ্ৰিয়ৰ সাহায্য অনাৱশ্যাক) শুদ্ধ জ্ঞান হয় । বুদ্ধৰ তেনে জ্ঞান

জন্মিছিল বুলি বুদ্ধৰ নিজৰ উক্তিৰ বাহিৰে অন্য প্ৰমাণ নাই । আনফালে তেনেকুৱা জ্ঞান জন্মিছিল বুলি যুক্তি প্ৰমাণেৰে প্ৰতিপাদিত হ'লেহে বুদ্ধৰ সৰ্বজ্ঞত্ব প্ৰতিষ্ঠিত হয় ।"

ধৰ্মোত্তৰে হাঁহি হাঁহি উত্তৰ দিলে ।

— আপোনালোকে বেদৰ বচন অভ্ৰান্ত বুলি কয়, তাৰ প্ৰমাণ জানো বেদৰ ওপৰত নিৰ্ভৰ নকৰে । অভ্ৰান্ততাৰ বাবে অন্য একো প্ৰমাণ নাই । অৰ্থৰ বলতেই সত্য সদায় সকলোৰে ওপৰত বিৰাজমান । ভগৱান বুদ্ধই প্ৰথমে জানিছিল যে সংসাৰৰ সকলো বস্তুৱেই ক্ষণভঙ্গুৰ । সকলোতে নৈৰাত্ম্যদৰ্শনৰ মহত্ত্বৰ বাবেই সুগত সকলোৰে ওপৰত থাকিব । ... অতিশয় দোষদৃষ্টিৰে একো চাব নাপায় ।"

এদিনাখন ৰাজসভাত ধৰ্মোত্তৰাচাৰ্য্যই নিৰ্বাণৰ স্বৰূপ নিজস্ব দৃষ্টিৰে ব্যাখ্যা কৰিছিল । আন এদিনাখন আকৌ তেওঁ যাত্ৰাপথত মহাচীনৰ পৰা আৰম্ভ কৰি যি যি দেখি আহিছিল, সেইবোৰৰ মনোৰম বৰ্ণনাৰে সকলোকে মুগ্ধ কৰিছিল । তাকে শুনি সকলোৱে পৰম তৃপ্তি লাভ কৰিলে আৰু নগৰবাসীয়ে সেই চীনদেশীয় শ্ৰমণজনক নিজৰ অতি আপোন যেন ভাবিলে ।

## ১৯

এদিন হঠাতে মহাৰাজ ভাস্কৰবৰ্মা অসুস্থ বুলি জনৰৱ উঠিল । সভা সমিতি, পানশালা আৰু সদাগৰসকলে বেচা কিনা কৰা ঠাইত মানুহে ভীতিবিহ্বলভাবে ফুচফুচাই কোৱাকুই কৰা শুনা গ'ল ।

"মহাৰাজ ভাস্কৰবৰ্মা ভীষণভাবে অসুস্থ হৈ পৰিছে । এতিয়া বা কি হৈছে কব পৰা নাই ।"

গদ্ গদ্‌ভাৱে আন এজনে ক'লে । "কুমাৰ ভাস্কৰবৰ্মাদেৱবিহীন এই ৰাজ্যখন কোনে শাসন কৰিব ? আমাৰ ৰাজ্য অৰাজক হব । প্ৰজাক ৰক্ষা কৰোঁতা কোনো নাইকিয়া হব । এনে অৱস্থাত আমাৰ বাৰু কি গতি হব ?"

এইদৰে কোৱাত মাজতে এটা মদপীয়ে ক'লে ।

— প্ৰিয়তমাৰ বাহুলতাৰ আলিঙ্গনত আৰু অন্তঃপুৰৰ মহিলাসকলৰ মাজত মহাৰাজ ৰাজঅন্তঃপুৰত সুখেৰে আছে ; উৎকণ্ঠাৰ কোনো কাৰণ নাই ।”

এনেদৰে অসংলগ্নভাবে বলকা মদপীটোক আন কিছুমানে তিৰস্কাৰ কৰি থাকোঁতেই ৰাজকৰ্মচাৰীৰ দৰে এজন প্ৰৌঢ়লোকে দুঃখ কৰি লাহে লাহে কবলৈ ধৰিলে ।

— মহাৰাজাধিৰাজ ভাস্কৰবৰ্মাদেৱ যে অতিশয় অসুস্থই পৰিছে সেইটো সত্য । দাহজ্বৰত পীড়িত হৈ চিকিৎসকসকলৰ সেৱা-শুশ্ৰূষা পাযো মহাৰাজ সমুদ্ৰগৃহত সংজ্ঞাহীন হোৱাৰ দৰে পৰি আছে । তাত প্ৰধানমন্ত্ৰীযে ৰাজপুৰুষ আৰু অন্যান্যলোকৰ অহা-যোৱা বন্ধ কৰি দিছে । প্ৰকৃত অৱস্থাৰ কোনেও ভূ পোৱা নাই । অতিশয বিশ্বাসভাজন কেইজনীমান চামৰধাৰিণী, তামোল যোগান ধৰা পৰিচাৰিকা আৰু তিনিচাৰিজনী বিদেশিনী পৰিচাৰিকাক মাত্ৰ তাত প্ৰৱেশৰ অনুমতি দিযা হৈছে । তেওঁলোককো কেৱল প্ৰৱেশৰহে অনুমতি দিযা হৈছে, তাৰপৰা ওলাই অহাৰ অনুমতি দিযা নাই.... । ভস্মবিভূষিত চন্দ্ৰশেখৰে অমঙ্গল নাশ কৰক। মহাৰাজৰ কল্যাণ কৰক । আপোনালোকে সকলোৱে মনে-প্ৰাণে দেৱমন্দিৰ আৰু তীৰ্থত মহাৰাজাধিৰাজ ভাস্কৰবৰ্মাদেৱৰ নিৰাময আৰু কুশল প্ৰাৰ্থনা কৰক । অনুমানৰ ওপৰত কোৱাকুই কৰি সময কটোৱাৰ লাভ নাই । বেগাই যাওক ।”

ইপিনে দুপৰীয়া হোৱাত তিনিজন চিকিৎসকৰে সৈতে ৰাজবৈদ্য মণিগুপ্ত সমুদ্ৰগৃহলৈ আহিল । তেওঁলোকে আহি দেখিলে যে ৰজাই বগলী পাখি যেন বগা গাৰুত মূৰ দি শুই আছে । পৰিচাৰিকা বিলাকে ৰজাৰ গোটেই গাতে চন্দনৰ অনুলেপন দি তালপাতেৰে বিছি আছে । সসঙ্কোচে ওচৰলৈ গৈ মণিগুপ্তই নীলাকাপোৰ গাত লৈ শুই থকা ৰজাক ভালদৰে নিৰীক্ষণ কৰিলে আৰু ৰজাৰ সোঁহাতখন লাহেকৈ দাঙি লৈ নাড়ীৰ গতি অনুভৱ কৰিবলৈ ধৰিলে । কিছুসময় নাড়ীৰ গতি অনুভৱ কৰি আকৌ মণিগুপ্তই ৰজাৰ মুখলৈ চালে আৰু লাহে লাহে স্বগতোক্তি কৰিলে ।

‘নাড়ীৰ গতি বক্ৰ হৈছে, আৰু নাড়ীয়ে বৰ খৰকৈ উঠানমা কৰিছে । এনে চঞ্চল নাড়ীয়ে বাতপিত্তজ ৰোগৰ সূচনা কৰে । ৰজাৰ এই ৰোগৰ কাৰণ দুটা । বৈদ্যশাস্ত্ৰকাৰসকলে নাড়ী নিৰূপণ প্ৰসংগত কৈছে — ক্ষন্তেকতে নাড়ীৰ গতি যদি সাপৰ দৰে বেকাবেকি হয়, আকৌ যদি ক্ষন্তেকতে ভেকুলীৰ দৰে জপিয়াই যোৱা হয়, তেনেহলে মনিষীসকলে নাড়ীৰ তেনে গতি বাত আৰু পিত্তৰ পৰা হোৱা বুলি কয় ।” ... মই এই সন্নিপাত জ্বৰ প্ৰমেহৰ পৰা হৈছে বুলি ভাবোঁ । এনে সন্নিপাত জ্বৰৰপৰা ৰোগীয়ে আৰোগ্য লাভ নকৰে । নাড়ীৰ শিথিল আৰু মন্দগতিয়ে তাৰেই সূচনা কৰিছে । আচাৰ্য্যই কৈছে ।

"লাহে লাহে শিথিল আৰু দ্ৰুতভাৱে শিথিল, নাইবা বৈ বৈ নাড়ী চলি থাকি যদি হঠাতে বন্ধ হৈ যায় আৰু স্থানচ্যুত হৈ আকৌ আঙুলি মূৰত ধৰা পৰে, নাড়ীয়ে এনেকৈ নাচি থাকিলে সেই সন্নিপাত জ্বৰ আৰু ভাল নহয় ।"

গতিকে দাহজ্বৰেৰে আক্ৰান্ত কুমাৰৰ হিমশীতল নাড়ীয়ে ৰোগীৰ তিনি দিনৰ ভিতৰতেই মৃত্যুৰ সূচনা কৰিছে । এনে অৱস্থাত কি কোৱা যায় ? ৰাজ্যৰ অমঙ্গল সূচক বাৰ্ত্তা মই কেনেকৈ জনাওঁ ? এই বাৰ্ত্তা প্ৰকাশ কৰিব নোৱাৰি । এই বেমাৰত মৃত্যুৰ আশঙ্কা আছে বুলি ও যাতে কাৰো মনত সন্দেহ নজন্মে, সেই বিষয়ে সৰ্তক হোৱ প্ৰয়োজন । ইফালে সত্যপ্ৰকাশ নকৰিলে মোৰ চিকিৎসা বিদ্যাৰ ব্যৰ্থতাৰ কথা প্ৰকাশ পাব আৰু তেতিয়া মোৰ সামৰ্থ্যক নিন্দা কৰি প্ৰতিস্পৰ্দ্ধী শংখগুপ্তই মোৰ বদনাম ৰটিব ।'

এই দৰে মনতে বহুত ভাবি চিন্তি যেতিয়া চিন্তাক্লিষ্ট মণিগুপ্ত বিষণ্ণ হৈ পৰিল, তেতিয়া হাত বাউল দি তেওঁক দূৰৈৰে মাতি আনি প্ৰধানমন্ত্ৰীয়ে খুব লাহে লাহে অথচ উদ্বেগেৰে সুধিলে ।

— কোৱা মণিগুপ্ত ! মহাৰাজৰ অৱস্থা কেনেকুৱা ? কোৱা, তুমি বাৰু কি দেখিলা, কি পালা ? মহাৰাজৰ এই ৰোগ আৰোগ্যহোৱা বিধৰ নে সাময়িক শামকটা বিধৰ ? মহাৰাজ আগৰ দৰে সুস্থ হৈ উঠিবনে ? কেতিয়া সুস্থ হৈ উঠিব বাৰু ?"

— माननীয় মন্ত্ৰীমহোদয়ে ধৈৰ্য্য ধৰক । ভাগ্য যদি সুপ্ৰসন্ন হয়, তেন্তে অলপ দিনৰ ভিতৰতেই মহাৰাজে পুনৰ চেতনা ঘূৰাই পাব আৰু সুস্থ হৈ উঠিব । এতিয়া এই ভীষণ দাহজ্বৰৰ উপশম ঘটাব লাগিব, শৰীৰ শীতল কৰি ৰাখিব লাগিব । মহাৰাজৰ বায়ু প্ৰবল হৈ উঠিছে, পিত্ত ও প্ৰবল হৈ উৰ্দ্ধগামী হৈছে ; এই দুইটি উপসৰ্গই মহাৰাজক একেলগে আক্ৰমণ কৰিছে । তাৰ উপৰি শৰীৰত ঘাম আৰু কঁপনি আছেই ।"

— তেনেহ'লে কি কৰিবলগীয়া আছে ? যি যি কৰিবলগীয়া আছে, শীঘ্ৰে কৰা" — এইবুলি প্ৰধানমন্ত্ৰীয়ে মণিগুপ্তক আদেশ দিলে ।

— মহাশয়, দাহজ্বৰ উপশম কৰিবলৈ সুশ্ৰুতে যি যি কৈছে, সকলো কৰা হৈছে । শৰীৰত অনুলেপন দিয়া হৈছে ; লগতে মুক্তাভস্ম মিশ্ৰিত ঔষধো খুওৱা হৈছে ।

মণিগুপ্তই শাস্ত্ৰ অনুসৰি ৰজাক ঔষধ খাবলৈ দি গাত দুনাই অনুলেপন দিলে । লগতে ৰজাৰ শুশ্ৰূষাকাৰিণী চকুৰ লোৰে বাট নেদেখা হৈ থকা সুন্দৰী নাৰীসকলক আদেশ দিলে ।

— মহাৰাজৰ শৰীৰত প্ৰবল দাহে ডেই-পুৰি মাৰিছে, মহাৰাজে গাৰ প্ৰদাহত এক মুহূৰ্ত্তও শান্তি পোৱা নাই । গতিকে ৰজাৰ শৰীৰত বিৰিণাৰ অনুলেপন দিয়া, শৰীৰত চন্দনৰ টোপাল চটিয়াই থাকা আৰু লগতে চন্দ্ৰকান্ত মণিও চকুত লগাই থাকিবা । পানীৰে তিওৱা পদুমৰ পাতৰ বিচনীৰে বিচি গা শীতল কৰা..... ।"

পিছদিনা খন ৰাতিপুৱাতেই ৰাজপ্ৰাসাদৰপৰা দীঘলীয়া কান্দোনৰ ৰোল শুনা গ'ল । লাহে লাহে বাঢ়ি অহা এই কান্দোনৰ ধ্বনি সকলোৱে শুনিবলৈ পালে, লগতে শুনিবলৈ পালে এক মৰ্মস্পৰ্শী কৰুণ ঘোষণা । ৰজাৰ কুশল আৰু আৰোগ্যৰ কথা শুনিবলৈ মাধৱী উৎকণ্ঠাৰে দুৱাৰ মুখত ৰৈ আছিল । হঠাতে কি হ'ল বুলি মাধৱীয়ে কাণ থিয় কৰি সেই কান্দোনৰ ধ্বনিয়ে ব্যাহত কৰা ঘোষণাটি শুনিবলৈ পালে ।

" .......নগৰবাসীসকল, ৰাজকৰ্মচাৰীসকল আৰু সৈন্যসকল, আপোনালোক সকলোৱে শুনক আৰু মনত ৰাখক ।

.....প্ৰলয় জলত নিমগ্ন পৃথিৱীক দাঁতেৰে ৰসাতলৰ পৰা উদ্ধাৰ কৰোঁতা বৰাহৰূপী বিষ্ণুৰ পুত্ৰ আছিল নৰক । ভূমি-পুত্ৰ সেই নৰকৰ বংশত জন্মগ্ৰহণ কৰা মহাৰাজাধিৰাজ কুমাৰ ভাস্কৰবৰ্মাদেৱে পিতৃ পিতামহৰ প্ৰাগ্‌জ্যোতিষ ৰাজ্য শাসন কৰি আছিল । কৰ্মভোগ শেষ হৈ অহাত সেই প্ৰজাবৎসল ৰজাৰ আজি আয়ুস শেষ হ'ল । এতিয়া ভাস্কৰবৰ্মাদেৱে কেৱল যশস্যাময় শৰীৰহে ধাৰণ কৰি আছে । সেই কাৰণে সকলো নাগৰিক, সৈন্যবল আৰু ৰাজকৰ্মচাৰী নিজ নিজ কৰ্ত্তব্যত সাবধানে নিযুক্ত হৈ থাকিব । মহাৰাজৰ অন্ত্যেষ্টিক্ৰিয়া গধূলি ব্ৰহ্মপুত্ৰৰ পাৰত সম্পাদন কৰা হব ।"

মহাৰাজৰ কুশল-বাৰ্তা দিবলৈ কোনোবা আহিব বুলি উৎকণ্ঠাৰে বাট চাই থাকি মাধৱীয়ে এই মৰ্মান্তিক ঘোষণাহে শুনিবলৈ পালে । ঘোষণা শুনি 'মহাৰাজ মোক এৰি গ'লগৈ' বুলি ডাঙৰকৈ চিঞৰ মাৰি ছিন্নমূল লতাৰ দৰে মাটিত বাগৰি পৰি মাধৱী অচেতন হ'ল । অতি কষ্টৰে সেৱা-শুশ্ৰূষা কৰাত কোনোমতে চেতনা ঘূৰাই পাই মাধৱীয়ে পাগলীৰ দৰে অট্টহাস্য কৰি কবলৈ ধৰিলে ।

— হেৰা, নয়নিকা, মোৰ চকুৰ মণিৰ দৰেই তুমি মোৰ সহচৰী । গতিকে লৰালৰিকৈ লোচনৰ গুৰি আৰু অগৰু চন্দন আদি প্ৰসাধনৰ সামগ্ৰীসমূহ লৈ আহাঁ আৰু সেইবোৰে মোক সজোৱা । আজি ৰাতি মোৰ প্ৰণয় অভিসাৰ হব । তোমাৰ মনত নাইনে মোৰ প্ৰিয়তমে মোলৈ আকুল ভাৱে বাট চাই আছে ? মোৰ আগমন আশা কৰি তেওঁ বৰ উৎকণ্ঠাৰে ৰৈ আছে । 'প্ৰিয়তম, এয়া মই আহিছোঁ, তুমি এক্ষন্তেক অপেক্ষা কৰা ।' এইবুলি কৈ কিছুসময় মৌন হৈ থাকি মাধৱীয়ে চকুপানী টুকি টুকি আকৌ কবলৈ ধৰিলে ।

— মহাৰাজ গ'ল ।কলৈ গ'ল বাৰু ? মহাকালৰ মন্দিৰ পৰিত্যাগ কৰি মই যিদৰে পূৰ্বে তেওঁক অনুসৰণ কৰি গুছি আহিছিলোঁ, ঠিক সেইদৰে এতিয়াও মই তেওঁৰ অনুগমন কৰিম ।নহলে মাধৱী অবিহনে কুমাৰৰ কিমান দুখ-কষ্ট হব ? হায়, সেই স্মৃতি কি যে কষ্টকৰ !"

আকৌ মাটিত পৰি মাধৱীয়ে কবলৈ ধৰিলে ।

.... প্ৰাণনাথ, তুমি কালৰ কৰাল গ্ৰাসত পৰাতো যে মই জীয়াই আছোঁ তাৰ কাৰণ 'নাৰীৰ হৃদয় অতিশয় কঠিন ।' তুমি মোৰ প্ৰতি কেতিয়াও অপ্ৰিয় আচৰণ কৰা নাই আৰু ময়ো তোমাৰ মনত দুখ দিয়া কাম কৰা নাই ।তথাপি কিয় মই তোমাক দেখিবলৈ নাপালোঁ ? ৰাতিৰ ঘোৰ অন্ধকাৰে আৰবা এই সময়ত তোমাৰ বাহিৰে মোক কোনে পথ দেখুৱাব ? মই এতিয়াও জীয়াই আছোঁ ।সেইবাবে "কুমাৰবিহীনা হৈও মাধৱী ক্ষন্তেক জীয়াই আছিল" বুলি অপবাদ ৰটিবলৈ মোৰ শত্ৰুবোৰৰ সুবিধা ওলাল । সেই সুবিধা আৰু নাথাকে ; মই ক্ষন্তেকতে তোমাৰ অনুগমন কৰিম ।বিনাশধৰ্মী মানুহক মোৰ প্ৰাণৰ অবিনাশী প্ৰেম অৰ্পণ কৰা অনুচিত বুলি যে আচাৰ্য্যই কৈছিল সেই কথাষাৰ অৰ্থপূৰ্ণ হৈ পৰিল নে কি ?

....মহাকালৰ পত্নীত্ব মই প্ৰত্যাখ্যান কৰিলো ।এয়া তাৰেই ফল নেকি ? নহয় নহয়, মই কুমাৰৰ প্ৰিয়তমা, কুমাৰৰ প্ৰাণৰ প্ৰতিমা ।ইয়াতকৈ মই একো বিচৰা নাই, আৰু নিৰ্বিচাৰোঁ ।প্ৰাণনাথ, কুমাৰ, কিছুসময় ধৈৰ্য্য ধৰাঁ অপেক্ষা কৰা ।এয়া মই আকৌ তোমাৰ সেৱা কৰিবলৈ ওলাইছোঁ ......"

নয়নিকাৰ সহায়ত মাধৱীয়ে কুহমীয়া গৰমপানীৰে গা ধুই প্ৰসাধন কৰিলে আৰু দাপোণত নিজৰ মুখখন আৰু শৰীৰাবয়ৱ চাবলৈ ধৰিলে ।দাপোণত নিজৰ মুখখন চাই চাই যেন মাধৱীয়ে তৃপ্তি পোৱা নাছিল ।পৰিচাৰিকাজনীৰ হাতত ধৰি মাধৱীয়ে তাইক ডাঙৰকৈ সুধিলে ।

— প্ৰসাধন সমাপ্ত কৰি অভিসাৰত ওলোৱা মোক তুমি দেখা নাই নে ? নয়নিকা, কোৱাঁ — মই কুমাৰৰ চকুৰ মণিদুটাৰ মাজেদি তেওঁৰ হৃদয়ৰ মৰ্মস্থলত প্ৰৱেশ কৰিব পাৰিমনে ?"

অলপ হাঁহি মাধৱীয়ে ক'লে — ...মোৰ এই স্নিগ্ধ আকুল নয়নযুগলে কুমাৰৰ মন আৰ্কষণ কৰিবনে ? মোৰ চকুযুৰিত ভালকৈ অঞ্জন সানি দিয়া ।মোৰ কোৱাভাতুৰিৰ নিচিনা ৰঙচুৱা ওঠখনৰ প্ৰতি কুমাৰৰ বৰ হেঁপাহ ।ৰক্তিম নিৰ্য্যাস মোৰ ওঠত সানি দিয়াঁ ।ভৰিদুটা লাক্ষাৰসেৰে ৰঞ্জিত কৰাঁ ।তই মূৰ্খৰ দৰে মোৰ মুখলৈ কি চাই আছ ?

....কি কৰিব লাগে জানিব খুজিছ ?কওঁ বাক ।শুনিছনে ? মোৰ গাত কেতেকীফুলৰ বেণু ধঁহি দে, স্তনবৃন্তত কস্তুৰীৰ অনুলেপন দে আৰু তাৰ চাৰিওফালে চন্দন সানি দে । ...চা ভালকৈ চা, ... ।অ' মোৰ বুকুত থকা মুকুতা খটোৱা হাৰডাল দে ।এইডাল কেতিয়াও ইয়াৰ পৰা নাতৰাৰি ।নুগুচাবি ।জানানে নয়নিকা, কুমাৰে মোক যেতিয়া পোন প্ৰথমবাৰ অনুৰাগেৰে চাইছিল, তেতিয়াই এই হাৰডাল মোক উপহাৰ দিছিল । কুমাৰৰ নিবিড় আলিঙ্গনৰ সাক্ষীস্বৰূপ এই হাৰডাল কেতিয়াও স্থানচ্যুত নকৰিবি .... হায়, মই অভাগিনী এতিয়াও জীয়াই আছোঁ ।ঃ সেই দাসী মালতী !তায়ো মোৰ লগতে ফেৰ মাৰিব খোজে ।তায়ো....."

কিছুসময় নীৰবে থাকি মাধৱীয়ে কঠুৱা মাতেৰে আকৌ ক'বলৈ ধৰিলে ।

—এই ছোৱালীজনী !তই ভূতে ধৰা মানুহৰ দৰে কি চাই আছ ? তই নাজাননে অভিসাৰৰ সময় প্ৰায় শেষ হৈ আহিছে ? ধিক্ তোৰ মূৰ্খতা ।শীঘ্ৰে মোক অৰ্ন্তবাস দে আৰু মূৰত ওৰণী দে, লগতে ক'লা পাটৰ কাপোৰখনো..."

কিছুসময় বৈ মাধৱীয়ে পৰিচাৰিকাজনীৰ হাতত ধৰি লাহে লাহে ক'বলৈ ধৰিলে ।

—নয়নিকা, এই কাপোৰবোৰ, প্ৰসাধনদ্ৰব্য আৰু অলংকাৰবোৰ লোৱাঁ ।এই সকলোবোৰ তোমাক দিলোঁ ।" এইবুলি কৈ মাধৱীয়ে সকলোখিনি অলঙ্কাৰ পাতি নয়নিকাক দি দিলে আৰু তাৰ পিছতে হঠাতে বেজাৰেৰে কান্দি কান্দি কবলৈ ধৰিলে ।

— মই হয়তো কেতিয়াবা খঙতে তোমাক মাৰিছিলোঁ, কেতিয়াবা কৰ্কথনা কৰিছিলোঁ ।নয়নিকা, সেই সকলোবোৰ পাহৰি পেলোৱাঁ ।এই সময়ত তুমি মোক ক্ষমা কৰা ।" এইবুলি নয়নিকাক সাৱটি ধৰি মৰম কৰিলে আৰু ক্ষন্তেকতে তাইক এৰি তড়িৎগতিৰে খোজকাঢ়িয়েই ব্ৰহ্মপুত্ৰৰ পাৰলৈ মাধৱীয়ে যাত্ৰা কৰিলে ।

তেতিয়া সন্ধ্যা হওঁ হওঁ হৈছে ।ৰ'দৰ তাপ নাইকিয়া হৈছে আৰু সূৰ্যৰ ৰক্তিম আভাও ক্ৰমে ম্লান হৈ আহিছে ।সেই সময়তেই শৱযাত্ৰাৰ ঘোষণা প্ৰচাৰ হ'ল । পুৰোহিতক আগত লৈ সামন্তসকলে শৱশয্যা নিজৰ কান্ধত তুলি ৰজাৰ মৃতদেহ ব্ৰহ্মপুত্ৰৰ পাৰলৈ আনিলে ।নৈৰ পাৰ শঙ্খধ্বনিৰে নিনাদিত হ'ল, গায়কসকলে ৰজাৰ যশোগান গাবলৈ ধৰিলে আৰু যৰ্জুবেদৰ মন্ত্ৰৰ উদাত্ত স্বৰ শুনা গ'ল ।জনতা শোকাভিভূত হৈ পৰিল ।ইফালে পশ্চিম আকাশত চন্দ্ৰই দেখা দিয়াত মন্ত্ৰপূৰ্বক শৱদেহ চিতাত তোলা হ'ল । ৰজাৰ যশস্যা মাত্ৰহে অৱশিষ্ট ৰ'ল ।

চিতাৰ জুই লেলিহান শিখাৰে দপ্‌দপ্‌কৈ জ্বলি উঠাত শৰীৰৰ "শেষ পৰিণতি ভস্ম" বুলি প্ৰচাৰিত কথাষাৰে সাৰ্থকতা লাভ কৰা সময়তে মাধৱী লৰি আহি তাত উপস্থিত হ'ল ।নাচি নাচিয়েই যেন প্ৰদক্ষিণ কৰি সন্মুখলৈ আহিল আৰু উপহাস কৰাৰ

সুৰেৰে ক'বলৈ ধৰিলে ।

— নিষ্ঠুৰ, মাধৱীৰ প্ৰিয়তম, ৰবা, এখন্তেক ৰবা । মাধৱীক এৰি তুমি কলৈ পলাইছা ? কিন্তু অকলে স্বৰ্গলৈ যোৱা উচিত নহয় । এয়া ময়ো তোমাৰ অনুসৰণ কৰিছোঁ । অতীতত যিদৰে মহাকালৰ মন্দিৰ এৰি মই তোমাৰ লগত ইয়ালৈ গুচি আহিছিলোঁ, সেই দৰে স্বৰ্গলৈকো আজি মই তোমাৰ অনুসৰণ কৰিম । মোক যাবলৈ অনুমতি দিয়া ! ...হায়, হায় ! তোমাৰ পাৰ্থিব শৰীৰ জুয়ে পুৰি শেষ কৰিলে..... । কিন্তু তোমাৰ আত্মজ প্ৰেম অবিনাশী । সেই প্ৰেম জুয়ে নোপোৰে, কালেও ইয়াক বিনাশ কৰিব নোৱাৰে । তোমাৰ আত্মাৰ পৰা ওপজা প্ৰেমে মোৰ মন-প্ৰাণ আৱৰি ৰাখিছে । মোৰ মন বুদ্ধি তোমাৰেই অনুগামী । এতিয়া শৰীৰেও তোমাৰেই অনুসৰণ কৰিব ।

....এই মৰণশীল শৰীৰত তোমাৰ প্ৰেমে মোৰ মন বিকশিত কৰিছিল, বুদ্ধিয়েও প্ৰসাৰ লাভ কৰিছিল । মোৰ স্বকীয়া অস্তিত্ব লোপ পাইছিল.... অলপ অপেক্ষা কৰা । ছাঁৰ দৰে ময়ো তোমাৰ অনুসৰণ কৰিছোঁ । হে প্ৰভু, অনুগমন কৰিবলৈ আদেশ দিয়া । পুৰোহিত প্ৰমুখ্যে নগৰবাসীসকল, মোক ৰজাৰ অনুগমন কৰিবলৈ অনুমতি দিয়ক ।"

এইদৰে কান্দি কাটি যেতিয়া মাধৱী চিতাত জাঁপ দিবলৈ সাজু হ'ল, তেতিয়া পুৰোহিতে মাধৱীক বাৰণ কৰি ক'লে ।

— নহয় মাধৱী, তুমি চিতাগ্নিত জাঁপ নিদিবা । সহধৰ্মচাৰিণীসকলৰহে সহমৰণ অনুমোদিত । শাস্ত্ৰকাৰসকলে ধৰ্মপত্নীৰহে সহমৰণ এসময়ত বিধান দিছিল । বৰ্ত্তমান সময়ত নহয় । তুমি ৰজাৰ অন্তঃপুৰস্থ নাৰী, ধৰ্মপত্নী নহয়, তুমি চিতাত জাঁপ নিদিবা নিদিবা ।"

এইবুলি পুৰোহিতে বাৰণ কৰা সত্ত্বেও মাধৱীয়ে চিতাৰ জুইত প্ৰৱেশ কৰিলে । তৎক্ষণাত জুয়ে কুমাৰৰ লগতে মাধৱীকো ভস্মীভূত কৰি পেলালে ।

* * * * * *

পিছত প্ৰেমৰ গুৰুত্ব উপলব্ধি কৰা এজন ব্যক্তিয়ে সমাধিস্থলত লিখি থলে । "ভাস্কৰবৰ্মাদেৱ স্বৰ্গলৈ যোৱাত মাধৱীয়ে বিৰহবেদনা সহ্য কৰিব নোৱাৰি পুৰোহিতে বাৰণ কৰা সত্ত্বেও ভাস্কৰৰ চিতাবহ্নিত একেলগে আত্মাহুতি দিছিল ।"

******************